# শ্ৰীশ্ৰীশঙ্কৰদেৱ




চতুৰ্থ তাঙৰণ

১৯৬৩



প্ৰকাশক :
শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল
লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী-অসম

প্ৰথম তাঙৰণ—মাঘ, ৫০০ শঙ্কৰাব্দ, ১৯৪৯ ছন
দ্বিতীয় তাঙৰণ—কাতি, ৫০৩ শঙ্কৰাব্দ, ১৯৫২ ছন
তৃতীয় তাঙৰণ—বহাগ, ৫০৯ শঙ্কৰাব্দ, ১৯৫৮ ছন
চতুৰ্থ তাঙৰণ—আহাৰ ৫১৪ শঙ্কৰাব্দ, ১৯৬৩ ছন

স্বত্ব গ্ৰন্থকাৰৰ

বেচ পাঁচ টকা

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নৱজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬




# আগকথা

বিশ্ব-বিশ্রুত বুৰঞ্জীবিদ্ আৰ্নল্ড্ টয়নবীয়ে দীঘল জীৱনব্যাপী ইতিহাস-চৰ্চাৰ অভিজ্ঞতাৰ ফলত লিখিছে, জাতীয় ৰাষ্ট্ৰীয় ইতিহাসতকৈ সভ্যতাৰ বুৰঞ্জীৰ অধ্যয়নহে প্ৰশস্ত আৰু আৱশ্যকীয়। ৰাষ্ট্ৰৰ জীৱন চমু; সভ্যতা যুগমীয়া। ইউৰোপত যোৱা দুহেজাৰ বছৰৰ ভিতৰত বিবিধ ৰাষ্ট্ৰৰ উত্থান-পতন হৈছে, বহুতো দেশ একেবাৰে ভুমুকি মাৰি মানচিত্ৰৰপৰা অদৃশ্য হৈ গৈছে; কিন্তু খ্ৰীষ্টধৰ্মৰ ভেঁটিত গঢ় লৈ উঠা ইউৰোপীয় সভ্যতা আৰু সংস্কৃতিৰ প্ৰাণশক্তি আজিও লুপ্ত হোৱা নাই। আমাৰ ইয়াতো যুদ্ধ-বিগ্ৰহ, ৰাজভগন আৰু মাৰি-মৰক প্ৰভৃতি এশ এটা ভাগ্য-বিপৰ্য্যয়ৰ মাজেদি ভাৰতীয় সভ্যতা আৰু তাৰে অঙ্গ-স্বৰূপ অসমীয়া সংস্কৃতি নিশকতীয়া হৈ পৰিলেও আজিও জীয়াই আছে। 'শক হুন দল পাঠান মোগল'ৰ দৰে অসমতো কোচ-চুতীয়া-আহোম ৰাজত্বৰ বেলি মাৰ গৈছে। কিন্তু বৈষ্ণৱ ধৰ্ম্মৰ প্ৰাণ-পুষ্ট অসমীয়াৰ সংস্কৃতিৰ বন্তিগছি ক্ষীণপ্ৰভ হৈ পৰিলেও সিয়েই—মাথোন সিয়েই—ভাৰতবৰ্ষৰ মানচিত্ৰত অসমৰ নাম জিলিকাই নহ'লেও পোহৰাই ৰাখিছে।

অৰ্থনৈতিক আৰু ৰাজনৈতিক জীৱনৰ চাবি ঢাপ সুদৃঢ়কৈ বান্ধি লোৱাটো সকলো দেশৰ এবাব নোৱাৰা সমস্যা। কিন্তু যীশু খ্ৰীষ্টই কোৱাৰ দৰে, মানুহ কেৱল উদৰ পূৰণ কৰিয়েই জীয়াই থাকিব নোৱাৰে। অৰ্থনৈতিক স্বচ্ছলতা আৰু ৰাষ্ট্ৰীয় ক্ষমতাই সাংস্কৃতিক দৰিদ্ৰতাৰ অভাৱ পূৰণ নকৰে; অকল তাৰ ওপৰতেই কোনো দেশৰ জাতীয় জীৱনৰ স্থায়িত্ব নিৰ্ভৰ নকৰে। কৰাহৈছেন, অসীম ধন-সম্পদ আৰু অপৰিসীম সামৰিক ক্ষমতাৰ অধিকাৰী ৰমান্ সাম্ৰাজ্যৰ বিজয়ী ঈগলে দুৰ্ব্বল পদ-দলিত গেলিলীৰ কপৌ চৰাইটিৰ ওচৰত আত্ম-সমৰ্পণ কৰিব লগীয়া নহ'লহেঁতেন। ৰমান্ সাম্ৰাজ্য আজি নাই; কিন্তু ৰোমৰ আসুৰিক শক্তিয়ে ভেঁটি উছন্ কৰা এমুঠি ইহুদী জাতি কেৱল সংস্কৃতিৰ বলতেই নানা বিলাই-বিপত্তিৰ সমুখ হৈ আজিও জীৱন্ত হৈ আছে। পেলেষ্টাইনৰ মৰুভূমিত ইহুদী জাতিয়ে 'মেশিন গানেৰ সম্মুখে মুইজুলেৰ গান' গাবলৈ সক্ষম হৈছে নিজৰ সাংস্কৃতিক ঐতিহ্য ৰখাৰ বাবে। "If I forget thee, O

Jerusalem ! let my right hand forget its cunning."—বেবিলনৰ পোতাশালৰ বন্দী ইহুদী কবিৰ এই গীতৰ ধ্বনি আজিও অঘৰী, দুৰ্ভাগ্যগ্ৰস্ত ইহুদী জাতিৰ প্ৰাণত জোঁকাৰি আছে।

অসমৰ সন্মুখতো বুৰঞ্জীৰ এই পুৰণি প্ৰশ্নই নতৈক থিয় দি তাৰ উত্তৰ বিচাৰিছে—আমি কেৱল অৰ্থনৈতিক আৰু ৰাজনৈতিক সমস্যাবিলাকৰ সমাধানৰ যত্নতে আবদ্ধ থাকিম নে তাৰ লগে লগে তাতোকৈ বহুগুণে দৰকাৰী আমাৰ সাংস্কৃতিক ঐতিহ্যৰ বিকাশৰ বাবেও যত্নবান হ'ম? এইটো কথা অস্বীকাৰ কৰিলে নিজকে ভুৰা দিয়া হ'ব যে, আমাৰ শিক্ষিত শ্ৰেণীৰ মাজত এটা মানসিক অৱসাদে দেখা দিছে আৰু সেই উদাসীনতাৰ ফলত অসমীয়া সংস্কৃতিৰ সোঁত সোনকালে মৰিস্মৃতিত পৰিণত হ'বৰ উপক্ৰম হৈছে। তাৰপৰা উদ্ধাৰ পাবলৈ হ'লে আমি আকৌ আমাৰ সাংস্কৃতিক ঐতিহ্যৰ লগত পৰিচিত হ'ব লাগিব, আকৌ আমি অসমীয়া সভ্যতা-সংস্কৃতিৰ উৎস শঙ্কৰদেৱ আৰু তেওঁৰ অনুগামী গুৰুসকলৰ জীৱনৰ পবিত্ৰ সাধনাৰ লগত আধুনিক অসমীয়া জীৱনৰ সম্বন্ধ ঘটাব লাগিব। দুখৰ কথা যে, তাহানি পুণ্য-শ্লোক লেক্ষ্মীনাথ বেজবৰুৱা প্ৰমুখ্যে সুধীসকলে কৰা আলোচনাৰ পিছৰপৰা শঙ্কৰদেৱৰ জীৱনী আৰু সাধনাৰ চৰ্চ্চা বিৰল হৈ পৰিছে। শ্ৰদ্ধা আৰু ঐতিহাসিক সত্যতাৰ সমন্বয় কৰি নতুন দৃষ্টি-ভঙ্গীৰে ৰচিত অধ্যাপক মহেশ্বৰ নেওগৰ এই তথ্য-পূৰ্ণ আলোচনাই অসমীয়া ডেকা-সকলক নিজৰ সাংস্কৃতিক আভিজাত্য গৌৰৱাই দি আমাৰ ব্যক্তিগত আৰু সমূহীয়া জীৱন চৌৱষ্টি কলাৰে সুন্দৰ, সজীৱ আৰু সাৰ্থক কৰিবলৈ অনুপ্ৰেৰণা যোগাব—এয়ে মোৰ আশা।

১৯ মাঘ, ৫০০ শঙ্কৰাব্দ
গুৱাহাটী, অসম

শ্ৰীদেৱকান্ত বৰুৱা

# লেখকৰ নিবেদন

## প্ৰথম তাঙৰণ

অসমীয়া জাতীয়তা আৰু সংস্কৃতিৰ গুৰু শ্ৰীমন্ত শঙ্কৰৰ আধুনিক চৰিত এখনি লিখা কমখিনি দায়িত্ব আৰু সমস্যাৰ কাম নহয়। তথাপি, প্ৰাচীন কবিৰ ভাষাত 'পখা অনুৰূপে পখী তেৰে কি হুবয়' বুলি টিপচি হৈ হোলোং গছত বাহ ল'বলৈ ওলালোৱেই যেতিয়া, এই বিষয়ত বিদগ্ধ আৰু অনুৰাগীসকলৰ পৰামৰ্শ লৈহে কামত আগ বঢ়া হ'ল। যিসকলৰপৰা দিহা-যুগুতি, আপুৰুগীয়া সমল-যোগান, উছাহ-উদ্গনি আদি নানাভাৱে সহায়-সাৰথি পাইছো, তেখেত-সকলক শলাগ নজনালে লেখকৰ কৰ্ত্তব্য কৰা নহ'ব : ডক্টৰ বাণীকান্ত কাকতি, ৰায় বাহাদুৰ শ্ৰীযুত কালিৰাম মেধি, অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ শুৰিয়াল ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা, শ্ৰীযুত বেণুধৰ শৰ্ম্মা, শ্ৰীযুত দেৱকান্ত বৰুৱা, শ্ৰীযুত সুৰেশচন্দ্ৰ ৰাজখোৱা, অসম মিউজিয়ামৰ কিউৰেটৰ, শ্ৰীযুত প্ৰেমধৰ চৌধুৰী, ধৰ্ম্ম-প্ৰচাৰক শ্ৰীযুত ভিম্বেশ্বৰ কাকতি, বৰদোৱাৰ নৰোৱা ইতাকলি সত্ৰৰ শ্ৰীযুত চন্দ্ৰধ্বজ দেৱগোস্বামী, শিৱসাগৰ কোৱামৰা সত্ৰৰ শ্ৰীযুত বাসুদেৱ মহন্ত, যোৰহাট চাৰিগাঁৱৰ শ্ৰীযুত বংশীধৰ বৰুৱা। জ্যোতিষৰ দুই-এটি গণনাৰ বিষয়ত মঙ্গলদৈৰ স্বৰ্গীয় যাদৱচন্দ্ৰ বৰাৰ সহায়ৰ সোঁৱৰণি মাত্ৰ থাকিল।

গুৰু-চৰিতসমূহৰ তুলনামূলক বিচাৰ আৰু অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ বুৰঞ্জীৰ সময়-ৰেখা অঙ্কনৰ এই এধানমান কিতাপখন এটা চেষ্টা মাথোন। এই বিষয়ত ই বিজ্ঞসকলৰ সমালোচনা আৰু শুধৰণিৰ পৰামৰ্শৰ বাবে মুকলি থাকিল।

পুৰণি পুথিৰ মধুৰ আৰু শক্তিমান ভাষা ঠায়ে ঠায়ে তুলি দিয়াৰ লোভ লেখকে সামৰিব পৰা নাই আৰু বিশেষকৈ জাতি আৰু স্থান-বাচক শব্দবোৰত আধুনিকতকৈও পুৰণি পুথিৰ যোঁটনিকেই ব্যৱহাৰ কৰা হৈছে বেছি। এনে কৰাৰপৰা কোনো পাঠকে আমনি পাব পাৰে বুলিহে এইখিনিতে ক্ষমা বিচাৰি থ'লো।

গুৱাহাটী বিশ্ববিদ্যালয়
গুৱাহাটী
১ ফেব্ৰুৱাৰী, ১৯৪৯

শ্ৰীমহেশ্বৰ নেওগ

# দ্বিতীয় তাঙৰণ

চাৰি বছৰৰ আগতে লিখা এই এখানমান পুথিখন শ্ৰদ্ধেয় বন্ধু শ্ৰীযুত দেৱকান্ত বৰুৱা আৰু ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাদেৱৰ আগ্ৰহ আৰু যত্নত ছপাশালত দিয়া হয় আৰু ১৯৪৯ ছনৰ আগ ভাগতে সি ছপাশালৰপৰা ওলায়। তেতিয়া ইয়াৰ অনেক কথা লৰা-লৰিকৈ লিখি দিয়া হৈছিল গতিকে অসম্পূৰ্ণ, শৃঙ্খলাবিহীন আৰু প্ৰমাদ-যুক্ত হৈ বৈ গৈছিল। যোৱা তিনি-চাৰি বছৰে অনেক নতুন সমলো বাহিৰলৈ ওলাইছে। সেই সকলো কথালৈ চকু ৰাখি ঠায়ে ঠায়ে পুৰণি কথা নতুনভাৱে সজাই আৰু নতুন কথা যোগ দি এই তাঙৰণ যুগুত কৰা হৈছে। ইযে সম্পূৰ্ণ প্ৰমাদ-শূন্য হ'ল, সেই কথা কিন্তু ক'ব নোৱাৰো। ডক্টৰ বাণীকান্ত কাকতি, শ্ৰীযুত কালিৰাম মেধি, শ্ৰীযুত হৰিনাথ পাঠক চৌধুৰী, শ্ৰীযুত মোহনচন্দ্ৰ মহন্ত, অধ্যাপক শ্ৰীযুত ভৱানন্দ দত্ত আদি মহাশয়সকলে সমালোচনা আৰু লাগতিয়াল ইঙ্গিতেৰে আমাক উপকৃত কৰিছে। শ্ৰীমান শশধৰ ৰায়বৰুৱা আৰু শ্ৰীমান নীলমণি ফুকনে ইটো-সিটো কামত লাগি দি শলাগৰ ভাগী হৈছে। প্ৰকাশক লয়াৰ্ছ বুক ষ্টলৰ গৰাকী শ্ৰীযুত বিচিত্ৰনাৰায়ণ দত্ত বৰুৱা ডাঙৰীয়া আৰু তৎপৰতাৰে পুথিখনি ছপাই উলিয়াই দিওঁতা নিউ প্ৰেছৰ গৰাকীসকল বিশেষ ধন্যবাদৰ পাত্ৰ।

বৰ্ত্তমান তাঙৰণত শঙ্কৰ-বচনাৱলীৰ এটি অলপ বহল আলোচনা সন্নিৱেশ কৰা হৈছে। সেই আলোচনাত আলোচনী কাকতত প্ৰকাশিত আমাৰ কেইযাটিও প্ৰবন্ধৰ সাৰাংশও সোমাইছে। তাৰ ভিতৰত ছবছৰৰ পূৰ্ব্বৰ 'সুৰভি'ত প্ৰকাশিত 'বাৰকুৰি বৰগীত' পঢ়ি কেইবাজনো লব্ধপ্ৰতিষ্ঠ সাহিত্যিক সঙ্গীতজ্ঞই অপ্ৰত্যাশিতভাৱে প্ৰশংসাবাদ কৰি পত্ৰ দিয়ে। শ্ৰীযুত কালিৰাম মেধি ডাঙৰীয়াই লিখে: "Your বাৰকুৰি বৰগীত is an excellent article, and it shows your worth as a writer of masterpiece. I congratulate you for this admirable article." শ্ৰীযুত নকুলচন্দ্ৰ ভূঞা: "এনে প্ৰবন্ধ আমাক আৰু লাগে। লিখি থাকিব দেই।" স্বৰ্গীয় জ্যোতিপ্ৰসাদ আগৰৱালা: "বাৰকুৰি বৰগীত প্ৰবন্ধত বৰগীত আৰু কামৰূপী সঙ্গীতৰ school-অৰ বিষয়ে আপোনাৰ আলোচনা সাঙ্গীতিক তথ্যৰ ফালৰপৰা নিৰ্ভুল হৈছে।" কৃতীসকলৰ অনুগ্ৰহ-বাণী আমাৰ সাহস।

শঙ্কৰ-বচনাৱলীৰ পৰিক্ৰমা এটি দিবাং কৰিবৰ যত্নও এই তাঙৰণত কৰা

হৈছে। এনে ধৰণৰ চেষ্টা আগতে কোনোজনে কৰা আমাৰ চকুত পৰা নাই। এই পৰিক্ৰমাৰ যথাৰ্থতা আৰু বঢ়া-টুটাৰ দোষ বিজ্ঞসকলে আঙুলিয়াই দিব বুলি আশা কৰিছো।

শ্ৰীধৰ স্বামীৰ বৈদান্তিক সিদ্ধান্তক শুদ্ধাদ্বৈতবাদ বা বাস্তৱ-ৰৈক্যৱাদ নাম দিয়া দেখা গৈছে। শঙ্কৰাচাৰ্য্যৰ মায়াবাদৰ শোধনেৰে তেওঁ পৰমাৰ্থভূত বস্তুৰ লগত তাৰ অংশ-স্বৰূপ জীৱ, কাৰ্য্য-স্বৰূপ জগৎ আৰু শক্তি-ৰূপ মায়াৰ অদ্বয়ত্ব প্ৰতিপন্ন কৰিছে।

প্ৰসঙ্গীয়া টোকাৰ বহুতোখিনি কথা চমু কৰা বা বাদ দিয়া হৈছে। যিসকলে প্ৰবৰ্ত্তিত বিষয়-প্ৰসঙ্গ বহলাই আলোচনা কৰিব খোজে, সিকলৰ বাবেইহে এই টোকা।

গুৱাহাটী বিশ্ববিদ্যালয়
গুৱাহাটী
১ নবেম্বৰ, ১৯৫২

মহেশ্বৰ নেওগ

## তৃতীয় তাঙৰণ

দ্বিতীয় তাঙৰণৰ পুথি বজাৰত নোহোৱা হোৱাত প্ৰকাশক শ্ৰীদত্তবৰুৱা তাড়বীয়াই এই তাঙৰণৰ ছপাৰ আয়োজন কৰিলে। কিতাপখন পৰিৱৰ্ত্তন-পৰিশোধন কৰিবৰ কাৰণে যি যত্ন কৰা উচিত আছিল, সি কাৰ্য্যতঃ হৈ নুঠিল, তথাপি কিতাপখন এলুটি দি ঠায়ে ঠায়ে সলনি কৰা হৈছে।

দ্বিতীয় তাঙৰণ প্ৰকাশ হোৱাৰ কেইমাহমান পাছৰপৰা প্ৰায় এবছৰ জুৰি বিশেষকৈ ইয়াৰ দৰ্শন-সম্পৰ্কীয় আলোচনা লৈ কাজিয়াম মেধি, শ্ৰীভৱানন্দ দত্ত আৰু শ্ৰীমনোৰঞ্জন শাস্ত্ৰীৰ মাজত আলোচনীৰ পাতত আলোচনা-সমালোচনাৰ জাউৰি উঠে। যি সময়ত পুথিখনৰ এই অংশ লিখা হয়, তেতিয়া দৰ্শনত মোৰ বিদ্যাৰম্ভ হৈছিল মাথোন। আন কি, সেই তাঙৰণ প্ৰেছৰপৰা ওলোৱাৰ আগতেই এই বিষয়ত মতামত পৰিৱৰ্ত্তিত হয়। বৰ্ত্তমান তাঙৰণত আলোচনা-টোত নতুন ভাঁজ দিয়া হ'ল যদিও ইয়ে সম্যক আলোচনা হৈছে, এনে বুলি

দাবী কৰিব নোৱাৰি। প্ৰকৃততে এই বিষয়ৰ সম্যক আৰু সুসংহত আলোচনাৰ এতিয়াও যেন অভাৱ। তেনে অনেক আলোচনা মুকলি মনৰ অভাৱ বা অবাস্তৱ মনোভাবেৰে দুষ্ট হোৱাত পণ্ডিত বা বৈষ্ণৱসকলৰ গ্ৰহণীয় হৈ উঠাও দেখা গৈছে।

এই তাঙৰণত কেইখনিমান চিত্ৰ সংযোগ কৰা হ'ল।

নৱজীৱন প্ৰেছৰ গৰাকী শ্ৰীকালীচৰণ পালক ধন্যবাদ জনাই নথ'লে এই নিবেদনৰ কাম শেষ কৰা নহ'ব।

গুৱাহাটী বিশ্ববিদ্যালয়

গুৱাহাটী
১ জুন, ১৯৫৭

মহেশ্বৰ নেওগ

## চতুৰ্থ তাঙৰণ

এইবাৰ একো যোগ-বিয়োগ নহ'ল লৰালৰিত ছপাশালৰপৰা কিতাপ আনিব লগীয়া হোৱাত।

গুৱাহাটী
১১ জুন, ১৯৬৩

মহেশ্বৰ নেওগ

শঙ্কৰী সংস্কৃতিৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা-সম্পন্ন

স্বৰ্গীয় গোপীনাথ বৰদলৈৰ স্মৃতিত

# সূচী

## প্ৰথম খণ্ড

### প্ৰস্তাৱনা



## দ্বিতীয় খণ্ড

### বাৰভূঞা ৰাজ্যত শ্ৰীমন্ত শঙ্কৰ

পিঠি

পিঠি

## তৃতীয় খণ্ড

### আহোম ৰাজ্যত শ্ৰীমন্ত শঙ্কৰ

পিঠি

## চতুৰ্থ খণ্ড

### কোচ ৰাজ্যত শ্ৰীমন্ত শঙ্কৰ

পিঠি

## পঞ্চম খণ্ড

### শঙ্কৰী সাহিত্য, সংস্কৃতি আৰু দৰ্শনৰ আভাষ



## ষষ্ঠ খণ্ড

### শ্ৰীশঙ্কৰী সম্প্ৰদায়ৰ বিস্তাৰ, সত্ৰৰ বুৰঞ্জী আৰু শঙ্কৰী ধৰ্ম্মৰ পৰিণতি

## পৰিশিষ্ট



## চিত্ৰ-সূচী



বৰপেটা সত্ৰৰ মঠ

# শ্ৰীশ্ৰীশঙ্কৰদেৱ

## প্ৰথম খণ্ড

## প্ৰস্তাৱনা

বুৰঞ্জীৰ দৃষ্টি-কোণৰপৰা বিচাৰ কৰি মহাপুৰুষ শঙ্কৰদেৱৰ এখনি সমালোচনামূলক জীৱনী লিখিবৰ উদ্দেশ্যেৰেই হাতত কাপ তুলি লোৱা হৈছে। এইটি কামৰ বাবে উপযোগী সমলৰ অভাৱ নাই। শঙ্কৰোত্তৰ যুগত কেইবা-খনিও গুৰু-চৰিত ৰচিত হৈছিল; ৰামচৰণ, দৈত্যাৰি ঠাকুৰ, ভূষণ, বৈকুণ্ঠ, ৰামানন্দ দ্বিজ, অনিৰুদ্ধ দাস—এইসকলৰ ভণিত শঙ্কৰ, মাধৱ আদিৰ চৰিত ভক্ত-বৈষ্ণৱসকলৰ সমাজত প্ৰচলিত হৈ আহিছে। সাৰ্ব্বভৌম ভট্টাচাৰ্য্যই তেওঁৰ সক আৰু বৰ 'পদ্মপুৰাণৰ স্বৰ্গ-খণ্ড'ত গুৰুজনৰ চৰিত্ৰমূলক কিছু পদ সন্নিৱেশ কৰিছে। এই কেয়োখনিয়েই পুৰণি যুগৰ গুৰুজনাৰ পদ-চৰিত। ইয়াৰ বাহিৰেও আধুনিক যুগতো দীননাথ বেজবৰুৱাই ঘাইকৈ ৰামচৰণ ঠাকুৰ আৰু দৈত্যাৰি ঠাকুৰৰ পদৰ ওপৰতে ভেঁটি কৰি ভকত-বৰলোকসকলৰ মুখে শুনা কথা সংযোগ কৰি পুৰণি ধৰণৰ পদতে এখনি 'গুৰু-চৰিত্ৰ' ৰচনা কৰি ছপাই উলিয়ায়। তেৱেঁ ১৮১৫ শকত 'হৰ-গৌৰী-সম্বাদ স্মৃত-সংহিতা ষষ্ঠি পটল আচাৰ্য্য-সংহতি'ৰ মূল শ্লোকে সৈতে তাৰ পদ-ভাঙনি প্ৰকাশ কৰে। ১৯০০ চনত হৰিবিলাস আগৰৱালাই দৈত্যাৰিৰ লিখিত চৰিত ছপা আকাৰত পোনতে উলিয়ায়; ৰামানন্দ দ্বিজৰ চৰিত-খনিও এওঁৰ দ্বাৰায় প্ৰকাশিত হয়। ১৯২৫ চনত হৰিৰাম মহন্ত

শ্ৰীমন্তশঙ্কৰ-চৰিতৰ উপাদান

ঠাকুৰে ৰামচৰণ-কৃত আৰু দুৰ্গাধৰ বৰকটকীয়ে ভূষণ দ্বিজ-কৃত চৰিত ছপাখানাৰ যোগেদি পোহৰলৈ উলিয়ায়। বৰদোৱা থানৰ কথা-চৰিতৰপৰা নতুনকৈ তেজপুৰৰ খটৱা সত্ৰৰ পুৱাৰাম মহন্তই লিখা 'গুৰু-চৰিত্ৰ' এখনি ধাৰাবাহিকভাৱে দ্বিতীয় বছৰ, প্ৰথম সংখ্যাৰপৰা পঞ্চম বছৰ, একাদশ সংখ্যালৈকে 'বাঁহী'ত ( আঘোণ, ১৮৩২—আহিন, ১৮৩৬ শক ) প্ৰকাশ পায়। এইখনিকে সাধাৰণতে 'বৰদোৱা চৰিত' বুলি জনা যায়। চৰিতখনিৰ শেহত লক্ষ্মীনাথ বেজবৰুৱাই পাদ-টীকা সংযোগ কৰিছিল এইদৰে, "ইয়াৰ সকলো কথা নিৰ্ভুল নহয় আৰু আমাৰ অনুমোদিতো নহয়।" পিছে, বিশেষকৈ এইখনি চৰিতৰে আলম লৈ বেজবৰুৱাই ১৮৩৩ শকত 'শঙ্কৰদেৱ' গ্ৰন্থ লিখি ছপা কৰে; লগতে আন বিস্তৃত সত্ৰীয়া কথা-চৰিতৰপৰা সঁজুলি লৈ 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' প্ৰণয়ন কৰে। বেজবৰুৱাৰ দুইখনি আধুনিক চৰিতৰ পিছত ১৯২৩ চনৰ মাদ্ৰাজৰ নটেশন্ কোম্পানীৰপৰা ডক্টৰ বাণীকান্ত কাকতিৰ ইংৰাজীত লিখা শঙ্কৰদেৱৰ জীৱনী আৰু ধৰ্ম্মোপদেশ সম্পৰ্কীয় এখনি পুথি প্ৰকাশিত হয়। ১৯৫২ চনত এখনি 'কথা-গুৰু-চৰিত' ওলায় —ডক্টৰ বাণীকান্ত কাকতিয়ে বৰপেটাৰপৰা সংগ্ৰহ কৰা; এই চৰিত অসম-বুৰঞ্জীসমূহৰ দৰে সম্ভ্ৰান্ত কথা-ৰীতিত সম্ভৱতঃ উজনি অসমৰ কোনো থানত খ্ৰীষ্টীয় অষ্টাদশ শতিকামানতে লিখিত। আমি এই সকলো গুৰু-জীৱন-কাহিনীৰপৰা সৰহ-তাকৰ পৰিমাণে উপাদান গ্ৰহণ কৰিছো। ইয়াৰ উপৰিও দামোদৰদেৱ, ভৱানীপুৰীয়া গোপাল আতা আদি সন্তসকলৰ বিবিধ চৰিতে আমাক সমল যোগাইছে। ছবেক ঘটনাৰ কাল-নিৰূপণ আৰু বুৰঞ্জীমূলক পৰিস্থিতি-নিৰ্ণয়ত পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাদেৱৰ সম্পাদিত পুৰণি বুৰঞ্জী আৰু আধুনিক লেখকৰ বুৰঞ্জীসমূহৰ ইঙ্গিতলৈ সততে চকু ৰখা হৈছে।

চৰিতসমূহক মুঠভাৱে দুভাগে ভগাব পাৰি—পদ আৰু কথা।

সময়ৰ হিছাপত কথা-চৰিততকৈ পদ-চৰিতেই আগ। কালানুক্ৰমৰ ফালৰপৰা চাব্লে ৰামচৰণ ঠাকুৰৰখনিয়েই প্ৰথম গুৰু-চৰিত আৰু অসমীয়া জীৱনী-সাহিত্যৰ আদি ৰূপে স্বীকৃত হ'ব লগীয়া। চৰিতকাৰ ৰামচৰণে স্বীকাৰ কৰিছে, তেওঁ মোমায়েকৰ আজ্ঞা পাই আৰু তেৰাৰপৰা শুনি শঙ্কৰ-জীৱন-কথা লিখিছে। তেওঁ ইয়াকো কৈছে, তেওঁৰ লিখাত নিশ্চয় আগৰ কথা পিছ আৰু পিছৰ কথা আগ হোৱা দোষ বৈ গৈছে। ইফালে ৰামচৰণৰ পুত্ৰ দৈত্যাৰিয়ে এখনি শঙ্কৰ-মাধৱ-চৰিত ৰচা কথাই ভকত-বৈষ্ণৱ-সকলৰ মাজত আহুকালৰ সৃষ্টি কৰিছে—পিতাকৰ আহল-বহল পুথিখন থাকোঁতে পুতেকে আন এখন চৰিত লিখিবলৈ যাব কিয় ? পিতাকৰপৰা শুনি গুৰু-কথাৰ পদ কৰিছে বুলি দৈত্যাৰিয়ে স্পষ্টকৈ উল্লেখ কৰিছে ; কিন্তু ৰামচৰণে যে এখন চৰিত ৰচিছিল, তেওঁ ঘুণাক্ষৰেও আঙুলিয়াই দিয়া নাই। এই প্ৰসঙ্গত ভকত-বৈষ্ণৱৰ দুটা মত আছে। এদলৰ মত—মাধৱৰ ভাগিন আৰু দৈত্যাৰিৰ পিতৃ ৰামচৰণে কোনো চৰিত লিখা নাছিল ; পিছত আন এজন ৰামচৰণে ( কণ্টৰীৰ ) কুঁহিয়াৰ-বাৰীত বহি পুথিখন লিখি ৰামচৰণ ঠাকুৰৰ নামত চলাই দিছিল। বৰ্তমানে দুই-এজনে এনে মত প্ৰকাশ কৰে,—শঙ্কৰদেৱে বৰদোৱা ত্যাগ কৰাৰ এশ বছৰমানৰ পিছত নাতি-বোৱাৰী কনকলতা আয়ে হাবি-তলৰপৰা বৰদোৱা আৱিষ্কাৰ কৰাত সেই থানৰ মান বঢ়াবৰ বাবেই ঘাইকৈ ৰামচৰণ ঠাকুৰৰ নামে এই পুথি ৰচনা কৰা হয়। আন দলে কয়, ৰামচৰণ ঠাকুৰ আৰু দৈত্যাৰি দুইজনেই দুখন চৰিত লিখাটো সত্য কথা। গুৰুজনা কামৰূপত থাকোঁতে জন্ম হোৱা আৰু তেওঁ বৈকুণ্ঠী হ'বৰ সময়ত সাত-বছৰীয়া ৰামচৰণে কালিন্দী আই-গোসানীৰ ১৪২ বছৰীয়া জীৱৎ-কালতে চৰিতখনি লিখে। গুৰু-পত্নীয়ে খোজাত ৰামচৰণে পুথিখন দিলে আৰু তাকে আওবাবলৈ নি কোনোবা ভকতে হেৰুৱালে বা লুকুৱাই থ'লে। লুকুওৱা অৱস্থাতে

পুথিখন বহুত কাল থাকে আৰু সেয়েহে দৈত্যাৰিয়ে নকৈ গুৰু-সকলৰ কথা পদবন্ধে নিবন্ধন কৰে। এতিয়াও ৰামচৰণ-ৰচিত চৰিত দুখণ্ড কৰিহে পোৱা হয়—আদিৰেপৰা 'ভক্তি-ৰত্নাকৰ'-ৰচনালৈকে আৰু দ্বিতীয়তে বৈকুণ্ঠ-প্ৰয়াণ খণ্ড। দৈত্যাৰি-প্ৰণীত গুৰু-চৰিতৰ আদৰ ভক্ত-সমাজত বৰ বেছি; ইয়াৰ পদখিনি শুৱলা, ঘটনাৰ বিৱৰণ পৰিপাটি। গুৰুজনৰ দ্বিতীয়বাৰৰ তীৰ্থ-যাত্ৰাৰ আগতে কামৰূপৰ চিলা গাঁৱৰ ব্ৰাহ্মণ চক্ৰপাণিয়ে তেওঁত শৰণ লয়হি। চক্ৰপাণিৰ দুটি পুত্ৰ—ৰাম আৰু বৈকুণ্ঠ। বৈকুণ্ঠৰ পুত্ৰ হ'ল আমাৰ চৰিতকাৰ ভূষণ দ্বিজ। ৰামচৰণ-দৈত্যাৰি-ভূষণৰ ঠায়ে ঠায়ে কিছুমান পদ হুবহু একেই। এনে ধৰণৰ মিলে আন যিহৰে ইঙ্গিত নিদিয়ক, এটা কথা সূচায়—তিনিওখনি চৰিত গুৰু-কথাৰ একে ঐতিহ্যেৰে পুষ্ট। এই ঐতিহ্যৰপৰা ৰামানন্দ দ্বিজৰ চৰিত-খনিহে কিছু আঁতৰ: শঙ্কৰৰ জন্ম-মাহ, শঙ্কৰদেৱে প্ৰথম শৰণ লগোৱা, তীৰ্থ-ভ্ৰমণ আৰু শঙ্কৰ-চৈতন্যৰ সাক্ষাৎ আদি নানা বিষয়ত ৰামানন্দৰ বিৱৰণ আৰু ক্ৰম অলপ বেলেগ ধৰণৰ। ৰামানন্দই তত্ত্বমূলক তৰ্ক আদি যিদৰে বিৱৰিছে, তাৰপৰা তেওঁৰ পাণ্ডিত্য স্পষ্ট হৈ ওলায়। শঙ্কৰৰ শিষ্য মাধৱ; মাধৱৰ শিষ্য ভৱানীপুৰীয়া গোপাল আতা, আতাৰ শিষ্য শ্ৰীৰামৰ পুত্ৰ আমাৰ ৰামানন্দ দ্বিজ। পদ্ম-পুৰাণৰ স্বৰ্গখণ্ড ৰহস্যৰ পদৰ লগতে চমুকৈ শঙ্কৰ-চৰিত সন্নিবেশ কৰোঁতা সাৰ্ব্বভৌমপতি ভট্টাচাৰ্য্য অন্ততঃ দেখাত গুৰু-জনাৰ সমসাময়িক আৰু শিষ্য। পদ শঙ্কৰ-চৰিতকাৰসকলৰ ভিতৰত 'ৰমাকান্ত-পদ-দ্বন্দ্ব-মকৰন্দ-মধুব্ৰত' অনিৰুদ্ধ দাসেই কনিষ্ঠ। শঙ্কৰদেৱৰ পুত্ৰ হৰিচৰণ, হৰিচৰণৰ পুত্ৰ চতুৰ্ভুজৰ জ্যেষ্ঠা ভগিনীৰ বিয়া হয় বৰুৱা চৌধাৰী আতাৰ লগত; এওঁলোকৰ পুত্ৰ দামোদৰদেৱ; দামোদৰৰ পুত্ৰ ৰমাকান্তৰপৰাই বৰদোৱা সত্ৰৰ 'বৰ হিস্যা' হয়। এই ৰমাকান্তৰে ভক্ত চৰিতকাৰ অনিৰুদ্ধ। এওঁৰ 'গুৰু-বৰ্ণনা' পুথিত শঙ্কৰ-মাধৱৰ জীৱনীৰ আভাস মাত্ৰ দিয়া হৈছে।

গুৰুজনাৰ জীৱন-কথা চৰ্চ্চিবৰ আৰু মনত ৰাখিবৰ কাৰণে পদ হ'লেই ভকত-বৈষ্ণৱৰ অধিক সুবিধা। কিন্তু কেয়োখনি পদচৰিতেই চমু। আমাৰ দেশৰ সত্ৰ-থান আদিত কীৰ্ত্তন-প্ৰসঙ্গৰ পিছতে 'চৰিত তোলা' বা 'চৰিত-চৰ্চ্চা' বুলি এটি ৰীতি প্ৰচলিত আছে: নিত্য বা নৈমিত্তিক কোনো উপলক্ষ্যত ভকতসকল গোট-পিট খাই গুৰুৰ জীৱন-কাহিনী একালপৰা আলোচনা কৰে; ঠায়ে ঠায়ে পদ-চৰিতৰপৰাও একোডোখৰ সুৰ লগাই গায়; এজন কথকে কওঁতে কিবা আসোঁৱাহ ওলালে আন এজনে তাক পোনাই ঠিক বাটলৈ আনি দিয়ে। কোনো কোনো সজ্জনৰ ঘৰতো কেতিয়াবা দহ ভকত একেলগে হৈ এনে প্ৰসঙ্গ প্ৰৱৰ্ত্তন কৰে। কেতিয়াবা কেতিয়াবা তেওঁলোকৰ মন গুৰু-মাহাত্ম্যত ইমান মজে যে তিনি চাৰি দিন চৰিত-চৰ্চ্চা লেঠাৰিকৈ চলি থাকে। এনে ধৰণে চৰিত তোলাৰ ভিতৰত বিচিত্ৰ এয়েহে—গুৰুসকলৰ অনেক উক্তি বেদৰ বাণীৰ দৰে লৰচৰ নোহোৱাকৈ অনেক কাল অনেক থান-সত্ৰত একে ধৰণে আবৃত্তি কৰা হৈ আহিছে আৰু এনেকৈয়ে গুৰু-কথাৰ ঐতিহ্যৰ এটি শকত সোঁত চাৰি-পাঁচ শ বছৰে বৈ আহিছে। কথা-চৰিতবিলাক এই ঐতিহ্যৰ সুঁতিৰ ধুনীয়া ধুনীয়া একোটি জানিবা বালি-চাপৰিহে। বেলেগ বেলেগ সত্ৰৰ কথা-চৰিতৰ ইখন-সিখনৰ মাজত দুই এটা কথাত অলপ পাৰ্থক্য থাকিব পাৰে; তদুপৰি ইমান যুগ মুখে মুখে চলি অহা কাৰণে নানা বুৰঞ্জীৰ বা বুৰঞ্জীৰ বাহিৰৰ কাহিনী চৰিত-কথাৰে মিহলি হোৱাত সি বুৰঞ্জীমূলক ঘটনাৰ চকুত অবাস্তৱ যেন লাগিব পাৰে। তথাপি বিস্তৃত আৰু মনোৰম গুৰু-জীৱনৰ কাহিনীবোৰ প্ৰাণৰ উচ্ছ্বাস সানি এনে প্ৰাণময় কৰি তোলা হৈছে যে সেইবোৰ জীৱন্ত ঘটনাৰ দৰে চকুৰ আগতে দেখা আৰু নিজ কাণেৰে শুনা যেন লাগে। ডক্টৰ কাকতিৰ সংগৃহীত, অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুৰ সম্পাদিত, সুবৃহৎ কথা-গুৰু-চৰিতৰপৰা এই

কথা স্পষ্টকৈ বুজা যাব। অনিৰুদ্ধ দাসে চৰিত লিখিবলৈ অনুপ্ৰেৰণা পাইছিল এনে 'চৰিত তোলা'ৰপৰা—

কথা-ৰূপে ভক্তসবে চৰ্চ্চে ঠাই ঠাই।
পদ-ছন্দে কৰিবাক মোৰ অভিপ্ৰায়॥

গুৰু-চৰিত আৰু সত্ৰীয়া বুৰঞ্জীসমূহৰ মাজত অসমৰ সামাজিক বুৰঞ্জীৰ সকলো সমল সোমাই আছে। ৰজাঘৰীয়া দৃষ্টিৰ গোচৰত লিখা ৰাজনৈতিক বুৰঞ্জীৰপৰা সম্পূৰ্ণ পৃথক এক দৃষ্টি-ভঙ্গী লৈ লিখা এই বিৱৰণবোৰে ৰাজনৈতিক বুৰঞ্জীৰো বহুতো অপূৰণ অঙ্গ পৰিপূৰণ কৰিব পাৰে।

শঙ্কৰদেৱৰ নিজৰ লেখাৰ আভ্যন্তৰীণ প্ৰমাণৰপৰা আমি পাওঁ —লুইত-পৰীয়া বৰদোৱা গাৱঁৰ 'মহা গ্ৰামেশ্বৰ' ৰাজধৰ কায়স্থ; ৰাজধৰৰ পুত্ৰ সূৰ্য্যবৰ 'মহা বড়া দেশধৰ' সূৰ্য্যবৰৰ পুত্ৰ ভৌমিক-শিৰোমণি কুসুমবৰ; কুসুমবৰৰ পুত্ৰ শ্ৰীমন্ত শঙ্কৰ। ইফালে ৰাজধৰৰ পিতাক চণ্ডীবৰক দুৰ্লভনাৰায়ণে বহু মান কৰি টেমুনীয়াবন্ধ বটদ্ৰৱা গ্ৰামত বহুৱাইছিল আৰু দেৱীদাস নাম দিছিল বুলি গুৰুজনাই নিজে লিখি থৈ গৈছে।[১] কথা-গুৰু-চৰিত আৰু বৰদোৱা চৰিতমতে আদি পুৰুষ অত্ৰি-গোত্ৰ-সম্ভূত প্ৰেম-পূৰ্ণানন্দগিৰীয়ে কৃষ্ণক উপাসি কৃষ্ণগিৰী নামে পুত্ৰ লাভ কৰে; কৃষ্ণগিৰীয়ে ভগৱন্তক সুবৰ্ণ দি আৰাধনা কৰাত পুত্ৰ সুবৰ্ণগিৰী ওপজে; সুবৰ্ণগিৰীয়ে গন্ধৰ্ব্বসকলক আৰাধি গন্ধৰ্ব্বগিৰীক পুত্ৰৰূপে পালে। ৰাম-ৰূপ ভগৱন্তক আৰাধনা কৰাত গন্ধৰ্ব্বগিৰীৰ সন্তান জন্মিল ৰামগিৰী; ৰামগিৰীৰ পুত্ৰ হেমগিৰী; তেওঁৰ ল'ৰা হৰিবৰগিৰী। পুত্ৰহীন হৰিবৰগিৰীৰ কন্যা কৃষ্ণকান্তি হ'ল চিৰকুমাৰী। কথিত আছে, সদাশিৱৰ বৰত কৃষ্ণকান্তিৰ লণ্ডাবৰ বা লণ্ডাদেৱ নাম পুত্ৰ লাভ হয়। পৃথিৱীৰ অনেক জাতিৰ মাজতে দেৱতাৰ ঔৰসত নাৰীৰ সন্তান হোৱা (parthogenesis) বিশ্বাস আছে। লণ্ডাবৰে চণ্ডীদেৱীৰ আৰাধনা

শ্ৰীশঙ্কৰৰ উপৰি পুৰুষ

কৰাত ভাৰ্য্যা সুভদ্ৰাৰ গৰ্ভত এটি ল'ৰা ওপজে—চণ্ডীবৰ। লণ্ডাবৰৰ ওপৰৰ উপৰি পুৰুষসকলৰ বিষয়ে অৱশ্যে দৈত্যাৰি, ভূষণ, বৈকুণ্ঠ, ৰামানন্দ দ্বিজ নিমাত।

চণ্ডীবৰৰ পৃষ্ঠপোষক ৰজা দুৰ্ল্লভনাৰায়ণৰ বিষয়ে গুৰুজনে বহলাই একো লিখা নাই। সমসাময়িক সাহিত্যত এইজনা কমতাৰ ৰজাৰ উল্লেখ আছে। হেম সৰস্বতী আৰু হৰিবৰ বিপ্ৰ এওঁৰ ৰাজত্বৰ আৰু কবিৰত্ন সৰস্বতী সম্ভৱতঃ অলপ পিছৰ কবি। হেম সৰস্বতীয়ে 'প্ৰহ্লাদ-চৰিত্ৰ'ত আত্ম-পৰিচয় দিছে—

কামেশ্বৰ
দুৰ্ল্লভনাৰায়ণ

কমতা মণ্ডল দুৰ্ল্লভনাৰাণ
নৃপবৰ অনুপাম।
তাহান ৰাজ্যত ৰুদ্ৰ সৰোচতি
দেৱযানী কন্যা নাম॥
তাহান তনয় হেম সৰোচতি
ধ্ৰুৱৰ অনুজ ভাই।

একেজন কবিয়ে সঙ্কলন কৰা বিবিধ পুৰাণৰ ভাওনি 'হৰ-গৌৰী-সম্বাদ' নামৰ পুথি এখনি সম্প্ৰতি গোৱালপাৰা জিলাত পোৱা হৈছে। তাত আছে—

ভূপ দুৰ্ল্লভনাৰায়ণ পাত্ৰ পশুপতি সুত
সৰ্ব্বশাস্ত্ৰ-পণ্ডিত সুজান।
তাহান তনয় চাৰি ধনঞ্জয় আদি কবি
ধ্ৰুৱ ভৈল কুলত প্ৰধান॥
অপৰ হেমন্ত কবি হৰ গৌৰী পদ সেবি
হেম সৰস্বতী ভৈল [ নাম ]।
মণ্ডিত গাম্ভীৰ গহীন সুথিৰ ধীৰ
কামতা ভুবন নিজ গ্ৰাম॥[২]

হৃবিবৰ বিপ্ৰই মহাভাৰত জৈমিনীয় অশ্বমেধ পৰ্ব্বৰ ভাঙনি 'বভ্ৰুবাহনৰ যুদ্ধত' দুৰ্লভৰ প্ৰশস্তি গাইছে—

জয় জয় নৃপবৰ দুৰ্ল্লভনাৰায়ণ ৰাজা
কাম[তা]পুৰে ভৈল বীৰবৰ।

কবিবৰ সৰস্বতীয়ে আকৌ দ্ৰোণপৰ্ব্ব মহাভাৰতৰপৰা জয়দ্ৰথ-বধৰ পদ ভাঙনি কৰোঁতে নিজৰ চিনাকি দি কৈছে, তেওঁৰ পিতাক কায়স্থ-প্ৰবৰ চক্ৰপাণি শিকদাৰৰ আছিল ছোটশিলা' গ্ৰামত ঘৰ; শিকদাৰে দুৰ্ল্লভনাৰায়ণৰপৰা ধন-ধান-সতকাৰ লাভ কৰিছিল। কবিবৰক কিন্তু দুৰ্লভ-পুত্ৰ ইন্দ্ৰনাৰায়ণৰ দিনৰ লোক যেনহে লাগে।—

নৃপ-শিৰোমণি দেৱ মহামানী
দুৰ্ল্লভনাৰায়ণ ৰাজা।···
তাহান তনয় ভৈল ধৰ্ম্মময়
ইন্দ্ৰনাৰায়ণদেৱ।
মহাবীৰ ধীৰ স্বভাৱে গম্ভীৰ
নিতে কৃত্য হৰি-সেৱ॥
যত সৰ্ব্বক্ষণ ইন্দ্ৰনাৰায়ণ
বৰ দেন্ত সদাশিৱ।
হৌক নৰেশ্বৰ পাঞ্চ-গৌৰেশ্বৰ
পিতা-পুত্ৰে চিৰঞ্জীৱ॥

চণ্ডীবৰৰ কামৰূপ-আগমন

এই তিনিজন প্ৰাক্‌শঙ্কৰী কবি আৰু শঙ্কৰদেৱৰ লেখাৰপৰা 'পঞ্চ-গৌড়েশ্বৰ'[৩] উপাধি-কামী এজনা কামৰূপাধিপ দুৰ্ল্লভনাৰায়ণ আৰু তেওঁৰ পুত্ৰ ইন্দ্ৰনাৰায়ণৰ ৰাজ-শক্তি আৰু ধৰ্ম্ম-সাহিত্যৰ বিষয়ত উৎসাহৰ কথা প্ৰতিষ্ঠিত হয়। সকলো গুৰু-চৰিতৰ মতে দুৰ্ল্লভনাৰায়ণৰ দিনতে শিৰোমণি ভূঞা চণ্ডীবৰ কামৰূপলৈ আহে। চণ্ডীবৰ হ'ল শঙ্কৰৰ আজোককাক ৰাজধৰৰ পিতৃ অৰ্থাৎ চতুৰ্থ উপৰি পুৰুষ।

শঙ্কৰৰ জন্ম ১৩৭১ শকত ; ৰামানন্দৰ চৰিতমতে কুসুমবৰৰ তেতিয়া ২৯ বছৰ ; তেনে হ'লে কুসুমৰ জন্ম-শক হ'ল ১৩৪১। কুসুম সূৰ্য্যবৰৰ বৰ ল'ৰা ; সূৰ্য্যবৰ ৰাজধৰৰ বৰ পুত্ৰ। কুসুম, সূৰ্য্যবৰ দুয়ো বাপেকৰ বয়স যথেষ্ট হোৱাতহে উপজিছিল। গতিকে প্ৰতি পুৰুষত ডেৰকুৰি বছৰ ধৰি ৰাজধৰৰ জন্মৰ বছৰ ১২৮০ শক বা ১৩৫৮ চন পাওঁ। গুৰুচৰিতবোৰত আছে, চণ্ডীবৰ কামৰূপত কিছু কাল থকাৰ পিছতহে পুত্ৰ ৰাজধৰৰ জন্ম হয়। সূৰ্য্যদেৱ সিদ্ধান্তবাগীশৰ ৰাজবংশাৱলীত আছে যে 'ভূঞা'ৰ জন্ম হয় ১২৩৮ শকত—"বাৰ আঠত্ৰিশ শকে ভূইঞা উপজিলা। বাৰভূইঞা হইয়া কামৰূপক ভুঞ্জিলা॥" এই 'ভূঞা' যদি আমাৰ শিৰোমণি ভূঞা চণ্ডীবৰেই হয়, আমাৰ এই হিচাপটিও মিলি যায় ; আৰু দুকুৰিমান বছৰ বয়সত চণ্ডীবৰ দুৰ্ল্লভনাৰায়ণৰ ৰাজ্যলৈ অহা বুলি ধৰি ল'ব পাৰোঁ। মুঠতে খ্ৰীষ্টীয় চতুৰ্দ্দশ শতিকাৰ ষষ্ঠ দশকৰ ভিতৰতে ( ১৩৫১—৬০ খ্ৰীঃ অঃ ) এই আগমন ঘটে বুলি প্ৰায় নিশ্চয় কৰিব পাৰি। গুণাভিৰাম বৰুৱাই লিখিছে, "চণ্ডীবৰ প্ৰমুখ্যে ভূঁয়াসকল এই দেশলৈ অহাৰ সময় ১২২০ শক অনুমান হয় অৰ্থাৎ চুকাফা ৰজা সোমাৰ দেশলৈ অহাৰ প্ৰায় কিছু বছৰ পূৰ্ব্বে আহে। কিন্তু সেই সময়ৰ ইতিহাস যেনে অস্পষ্ট, তাৰপৰা প্ৰকৃত সময় পোৱা কঠিন।" কমতাধিপতি দুৰ্ল্লভনাৰায়ণে খ্ৰীষ্টীয় ত্ৰয়োদশ শতিকাৰ শেষ ভাগত বৰনদী আৰু কৰতোয়াৰ মাজৰ দেশখন শাসন কৰিছিল বুলি ছাৰ্ এডৱাৰ্ড্ গেইটে থিৰাং কৰিছে। কনকলাল বৰুৱাই মত প্ৰকাশ কৰে, খ্ৰীষ্টীয় চতুৰ্দ্দশ শতিকাৰ দ্বিতীয় চতুৰ্থাংশত দুৰ্ল্লভৰ ৰাজত্ব চলিছিল।

চৰিত্ৰৰ বিৱৰণমতে, গৌড়েশ্বৰ ধৰ্ম্মনাৰায়ণৰ লগত জমিন-দেশৰ বাবে কামেশ্বৰ দুৰ্ল্লভনাৰায়ণৰ বিবাদ-সংগ্ৰাম লাগে। দুৰ্ল্লভনাৰায়ণে গৌড়েশ্বৰৰ ৰাজ্য সোমাই মহানন্দাৰ পাৰত গড় কৰি থ'লে। সাদিন সাতনিশা যুদ্ধ হ'ল। অনেক লোক ৰণত

পৰিল। "মাহনা গঙ্গা শোণিতে কৰ্দ্দম হৈ বহি যায়ঃ তীৰ ঢাকি শএ জুৰিলে।" ছয়োজন ৰজা আছিল দেৱী-ভক্ত। সেই সূত্ৰেই শেহাস্তৰত দুয়োৰে মিত্ৰতা হ'ল। দুৰ্ল্লভে ক'লে বোলে, "আমাৰ দেশত পণ্ডিত ব্ৰাহ্মণ কায়স্থ নাই। তোমাৰ-আমাৰ সুখ-দুখৰ বাৰ্ত্তাও বুজিব লাগে, চাই আমাক ঘৰিচাৰেক মানুহ দিয়া যক।" গৌড়েশ্বৰে পুৰোহিত কৃষ্ণ পণ্ডিত, ৰঘুপতি, ৰামবৰ, লোহাৰ, বয়ন, ধৰম, মথুৰা—এই সাতঘৰ ব্ৰাহ্মণ; আৰু হৰি, শ্ৰীহৰি, শ্ৰীপতি, শ্ৰীধৰ, চিদানন্দ, সদানন্দ, চণ্ডীবৰ—এই সাতঘৰি কায়স্থ দিলে। "মহানদীৰ (মহানন্দাৰ ?) ওচৰত ৰণ হোৱাক চাই হলে বঙ্গাল দেশৰ উত্তৰ ফালৰ অৰ্থাৎ পুৰণীয়া অঞ্চলৰ ধৰ্ম্মনাৰায়ণ কোনো সামান্য ৰজা হ'ব পায়। গৌড়ৰ দেশত মুছলমান বিলাকৰ আধিপত্য হোৱাত কোনো হিন্দু ক্ষুদ্ৰ ৰজাই গৌড়েশ্বৰ নাম লই সেই ক্ষুদ্ৰ প্ৰদেশ শাসন কৰিছিল। চণ্ডীবৰ, ৰামবৰ, লোহাৰ, বয়ন নামৰ দ্বাৰাও সেইটি অনুভৱ হয়। বিশেষ ব্ৰাহ্মণ থাকোঁতে কায়স্থ চণ্ডীবৰক শিৰোমণি ভূঁয়া পতাত সেই কায়স্থ কেইজন বিখ্যাত 'লালা কায়েথ' এনে মনে ধৰে।" সাতঘৰ ব্ৰাহ্মণ, সাতঘৰ কায়স্থ—"এই কেই জনৰ প্ৰধান বাৰ জনক বাৰভূঁয়া বোলে।"[8] কিন্তু পণ্ডিতসকলৰ সাধাৰণ মত যে 'বাৰ' শব্দটোৱে দ্বাদশ সংখ্যাটো নিৰ্দ্দেশ নকৰে।

'ভূঞা' শব্দৰ ঠাইত শঙ্কৰদেৱে দশমত 'ভৌমিক' আখ্যা ব্যৱহাৰ কৰিছে। ভূঞাসকল এক শ্ৰেণী ভূ-স্বামী মাত্ৰ; ব্ৰাহ্মণ; দৈৱজ্ঞ, মুছলমান আদি নানা জাতৰ ভূঞা আছিল। অসমৰ ভূঞাসকলেৰে ছোট নাগপুৰৰ আদিবাসী ভূঞাসকলৰ কোনো সম্পৰ্ক নাই। 'ভূঞা' শব্দটো সংস্কৃত ভূমি শব্দৰপৰাই উদ্ভূত, ফাৰ্চী 'জমিন্দাৰ' আৰু সংস্কৃত 'ভৌমিক' নামৰ সমাৰ্থক। 'কামৰূপৰ বুৰঞ্জী'ত আছে, "অনেকখানি গাওঁ লগ লগোৱাত তাৰে নাম ১ এক চাকলা। সেই

বাৰভূঞাৰ উৎপত্তি

চাকলে প্রতি এটি ভূঞা অর্থাৎ ৰজা।”[৫] অসমত আৰু বঙ্গদেশতো ‘বাৰভূঞা’ বোলোঁতে প্রায়েই বাৰজন লোকৰ উল্লেখ কৰিলেও ‘বাৰ’ৰ অর্থ ‘বহু’হে, নির্দ্দিষ্ট এটা সংখ্যা নহয়। বাৰ বা দ্বাদশ সংখ্যাটোৰ এনে ব্যৱহাৰ অনেক ঠাইত আছে; বিশ্বসিংহৰ বাৰজন মেচ কার্জী, নৰনাৰায়ণৰ দিনৰ তাঁতীকুচিত বাৰ মৰল, জয়ন্তীয়া ৰজাৰ বাৰজন দলই, নেপালৰ ৰজাৰ বাৰজন পাৰিষদ, অসমৰ ধর্ম্ম-সমাজৰ গোপাল-বাৰজনীয়া, বৰ বাৰজনীয়া আৰু সৰু বাৰজনীয়া মহন্ত।[৬] ৰাজপুতনাৰ কোনো কোনো দেশীয় ৰাজ্যত ‘দ্বাদশ ভৌমিক’ নিযুক্ত কৰাৰ ৰীতি আছে। বঙ্গদেশৰ পাল আৰু সেন ৰজাসকলৰ দিনত ‘ভূইয়া’সকলেই দেশ শাসন কৰিছিল।[৭] আকবৰ-নামা, আইন-ই-আকবৰী আদি মুছলমান বুৰঞ্জীত গৌড়ৰ ‘ভূঁইয়া’সকলৰ কাৰো কাৰো উল্লেখ পোৱা যায়। ‘বাৰো ভূঁয়ে’ বা ‘বাৰ ভূঁইয়া’ বঙ্গৰ বাৰজন ভৌমিক বা ৰজা-উপাধি-ধাৰী জমিদাৰ। এওঁলোকৰ অনেকই আকবৰ বাদশ্বাহৰ সমসাময়িক, কোনো কোনোজন তাতোকৈ আগৰ। এসময়ত এওঁলোকেই দেশ শাসন কৰিছিল বুলি ‘বাৰভূঁয়ে বাঙ্গালা’ কথাটো প্রচলিত হৈছিল। বঙ্গৰ বাৰভূঞাসকলৰ মাজত বসু, গুহ, শূৰ আদি বংশীয় বঙ্গজ কায়স্থ, বাৰেন্দ্র ব্রাহ্মণ, মুছলমান আদি আছিল। মানসিংহই বঙ্গাল দেশ আক্রমণ কৰিবৰ সময়ত ভূঞা-সকলৰ কাকো কাকো লগ পাইছিল।[৮] মুছলমানী আমোলতো বঙ্গৰ ভূঞাসকলে আংশিক স্বাধীনভাৱে দেশ শাসন কৰিছিল।

নাগশঙ্কৰ বা নাগাক্ষ ৰজা আৰু তেওঁৰ বংশই চতুর্থ শতিকাৰ-পৰা আৰম্ভ কৰি দুশ বছৰ লুইতৰ উত্তৰ পাৰে ৰাজত্ব কৰিছিল। এই ক্ষত্রিয় বংশৰ লোকেই পিছৰ যুগত ভূঞা বুলি পৰিচিত হয়। জিতাৰি বংশৰ ধর্ম্মপালৰ নাতি সোমপালৰ তোলনীয়া পুতেক প্রতাপসিংহই উজনিৰ এই ভূঞাইতক মাৰি ‘বৰ ৰজা’ হৈছিল। এই বংশৰ বংশধৰসকলেও পিছৰ যুগত ভূঞা বুলি

চিনাকি দিছিল। কামৰূপৰ বুৰঞ্জী, ৰত্নিকান্ত দ্বিজৰ ৰাজবংশাৱলী আদিমতে কমতাৰ ফিঙ্গুৱা ৰজাৰ বংশৰ পিছত কামৰূপত বন্নসিংহ নামে ৰজা হয়। ইয়াৰ পিছতে দেশত বাৰভূঞাৰ আমোল হ'ল। বাৰভূঞাক খেদি গৌড়ৰ হুছেন শ্বাহে দেশ লয়; কিন্তু মুছলমানে এৰি যোৱাত পুনৰ বাৰভূঞাৰ ৰাজত্ব হ'ল। কামৰূপৰ বুৰঞ্জীমতে ১৪১১ শকত হুছেন শ্বাহে কামৰূপ আক্ৰমণ কৰে; ৰত্নিকান্ত দ্বিজৰ মতে ১৪১৪ শকত দৰঙী বামুণ জয়সিংহ ৰজাৰ পিছত বাৰভূঞাই ৰাজ্য ভুঞ্জে; ১৪৬২ শকত মুছলমানে কামৰূপ এৰি যায় আৰু ভূঞাসকলে পুনৰ দেশ অধিকাৰ কৰি লয়।[৯] এইদৰে যেতিয়াই দেশত অৰাজকতাই দেখা দিছিল, "গাৱেঁ গাৱেঁ ভৈল তেৰে সবে ভূঞাৰাজ।" আৰু কোনো প্ৰতাপী ৰজা ওলালেই ভূঞাসকলে তেওঁৰ লগ লৈছিল—বিশ্বসিংহৰ অভ্যুদয়ৰ আগতে যেনেকৈ "গৌড়েশ্বৰ পাশে থাটে ভূঞা নিৰন্তৰ।"[১০] বিশ্বসিংহই ৰাজ্য ল'বৰ সময়ত কামৰূপ অঞ্চলৰ অনেক ভূঞাক বশ বা হত্যা কৰিছিল। ডাঃ ৰেডে 'উজনি অসম'ৰ ৰজা 'সক ভূঞা'ক কাঠৰ খাণ্ডা-বাৰুৰেই বিশ্বসিংহই জয় কৰি বধ কৰা আৰু প্ৰতাপী নাৰায়ণ ভূঞাকো বধ কৰি ভূঞাসকলক বশঙ্গত কৰা কথা উল্লেখ কৰিছে।

গুৰু-চৰিতসমূহৰ বিৱৰণমতে ভূঞাসকলে অসম-কামৰূপৰ বাহিৰৰপৰা আহি ইয়াত থিতাপি লয়হি। কিন্তু ব্ৰহ্মপুত্ৰৰ উত্তৰ কূলৰ আৰু তাহানিৰ চুতীয়া ৰাজ্যৰ সংলগ্ন দেশত ৰাজত্ব কৰা ভূঞাসকলৰ বংশধৰে আৰিমত্ত ৰজাৰ মন্ত্ৰী (আৰু পিছত ৰজা হোৱা) সমুদ্ৰৰপৰাহে বাৰভূঞাৰ উদ্ভৱ হৈছিল বুলি দঢ়াই কয়। তেওঁলোকৰ মতে সমুদ্ৰৰ নাতিনী-জীয়ৰী লক্ষ্মীয়ে সূৰ্য্য দেৱতাক আৰাধি শান্তনু আৰু সুমন্ত বা স্তমন্ত নামে দুটি যঁজা সন্তান লাভ কৰে। কথিত আছে, শান্তনু আৰু সুমন্তৰ বাৰজনকৈ পুত্ৰ হৈ বাৰভূঞা নামে দেশ শাসন কৰিবৰ অৰ্থে সূৰ্য্যদেৱে

বৰ দিছিল। শান্তনুৱে লখীমপুৰত আৰু সুমন্তই বৰ্ত্তমান নগাঁৱৰ ৰামপুৰত বেলেগভাৱে ৰাজত্ব কৰে; শান্তনুৰপৰা বৰ বাৰভূঞা আৰু সুমন্তৰপৰা সৰু বাৰভূঞাসকলৰ উৎপত্তি বুলি ধৰা হয়। সুমন্তৰ বৰপুত্ৰ কন্দৰ্পবৰৰপৰাই শঙ্কৰদেৱৰ বংশৰ উৎপত্তি বুলি ধৰা হয়।[১১] গুৰু-চৰিত আৰু উজনিৰ বাৰভূঞাৰ প্ৰৱাদৰ এই অমিল লক্ষ্য কৰি লক্ষ্মীনাথ বেজবৰুৱাই লিখিছে, "শ্ৰীশঙ্কৰদেৱ কমতাপুৰৰ ৰজাই পতা ভূঞাৰহে সন্ততি আছিল, ৰাজত্ব কৰা বাৰভূঞাৰ সন্ততি নহয়।"

কামেশ্বৰে চৈধ্যঘৰ ব্ৰাহ্মণ-কায়স্থক মাটি-বৃত্তি, বন্দী-বেটী দি ৰৰনদীৰ নামে হাজোৰ ওপৰে লেঙা-মাগুৰিত পাতিলে। তেওঁলোকৰ স্মৃতি-স্বৰূপে লেঙাই গাওঁ, মাগুৰি, ভোমাৰ বৰি (ভূঞাৰ বৰি), ডিমৌ (ডিম্‌লা), বৰহাটা (বৰহাট) আদি কিছুমান গাঁৱৰ চিন আছে।[১২] এই অঞ্চলত ছমাহমান থকাৰ পিছত চৈধ্যজন পমুৱা নাও লৈ ঘৰোৱাহী তুলি আনিবলৈ গ'ল গৌড়েশ্বৰৰ ৰাজ্যলৈ। তেওঁলোক গৈ পাওঁতেই লগুৱাৰ ঢুকাল। দেশৰপৰা ঘূৰি অহাৰ পিছত গৌড়েশ্বৰে ক্ৰোধ কৰি চণ্ডীবৰক নি ছমাহ বন্দী কৰি থয়; কিন্তু কাশীৰপৰা বাদ কৰিবলৈ অহা এজন পণ্ডিতক তৰ্কযুদ্ধত হৰুৱাই চণ্ডীবৰে ৰজাৰপৰা মুক্তি আৰু সন্মান লাভ কৰে। গৌড়েশ্বৰে নাও-মাজি দি চণ্ডীবৰক কামৰূপত থোৱালে। কোনো জনৰ মতে আকৌ চণ্ডীবৰ গৌড় ৰাজ্যৰ আগৰ ঘৰলৈ পলাই যোৱা কাৰণে অথবা কামেশ্বৰৰ সম্পূৰ্ণ বশজত হৈ থাকিব নোখোজাত দুৰ্লভনাৰায়ণেহে তেওঁক এইদৰে বন্দী কৰি ৰাখিছিল।

কামেশ্বৰৰ ৰাজ্যত চণ্ডীবৰ আদি

আন অনেক প্ৰসঙ্গৰ দৰে শঙ্কৰদেৱৰ পূৰ্ব্বপুৰুষসকলৰ আখ্যানতো ৰামানন্দ দ্বিজৰ বৰ্ণনা আনবোৰ চৰিতৰপৰা পৃথক। ৰামানন্দৰ মতে লাণ্ডা ভূঞাৰ পুত্ৰ কনৌজ ৰাজ্যৰ অধিকাৰ আছিল।

কুলত কায়স্থ সবে আচাৰ বিস্তৰ।
গৌড়েশ্বৰে যাৰ খ্যাতি শুনিছা বিস্তৰ॥

এনেতে যৱন কুলৰ হুংসানচাইৰ ( হুছেন শ্বাহ ) দিগ্বিজয় আৰম্ভ হ'ল আৰু কেয়োফালে অৰাজকতাই দেখা দিলে।[১৩] চণ্ডীবৰে কায়স্থ-ব্ৰাহ্মণ সঙ্গীসকলেৰে আলচ কৰি অৰণ্যত আত্ম-গোপন কৰিলে। যেতিয়া যৱনসকল দেশ মাৰি নিজৰ ঠাইলৈ উলটিল,

আপুনাৰ কুল ৰাখি ভয়ে যৱনক।
আসিলন্ত পাছে গৌড়েশ্বৰৰ ৰাজ্যক॥
সপ্তঘৰ কায়স্থ সপ্তঘৰ দ্বিজবৰ।
তান সঙ্গে আন লোক আনিলা বিস্তৰ॥

কমতাধিপতি দুৰ্ল্লভনাৰায়ণৰ লগত গৌড়েশ্বৰৰ মহা মিত্ৰতা। স্নেহৰ হেতুকে দুৰ্ল্লভে গৌড়েশ্বৰলৈ নিজৰ জীকে বিয়া দিছিল। তেওঁ জোঁৱায়েকলৈ খুজি পঠিয়ালে সাতঘৰ বামুণ, সাতঘৰ কাথ। গৌড়ৰাজৰ কথামতে চণ্ডীবৰ প্ৰমুখো চৈধ্যঘৰ ব্ৰাহ্মণ-কায়স্থ কমতাপুৰলৈ আহিল। দুৰ্ল্লভ ৰজাই শশিপাত্ৰৰ হতুৱা তেওঁলোকক টেম্বুৱানীবন্ধ ৰৰদোৱা গ্ৰামত কুটুম্বে সৈতে ঘৰ-বাৰী দিয়াই বহুৱালে। চণ্ডীবৰে চহকী হৈ ৰজাক নমনাত পৰিল, ৰজাৰ দূতক বন্দী কৰি থয়, কৰ-ভাৰ নিদিয়ে, দৰবাৰলৈ নাহে। ৰজাই পাঁচিলত শশিপাত্ৰ সেনা সমে কাজলি-পাৰ পালেগৈ আৰু ছলনা কৰি চণ্ডীবৰক বন্দী কৰি আনিলে।

আনবিলাক চৰিতমতে গৌড়ৰপৰা মুক্তি পাই চণ্ডীবৰ ঘূৰি মাণ্ডৰিলৈ আহি তাতে কতোদিন ৰ'ল। মাণ্ডৰি জানেদি লুইতৰ পানী সোমাই প্ৰজাৰ শস্য হানি কৰে। বাউসীৰ গন্ধৰ্ব্বৰায় ছোট ৰজাৰ আদেশত ৰায়তে ধৰ বান্ধি আহাৰৰ ভৰ পানী ৰাখিব নোৱাৰাত চণ্ডীবৰে দীঘল কাঠ আনি পজালি, টাঙনি বান্ধি, মানুহ তুলি লেজুৰে কৰ্চালি পোতাই, চতি খুৱাই, চৰা মৰাই, মাটি দি খুন্দি

চণ্ডীবৰৰ বংশ-বৃদ্ধি

পানী ৰখালে। গন্ধৰ্ব্বৰায়ে গুৱা এসঁফুৰা আগ বঢ়ালে; বাইজে অপুত্ৰক চণ্ডীবৰৰ পুত্ৰ হ'বলৈ আশীৰ্ব্বাদ দিলে। পাছে মাঘৰ কৃষ্ণা চতুৰ্দ্দশীত ৰাজধৰৰ জন্ম হ'ল। কালক্ৰমত দেৱহূতি নামে কন্যাৰ লগত ৰাজধৰৰ বিয়া হয়।

ৰাজধৰ

ইফালে আঘোণমহীয়া ভোট নামি দেশৰ গৰু-ম'হ লুটি-পুটি নিলে; কামেশ্বৰৰ কৰতলীয়া ছোট ৰজা গন্ধৰ্ব্বৰায় ভোটৰ ভয়ত দক্ষিণ পাৰলৈ পলাই গ'ল। এদিন ৰাজধৰকো ধানৰ পথাৰৰ-পৰাই ভোটে ধৰি-বান্ধি নিলে। ৰাতি চণ্ডীবৰে খবৰ পাই বাটৰেপৰা আন লোকে সৈতে পুতেকক উদ্ধাৰি আনিলেগৈ, ভোটইঁতকো কাটিলে। চাৰি-পাঁচ বছৰৰ অন্তত পোখা গজা ভোটবোৰে দপালি পৰাত ৰজা-বাইজে ভয়তে গা এৰা দিবলৈ চণ্ডীবৰৰ গাতে সকলো দায় দিলে। চণ্ডীবৰে বাৰেও ভূঞাক চপাই জনালে, "মই সৱাৰো হিতকাৰীহে, তেওঁ আমালৈ শাল চাচে। আমাৰে আশীখান ঢালেৰে এই ৰজা-ৰাজ্যে ভাৰষা কৈলে আমিয়ে পাৰোঁ। তেওঁযে আমাকেহে দেখায়, ই অধৰ্ম্মী দেশত নথাকোঁহক।" বাৰভূঞা উজাই কাজলিমুখে সোমাই ভলুকাগুৰিত ৰ'লহি। ছমাহ থাকি তাত খেতিৰ আচল পাই উত্তৰ পাৰে পৰ্ব্বতৰ নামৰ বৌটাৰ দক্ষিণ-পশ্চিমৰ কুঠাৰভুৰি-কৈঁটাশিমলুত ৰ'লগৈ। তাতো এবছৰে মাছ-পানী-খৰিৰ বাবে অসুবিধা পাই উজাই শিঙৰিৰ পোনে বৌটাত চাৰি কোঁঠ মাৰি থাকিল। কিছু দিনৰ মূৰত ভোটে বৌটা আক্ৰমণ কৰাত তিনি দিন যুদ্ধ কৰি বাৰভূঞাই ভোটক ঘটুৱালে। এই সময়তে পুহমহীয়া চণ্ডীবৰৰ মৃত্যু হ'লত ৰাজধৰ সৱাৰে ওপৰত বৰভূঞা হ'ল।

কথা-গুৰুচৰিতত আছে, এই সময়তে "বিশ্বসিংহে সৱাকে জিনি একছত্ৰে ৰাজ লৈছে"; কিন্তু বিশ্বসিংহৰ উদয় প্ৰকৃততে ইয়াৰ বহু কালৰ পিছৰ কথা। বাৰভূঞাসকল কুঠাৰভুৰিত মুঠ বাৰ বছৰ থকাৰ পিছত দখিনলৈ পাৰ হৈ চাৰি হৃদকৈ আলি বান্ধি, পুখুৰী

খানি আলিপুখুৰী গাঁও পাতি ল'লে। "তেনেতে কছাৰীয়ে দেশ খেদি লুটি মাৰি নি কপিলীমুখতে বৈছেগৈ। ৰাজ ভাগি হাবি সোমাইছে। ভূঞাসৱে গুলাই নিশাই সৱে ম্বো হৈ নাঞ্জৰে বেঢ়ি ধৈলেগৈ, কতো মাইলে, কতো পানীত পৈল, কতো পলাল। সৱে বস্ত নাঞ্জ লৈ আহিল। তাৰেপৰা কছাৰী চুপ খালে, নোলাল। ৰাজ ৰক্ষা পালে।"

ৰাজধৰে সূৰ্য্যক হৰন কৰি অলপ বয়স হোৱাতহে সূৰ্য্যবৰক পুত্ৰৰূপে পায়। সূৰ্য্যবৰৰ ভায়েকহঁত হ'ল ক্ৰমে জয়ন্ত, হলায়ুধ, মাধৱ। কোনোৰ মতে হলায়ুধহে সৰ্ব্বসক। চাৰি

সূৰ্য্যবৰ

ভায়ে ৰাম চৌধাৰীৰ জীয়ৰী খেৰসূতী, গুটিমালী, সুভদ্ৰা আৰু সুভগাক বিয়া কৰালে। হলায়ুধ কম বয়সতে ঢুকাল, সন্তান-সন্ততি নাথাকিল। জয়ন্তৰ পুত্ৰ সতানন্দ (শতানন্দ); তেওঁৰ পুত্ৰ জগতানন্দ বা ৰামৰায়। মাধৱৰ পুত্ৰ মাধৱি দলৈ; মাধৱিৰ পুত্ৰ ৰতিকান্ত দলৈয়ে ব্ৰহ্মজ্ঞান চৰ্চ্চা কৰিছিল। ৰতিকান্তৰ পুত্ৰ হাতীয়া (হাথীয়া) দলৈ। ৰাজধৰৰ মৃত্যুত বাৰভূঞা হ'ল সূৰ্য্যবৰ। বিয়াৰ বহুত দিন পিছলৈকে সন্তান-

কুসুমবৰ

সন্ততি নোহোৱাত সূৰ্য্যবৰে সৱে দেৱতাক পূজা কৰি পুত্ৰ-বৰ মাগিলে; "পূজাত সন্তোষ হৈ দশোদিগপালে কুসুম-বৃষ্টি কৈ বৰ দিলে।" আহিনৰ এদিন ধাওঁতে শুক্লা দশমীত শুকুৰবাৰে পুত্ৰ কুসুমবৰৰ জন্ম হ'ল। শ্ৰীহৰি নামে ভূঞাৰ পুত্ৰ হৃদয়ানন্দ, তেওঁৰ পুত্ৰ অনিৰুদ্ধৰ ৰূপৱতী-গুণৱতী কন্যা সত্যসন্ধাৰ লগতে ডেকা কুসুমৰ বিয়া হ'ল। ইতিমধ্যে সূৰ্য্যবৰ ঢুকোৱাত বাৰভূঞাৰ ওপৰত কুসুমদেৱেই শিৰোমণি ভূঞাৰ পদ গ্ৰহণ কৰিলে; বহুত কাল সন্তান-সন্ততি নহ'বৰ

শঙ্কৰবৰ

দেখি শ্ৰীপতি ভূঞাৰ ঘৰৰে অনুবৃত্তি নামে এটি কন্যা বিয়া কৰিলে। তথাপি পুত্ৰ নোহোৱাত শিৱৰিষ গোপেশ্বৰ শঙ্কৰক নানা উপচাৰ-দ্ৰব্য নি

২

পূজিলেগৈ পুত্ৰ-অভিলাষেৰে। এই হাবিয়াহ পূৰাই সপোনত শঙ্কৰে বৰ দিলে। যথাসময়ত শঙ্কৰৰ বৰত সত্যসন্ধা আইৰ কালে এটি ল'ৰা উপজিল—শঙ্কৰবৰ, আমাৰ শঙ্কৰদেৱ। ইকালে অমৃথ্মতিৰ গৰ্ভত শঙ্কৰৰ ভায়েক বনগঞাগিৰীৰ জন্ম হয়।

শঙ্কৰদেৱে ৰামায়ণৰ উত্তৰাকাণ্ডৰ পদ কৰোঁতে বিনয়াৱনত হৈ কৈছে,

শঙ্কৰদেৱৰ 'পূৰ্ব্ব কবি অপ্ৰমাদী'

পূৰ্ব্ব কবি অপ্ৰমাদী মাধৱ কন্দলি আদি
বিৰচিলা পদে ৰাম-কথা।
হস্তীৰ দেখিয়া লাদ শশা যেন ফাৰে মাৰ্গ
মোৰ ভৈল তেহ্নয় অৱস্থা॥

ৰাম-কথা-ৰচোঁতা মাধৱ কন্দলিয়ে নিজ পৰিচয় দিছে, কবিৰাজ কন্দলি তেওঁৰ নামান্তৰ; তেওঁ 'ৱৰাহ (বাৰাহ) ৰজা' শ্ৰীমহামাণিক্যৰ অনুৰোধত সাতকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিছিল। মাধৱ কন্দলিৰ নামৰ আন এখনি পুথি 'দেৱজিৎ'; কিন্তু এইখনিয়ে নৱ-বৈষ্ণৱ মনোভাৱ ব্যক্ত কৰি দেখুওৱা বাবে প্ৰাক্‌শঙ্কৰী কবিজনৰ ৰচনা হয়নে নহয়, সন্দেহৰ বিষয় হৈছে। শ্ৰীমহামাণিক্য ক'ৰ আৰু কোন বংশৰ ৰজা সেই সম্পৰ্কে পণ্ডিতসকলৰ মত বিবিধ। দেওধাই বুৰঞ্জীত আছে, আহোম স্বৰ্গদেৱ চুখাংফা (১২১৫—১২৫৪ শক) আৰু চুডাংফা বামুণী কোঁৱৰে (১৩২৯—১৩৪৯ শক) এজন কমতেশ্বৰৰ ভনীয়েক ৰাজনী আৰু জীয়েক ভাজনীক ক্ৰমে বিয়া কৰে। "কামেশ্বৰৰ বাপেক-পুথাৰকৰ নাম: ৰাজনী কুঁৱৰীৰ বাপেকৰ নাম চেখং, ভাজনী কুঁৱৰীৰ বাপেকৰ নাম মাণিক।" এই কামেশ্বৰ মাণিক আৰু শ্ৰীমহামাণিক্য একে ৰজা নহ'লেও সমসাময়িক হ'ব লাগিব। শ্ৰীমহামাণিক্যৰ অনুৰোধত ৰামায়ণ লিখা মাধৱ কন্দলি প্ৰাক্‌শঙ্কৰী যুগৰ এজন অসমীয়া কবি। পিছৰ অসমীয়া ৰামায়ণ-সাহিত্যত এওঁৰ প্ৰভাৱ যথেষ্ট প্ৰবল। 'প্ৰহ্লাদ-চৰিত'-প্ৰণেতা হেম সৰস্বতী আৰু 'নৱ-কুমৰ

যুদ্ধ', 'বভ্ৰুবাহনৰ যুদ্ধ' লিখোঁতা হৰিবৰ বিপ্ৰ দুৰ্ল্লভনাৰায়ণৰ দিনৰ কবি, গতিকে চণ্ডীবৰ কায়স্থৰ সমসাময়িক। দ্ৰোণপৰ্ব্বৰপৰা 'জয়দ্ৰথ-বধ' পদ-বচোঁতা কবিৰত্ন সৰস্বতী যথাসম্ভৱ দুৰ্ল্লভনাৰায়ণৰ পুত্ৰ ৰজা ইন্দ্ৰনাৰায়ণৰ সমসাময়িক। 'সাত্যকি-প্ৰৱেশ'-ৰচয়িতা কংসাৰি কন্দলিয়ে শ্ৰীমন্ত তাম্ৰধ্বজ ৰজাৰ অনুগ্ৰহ লাভ কৰিছিল। এইদৰে প্ৰাক্‌শঙ্কৰী যুগতে সাময়িক ৰজাসকলৰ সহায়-সহানুভূতি লাভ কৰি 'পূৰ্ব্ব কবি'সকলে অসমীয়া কাব্যৰ ভেঁটি বান্ধিলে। কুসুমবৰৰ শিৰোমণি ভূঞাৰ পুত্ৰ শঙ্কৰদেৱে সেই ভেঁটিৰ ওপৰত নৱ-বৈষ্ণৱ সাহিত্যৰ সৌধ নিৰ্ম্মাণ কৰিলে, দেশৰ সমাজ-সংস্কৃতিক নতুন জীৱন্ত বোল দিলে।

শঙ্কৰী নৱ বৈষ্ণৱ ধৰ্ম্মৰ পটভূমিকা: (ক) সৰ্ব্ব-ভাৰতীয়

বিষ্ণু-ধৰ্ম্ম ঋগ্বেদৰ সমানেই পুৰণি। কিন্তু ঋকৰ বিষ্ণু আদিত্যসকলৰ এজন, সূৰ্য্যদেৱ। ইন্দ্ৰতকৈ কম মান পালেও তেৱেঁই 'ঋতস্য গৰ্ভম্', যজ্ঞৰ বীজ। শতপথ ব্ৰাহ্মণত বিষ্ণুৱে অলপ বেছি প্ৰাধান্য লাভ কৰিছে আৰু দ্বিতীয়তে, বিষ্ণুৰ লগত সম্বন্ধ নহ'লেও ইয়াতে আমি নাৰায়ণ নাম পোন পহিলা পাওঁ। ঐতৰেয় ব্ৰাহ্মণত বিষ্ণুৱেই দেৱশ্ৰেষ্ঠ; তেওঁ অসুৰৰ বিৰুদ্ধে ইন্দ্ৰক সহায় কৰিছে। ধৰ্ম্ম-পন্থা হিচাপে মহাভাৰতৰ শেহৰ খণ্ডতহে 'বৈষ্ণৱ' নাম পোৱা যায়। শান্তি আৰু ভীষ্ম-পৰ্ব্বত ভাগৱত, সাত্বত, একান্তিক বা পঞ্চৰাত্ৰ ধৰ্ম্মৰ উল্লেখ আছে। মহাভাৰতৰ মতে নাৰদে স্বয়ং নাৰায়ণৰপৰা এই ধৰ্ম্ম পায় আৰু ইয়াকে ইয়াৰ আগতে অৰ্থাৎ গীতাত ভগৱন্তই অৰ্জ্জুনৰ আগত ব্যক্ত কৰিছিল। পূৱ মালৱৰ বেস্‌নগৰ অৰ্থাৎ বিদিশাপুৰত পোৱা খ্ৰীঃ পূঃ দ্বিতীয় শতিকাৰ লিপি এখনত আছে গ্ৰীক ৰজা এন্টিয়াল্‌কিডাছৰ দূত তক্ষশিলা-নিবাসী দিওনৰ পুত্ৰ 'ভাগৱত' হেলিঅ'ড'ৰাছে বাসুদেৱৰ গৰুড়-ধ্বজ-দণ্ড প্ৰতিষ্ঠা কৰাৰ কথা: "দেৱদেৱস বা[সুদে]ৱস গৰুড়-ধ্বজে অয়ং কাৰিতে ই[অ] হেলি-

ওদোৰেণ ভাগৱতেন···॥” এনে যুগৰ আন এখন লিপিতো ‘ভাগৱত’ আখ্যা খোদিত আছে। খ্রীঃ পূঃ দ্বিতীয় শতিকাৰো পূৰ্ব্বতে পাণিনিয়ে ‘বাসুদেৱ এওঁৰ ভক্তিৰ পাত্ৰ’ এই অৰ্থত ‘বাসুদেৱক’ শব্দ সিদ্ধ কৰিছে। বাসুদেৱ শব্দটো বৈদিক সাহিত্যৰ এঠাইত মাথোন আছে—“নাৰায়ণায় বিদ্মহে বাসুদেৱায় ধীমহি তন্নো বিষ্ণুঃ প্রচোদয়াৎ”—তৈত্তিৰীয়-আৰণ্যকৰ এই বাক্যত বাসুদেৱ বিষ্ণুৰ নাম। গীতাত বাসুদেৱ বৃষ্ণি-কুলোদ্ভৱ—“বৃষ্ণীণাং বাসুদেৱোস্মি।” খ্রীষ্টীয় প্রথম শতিকাৰ মথুৰাৰ ৰাজুবুলৰ এখন লিপিত বাসুদেৱৰ জন্ম বৃষ্ণি-বংশত বুলি স্পষ্ট ইঙ্গিত দিছে। ৰাজুবুলৰ পুত্ৰ মহাক্ষত্ৰপ শোড়সৰ দিনৰ লিপি এখনত ভগৱৎ বাসুদেৱৰ মহাস্থানত তোৰণ, বেদিকা, চতুঃশালা-নিৰ্ম্মাণৰ কথা খোদিত আছে। দশৰথ-জাতকত যেনেকৈ ৰাম-কথাৰ বৌদ্ধ তাণ্ডৰণ আছে, ঘত-জাতকত তেনেকৈ আছে বাসুদেৱ-কথা। এই জাতকত কণ্‌হ বাসুদেৱক উজনি মথুৰাৰ ৰাজবংশৰ বংশধৰ বুলিছে আৰু কোৱা হৈছে, বাসুদেৱৰ বংশ ধ্বংস হয় কণ্‌হ-দীপায়নক অসম্মান কৰা দোষত। জৈন উত্তৰজ্ঝয়ন-সূত্রতো বাসুদেৱক ক্ষত্ৰিয়-পুত্ৰ ৰূপে বৰ্ণোৱা হৈছে। মহাভাৰতে বাসুদেৱৰ অৰ্থ ভাঙিছে—বসুদেৱ-পুত্ৰ। আচল বাসুদেৱ হ’ল যাদৱ, বৃষ্ণি বা সাত্বত কুলৰ কোঁৱৰ; আৰু কৃষ্ণ বাসুদেৱেই অৰ্জ্জুনক সাত্বত বা ভাগৱত ধৰ্ম্মৰ উপদেশ দিছিল। এই কৃষ্ণ বাসুদেৱেই আছিল প্রথম, দ্বিতীয় শতিকাৰ লিপিবোৰৰ ভাগৱতসকলৰ বাসুদেৱ। ছান্দোগ্য উপনিষদত দেৱকী-পুত্ৰ বাসুদেৱৰ কথা থকালৈ চাই কৃষ্ণ নাই কমেও খ্রীঃ পূঃ ৬০০ অব্দমানৰ আগৰ ক্ষত্ৰিয় বীৰ বুলি বুজিব পাৰি।

মধ্য ভাৰতৰ টুমেইন চহৰত দুৰ্গাৰ ৰূপান্তৰ বিন্ধ্যবাসিনীৰ মন্দিৰ এটিৰ গাত কৃষ্ণ-জীৱনৰ ঘটনাৰ পট খোদিত থকা পোৱা গৈছে। মন্দিৰটি মূলত বৈষ্ণৱ আছিল বুলি পণ্ডিতসকলে

থিবাং কৰিছে। খ্ৰীষ্টীয় প্ৰথমৰেপৰা তৃতীয় শতিকাৰ শক-কুশান আমোলৰ এই মন্দিৰটিৰ এই পটবোৰৰ উপৰিও দ্বিতীয়-তৃতীয় শতিকামানৰ বলৰামৰ মূৰ্ত্তি এটি চিনি উলিওৱা হৈছে। মগধৰ গুপ্ত সম্ৰাটসকলৰ দিনত বিষ্ণু-ধৰ্ম্ম সকলো সম্প্ৰদায়ৰ আগত ঠাই লৈ হিন্দুস্থানৰ চুকে-কোণে বিয়পিছিল আৰু ভাগৱত-ধৰ্ম্ম বৈষ্ণৱ ধৰ্ম্মৰ সমাৰ্থক হৈ পৰে। সমুদ্ৰগুপ্তৰ দৰে এই সম্ৰাটসকলে নিজকে 'পৰম ভাগৱত' বুলি কৃতাৰ্থ মানিছিল। গুপ্ত সাম্ৰাজ্যৰ পতনৰ পিছতো প্ৰত্যন্ত নৃপতিসকলৰ ৰাজ্যত বৈষ্ণৱ ধৰ্ম্মই মাৰ যোৱা বেলিৰ অন্তিম কিৰণৰ দৰে বিস্তাৰ লাভ কৰিছিল। অৱতাৰবাদ গুপ্ত যুগৰ বৈষ্ণৱ ধৰ্ম্মৰ এক বিশেষত্ব। বৰাহ, বামন, নৰসিংহ অৱতাৰৰ কথা এই যুগৰ ফলিত পোৱা যায়; ৰঘুবংশ কাব্যত কালিদাসে 'ৰামাভিধানো হৰিঃ' বুলিছে। অৱতাৰৰ সংখ্যা একুৰি তিনিলৈকে উঠে, তাৰ ভিতৰত বুদ্ধ আৰু প্ৰথম জৈন তীৰ্থঙ্কৰ ঋষভকো ধৰা হৈছিল। এই যুগতে ঘাই পুৰাণবিলাক ৰচিত হয়; হৰিবংশ, ভাগৱত, মাৰ্কণ্ডেয় আৰু স্কন্দ-পুৰাণ সপ্তম শতিকাৰ আগত আছিল বুলি প্ৰমাণ আছে। গুপ্তসকলৰ পিছত হৰ্ষবৰ্দ্ধনৰ দৰে অ-ভাগৱত ৰজাৰ আমোলত বৈষ্ণৱ ধৰ্ম্ম ক্ষীণপ্ৰতিভ হ'লেও শঙ্কৰাচাৰ্য্যৰ নৱম শতিকাতো ভাগৱত ধৰ্ম্মৰ বল যথেষ্ট আছিল। কিন্তু এতিয়া লাহে লাহে সেই ধৰ্ম্মৰ ভাৱ-কেন্দ্ৰ দক্ষিণী তামিল প্ৰান্তলৈ বাগৰিল।

দাক্ষিণাত্যৰ ৰামানুজাচাৰ্য্যই পোন প্ৰথম ভক্তি-ধৰ্ম্ম প্ৰচাৰ কৰে। তেওঁৰ আগতে এক অঞ্চলৰ নানা জাত-কুলৰ আৰাৰসকলে দেৱশ্ৰেষ্ঠ নাৰায়ণ বিষ্ণুৰ আদি অৱতাৰবিলাক, বিশেষকৈ তিৰু-বিক্ৰম অৰ্থাৎ ত্ৰিবিক্ৰম বামন আৰু কৃষ্ণ-অৱতাৰৰ কথাৰে তামিল ভাষাত গীত ৰচিছিল। এওঁলোকৰ আধ্যাত্মিক উত্তৰাধিকাৰী নাথমুনি সম্ভৱতঃ একাদশ শতিকাৰ এজন আচাৰ্য্য। নাথমুনিৰ নাতি, চোল সাম্ৰাজ্যৰ মধ্যাহ্নৰ সময়ৰ যামুনাচাৰ্য্য ৰামানুজৰ

গুৰু। যামুনাচাৰ্য্যই পূৰ্ব্ববৰ্ত্তী ভাগৱত, পঞ্চৰাত্ৰ বা সাত্বত ধৰ্ম্মৰ এক বিশিষ্ট, নিৰ্দ্দিষ্ট ৰূপ উলিয়াই বিশিষ্টাদ্বৈতবাদৰ পূৰ্ব্বৰূপ সৃষ্টি কৰে। ৰামানুজে (জন্ম সম্বৎ ১০৭৩) তাতোকৈ স্পষ্টৰূপে বিশিষ্টাদ্বৈতবাদী শ্ৰীসম্প্ৰদায় প্ৰতিষ্ঠা কৰে। নাৰায়ণ-পূজা আৰু প্ৰপত্তি বা শৰণাগতি ৰামানুজী ভক্তিবাদৰ বিশেষ লক্ষণ। উদাৰ-প্ৰকৃতি ৰামানুজে শূদ্ৰক আদৰ কৰিলেও জাতি-ভেদ মানি চলিছিল। কিন্তু ৰামানুজী শিষ্য-পৰম্পৰাৰ পঞ্চম পীৰিৰ ৰামানন্দই (জন্ম সম্বৎ ১৩৫৬) আৰ্য্যাৱৰ্ত্তত ভক্তি-ধৰ্ম্মৰ দুৱাৰ সকলোলৈকে মুকলি কৰি দিয়ে। মুছলমান কবীৰ, চমাৰ ৰৈদাস আদি ৰামানন্দৰ শিষ্য হৈ বৈষ্ণৱ হ'ল। ৰামানন্দী পন্থ ৰাম-নাৰায়ণৰ ভক্তি প্ৰচাৰ কৰি ৰামাৱত সম্প্ৰদায় নামে খ্যাত হয়। ৰামানন্দী শিষ্য-বৃক্ষৰ সপ্তম পীৰিৰ গোস্বামী তুলসীদাসে (সম্বৎ ১৫৫৪-১৬৮০) ৰঘুপতি ৰামৰ গীতাৱলীৰে উত্তৰ ভাৰত প্লাৱিত কৰে। মধ্বাচাৰ্য্য, বল্লভাচাৰ্য্য, শঙ্কৰদেৱ, শ্ৰীচৈতন্য, নিম্বাৰ্কাচাৰ্য্যই প্ৰধানৰূপে কৃষ্ণ-ভক্তি প্ৰচাৰ কৰে। বল্লভাচাৰ্য্যৰ সম্প্ৰদায়ৰ 'সূৰসাগৰ'ৰ কবি সূৰদাসে (জন্ম সম্বৎ ১৬৪০ প্ৰায়) ৰচনা কৰা ভগৱান কৃষ্ণৰ বাল্যলীলাৰ গীতবোৰৰ বিষয়-বস্তুৰ লগত মাধৱদেৱৰ বৰগীত আৰু ঝুমুৰাবোৰৰ লগত তুলনা কৰিব পাৰি। শ্ৰীহিতহৰিবংশই ৰাধা-উপাসনাক প্ৰাধান্য দি ৰাধিকাবল্লভী সম্প্ৰদায় থাপনা কৰে। মহাৰাষ্ট্ৰত ৰামদাস, তুকাৰাম, নামদেৱ, জ্ঞানেশ্বৰ আদিয়ে ভক্তিৰ গীত প্ৰচাৰ কৰে। পঞ্জাবত গুৰু নানকে (সম্বৎ ১৫২৬-৯৬) শিখ সম্প্ৰদায় প্ৰতিষ্ঠা কৰে। আনুমানিক ১১৭০ খ্ৰীষ্টাব্দত জয়দেৱে ৰাধা-কৃষ্ণ প্ৰেমৰ সংস্কৃত 'গীত-গোবিন্দ' কাব্য ৰচে। খ্ৰীষ্টাব্দৰ চতুৰ্দ্দশ শতিকাৰ শেষ ভাগলৈ মিথিলাৰ ৰজা শিৱসিংহৰ দিনৰ ৰাজ-কবি বিদ্যাপতিয়ে (মৃত্যু সম্বৎ ১৫৯৭) ৰাধা-কৃষ্ণৰ লীলা অৱলম্বন কৰি মৈথিলী ভাষাৰ সুমধুৰ পদাৱলী লিখে। তেওঁৰ কিছু দিনৰ পাছৰ মৈথিল কবি উমাপতি উপাধ্যায়ে

সংস্কৃত 'পাৰিজাত-হৰণ' নাট ৰচনা কৰে; তাৰ গীতবোৰ মৈথিলী ভাষাৰ। পঞ্চদশ শতিকাৰ নায়ুৰৰ চণ্ডীদাসে ৰাধা-কৃষ্ণ-সম্পৰ্কীয় পদাৱলী লিখে। এইবিলাকক চৈতন্য-সম্প্ৰদায়ৰ কীৰ্ত্তন-ঘোষা বুলিব পাৰি।

ৰামানন্দত আৰম্ভ কৰি উত্তৰ ভাৰতৰ এই প্ৰৱল নৱবৈষ্ণৱ ধৰ্ম্মৰ বিকাশত সেই কালৰ একপ্ৰকাৰ শান্তিময় ৰাজনৈতিক পৰিস্থিতি আৰু হিন্দু-মুছলমানৰ মিলনৰ আকাঙ্ক্ষাৰ প্ৰভাৱ মন কৰিব লগীয়া। একে ঘৰতে থকা হিন্দু-মুছলমানৰ আধ্যাত্মিক ক্ষেত্ৰত মিলনৰ সুযোগ ঘটাবৰ কাৰণে মনোবিজ্ঞান-সুলভ প্ৰবৃত্তি তলে তলে গঢ় লৈ উঠিছিল আৰু তাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ফলত উত্তৰ ভাৰতীয় সাহিত্যত তিনিটা ধাৰাৰ সৃষ্টি হৈছিল—নিৰ্গুণ পন্থৰ জ্ঞানাশ্ৰয়ী শাখা, প্ৰেম-মাৰ্গী শাখা, আৰু ভক্তি-মাৰ্গী শাখা। কবীৰ আদি নিৰ্গুণ-পন্থীসকলৰ ভিতৰেদি মুছলমানৰ একেশ্বৰবাদ আৰু হিন্দুৰ "একং সৎ ৱিপ্ৰাঃ ৱহুধা ৱদন্তি" (ঋগ্বেদ) ভাৱৰ সংযোগৰ যত্ন চলিছিল হিন্দুৰ ফালৰপৰা। মালিক মহম্মদ জায়সী প্ৰভৃতি কবিত মুছলমান সন্ত আৰু ছুফিসকলৰ পক্ষৰ এনে সম্প্ৰীতিৰ ভাব লক্ষ্য কৰিব পাৰি। সগুণ-নিৰ্গুণবাদী ভক্তিমাৰ্গী শাখাত হিন্দু-মুছলমান সমস্যাৰ প্ৰতি ভক্ত কবিৰ সহানুভূতিশীল সহজ দৃষ্টি-ভঙ্গী পৰিলক্ষিত হয়।[১৪]

(খ) অসম-কামৰূপীয়

বৰ্ত্তমান নগাৱঁৰ বৰগঙ্গা অঞ্চলত আৱিষ্কৃত কামৰূপেশ্বৰ ভাস্কৰবৰ্ম্মাৰ পিতৃৰ আজোককাকৰ পিতৃ মহাভূতিবৰ্ম্মাৰ অমাত্য আৰ্যাগুণৰ শিলা-লিপি এখনত মহাভূতিবৰ্ম্মাক "পৰম ভাগৱত" বোলা হৈছে—"শ্ৰীপৰমদৈৱত-পৰম-ভাগৱত মহাৰাজাধিৰাজশ্বমেধৰাজিন্"। কিন্তু বাণৰ হৰ্ষচৰিতত খ্ৰীষ্টীয় আদি সপ্তম শতিকাৰ ভাস্কৰবৰ্ম্মাক 'বৈষ্ণৱ-বংশঃ' বুলি কোৱা হ'লেও সেই আধ্যাত্মিকাত কামৰূপৰাজৰ মুখে দুৰ্ব্বৰ আগত কৈছে, কামৰূপাধিৰাজে শিৱৰ বাহিৰে কাকো

সেৱা নকৰিবলৈ শৈশৱৰেপৰা সংকল্প ৰাখিছে। প্ৰকৃত পক্ষেও ভাস্কৰবৰ্ম্মাৰ তামৰ ফলিত বন্দনা কৰা হৈছে শিৱকহে—"শশিশেখৰ(ং) প্ৰিয়ং পিনাকিনং ভস্মকণৈৰ্ব্বিভূষিতং।" একে বংশৰ নৱম শতিকাৰ আগছোৱাৰ হৰ্জ্জৰবৰ্ম্মা, পিছছোৱাৰ বনমালবৰ্ম্মা, দশমৰ আগছোৱাৰ বলবৰ্ম্মা আৰু একাদশ শতিকাৰ ৰত্নপালেও তেওঁলোকৰ ফলিত পিনাকপাণিকেহে বন্দিছে। অৱশ্যে ভাস্কৰবৰ্ম্মাৰেপৰা আৰম্ভ কৰি সকলোৱে চক্ৰপাণি বিষ্ণুৰ বৰাহ অৱতাৰ আৰু পৃথিৱী দেৱীৰপৰা উদ্ভূত নৰককে তেওঁলোকৰ বংশৰ আদি পুৰুষ বুলি দাবী কৰে। পিছে, ধৰ্ম্মপাল ৰজাৰ স্বৰচিত পুষ্পভদ্ৰা লিপিত এটা বৰ চকুত লগা কথা ওলাইছে—বন্দনাত শিৱৰ নাম সমূলঞ্চে নাই, আছে "বসুমতী-মণ্ডলালীঢ়দংষ্ট্ৰঃ" বৰাহ-ৰূপৰহে স্তুতি। ইয়াৰ উপৰি এই ফলিৰ যোগে মাটি-বৃত্তি পোৱা "সকল-বিপ্ৰ-কুল-প্ৰদীপ" শ্ৰীমান্ মধুসূদনে "বাল্যতঃ প্ৰভৃতি মাধৱ-পাদ-পদ্ম-পূজাপ্ৰপঞ্চ-ৰচনা(ং) সুচিৰং চকাৰ॥" সম্ভৱতঃ পৰিণত বয়সত ধৰ্ম্ম-মত পৰিৱৰ্ত্তন কৰি ধৰ্ম্মপাল বিষ্ণু-ভক্তি-পৰায়ণ হৈছিল। অৱতাৰবাদ গুপ্ত যুগৰ বৈষ্ণৱ ধৰ্ম্মৰ এক বিশিষ্টতা। কামৰূপৰ তাম্ৰ-শাসনবোৰতো বৰাহ, নৰসিংহ, জামদগ্ন্য ৰাম, (দাশৰথি) শ্ৰীৰামৰ উল্লেখ আছে। নন্দ-যশোদা, বসুদেৱ-দৈৱকী, গোপ-গোপীয়ে সৈতে কৃষ্ণ-লীলাৰ, আৰু নাৰায়ণৰ চাৰু হৃদয় যাৰ নিৱাস-স্থান, সেই লক্ষ্মীৰ কথাবো ইয়াত ইঙ্গিত আছে। এই তামৰ ফলিবোৰৰ যোগে জমি ভোগ কৰা ব্ৰাহ্মণসকলৰ নামবোৰো মন কৰিব লগীয়া—কেশৱ, জনাৰ্দ্দন, মাধৱ, সঙ্কৰ্ষণ আদি। সমসাময়িক ভাস্কৰ্য্য-স্থাপত্যয়ো তামৰ ফলিৰ যুগৰ বৈষ্ণৱধৰ্ম্মৰ বীজৰ অস্তিত্ব সমৰ্থন কৰে। গোলাঘাটৰ দেওপানীৰ ওচৰত পোৱা, খোদিত আখৰ থকা "ভগৱতো নাৰায়ণস্য শৈলী প্ৰতিমা ভক্তয়স্তং (ভক্তানাম্)" অৰ্থাৎ বিষ্ণু-মূৰ্ত্তি নৱম শতিকাৰ বুলি আৰু ভিত্ৰগড়ৰ

ওচৰৰ পুখুৰি মন্দিৰ এটিৰপৰা পাই অনা পিতলৰ বিষ্ণু-মূৰ্ত্তি একাদশ-দ্বাদশ শতিকাৰ বুলি কাশীনাথ দীক্ষিতে থিৰাং কৰিছে। উত্তৰ গুৱাহাটীৰ অশ্বক্ৰান্তৰ অনন্তশায়ী বিষ্ণু-মূৰ্ত্তি কনকলাল বৰুৱাৰ মতে দ্বাদশ শতিকাৰ। ইয়াৰ উপৰিও ৮-১০ শতিকাৰ আন বিষ্ণু আৰু তেওঁৰ অৱতাৰৰ মূৰ্ত্তি পোৱা হৈছে। শিৱসাগৰ মহকুমাধিপতিৰ বঙলাৰ আগৰ শিলৰ মূৰ্ত্তি আৰু স্থাপত্যৰ টুকুৰা চাই দীক্ষিতে দশম-একাদশ শতিকামানৰে শিৱসাগৰ অঞ্চলত এটি বিষ্ণু-মন্দিৰ আছিল বুলি কল্পনা কৰিছে। বঙ্গত পোৱা বিষ্ণু-মন্দিৰবিলাক সাধাৰণতে দশম-একাদশ-দ্বাদশ শতিকাৰ ভিতৰৰ।

বৰ্ত্তমান উত্তৰ লখীমপুৰ মহকুমাত দুখন তামৰ ফলি পোৱা গৈছে। প্ৰথমখনৰ যোগে সুৰৰিপু বংশৰ সধয়াপুৰী-অধীশ্বৰ শ্ৰীসত্যনাৰায়ণ ৰজাই কাশ্যপ-গোত্ৰীয় সংকৰ্ষণ দ্বিজৰ নাতি নাৰায়ণ দ্বিজক ধৱলিৰ ( চল নৈৰ ? ) তীৰত লুহুমিমাৰি নামে খাত দিয়ে ১৩১৪ শকত ( "বেদে চন্দ্ৰে চ ত্ৰিতিহোতে সৰূপকে", '৪১৩১' )। এই ফলিখনত আদিতে একাদিক্ৰমে গণেশ, বাসুদেৱ, ঈশান আৰু অম্বাক বন্দনা জনোৱা হৈছে। দ্বিতীয়খন ফলিত সত্যনাৰায়ণৰ পুত্ৰ লক্ষ্মীনাৰায়ণে ১৩২৩ শকত ( শাকে বামে ভুজে বহ্নৌ দ্বিজৰাজযুতে তথা ) 'বিষুৱে পুণ্যে' অৰ্থাৎ পুণ্য বিহুৰ দিনা স্বৰ্ণনদীৰ ( সুৱণশিৰিৰ ) পছিমলৈ বখনা গাঁৱে সৈতে দুশ পুটি মাটি দিয়ে 'বাসুদেৱাৰ্চ্চনে ৰত' হৰিৰ পুত্ৰ ৰৱিদেৱক।

দিকৰবাসিনী দেৱীৰ অধিকাৰ-ভূমি দিকৰ নদীৰ ( দিক্ৰুংপানী বা দেওপানী ) পাৰৰ প্ৰান্ত-দেশত সিতগঙ্গা স্বৰ্ণনদীত স্নান কৰি শম্ভু, হৰি, বিধিক দৰ্শন কৰি ললিতকান্তা নামৰ শ্ৰীমঙ্গলচণ্ডীক পূজা কৰাৰ বিধি কালিকা-পুৰাণত দিয়া হৈছে। দিকৰবাসিনী-পীঠত বিষ্ণু থাকে শিলাৰূপে। ইয়াত 'ওঁ নমো ভগৱতে বাসুদেৱায়', এই দ্বাদশাক্ষৰ মন্ত্ৰেৰে আৰু নাৰদ-নিগদিত পঞ্চৰাত্ৰৰ

বিধানমতেও বাসুদেৱ-পূজা হৈছিল। এই পূজা পঞ্চদেৱতা-পূজাৰ অন্তৰঙ্গ।

শম্ভুৰ্গৌৰী তথা ব্ৰহ্মা বামঃ কৃষ্ণস্তথৈৱ চ।

এতাস্তু সততম্পূজ্যাঃ সংস্থিতাঃ পঞ্চদেৱতাঃ॥

পুৰণি কামৰূপ-অসমত বাসুদেৱ-ধৰ্ম্মৰ সম্ভৱতঃ এয়ে বীজ। উত্তৰ লখীমপুৰ নগৰৰপৰা ওঠৰ মাইলমান পূবলৈ ঢকুৱাখনাৰ বাসুদেৱ-থানত এতিয়াও একপ্ৰকাৰ বাসুদেৱ-পূজা চলে। এই থানতেই আহোম ৰজাদিনীয়া প্ৰতাপী নৰোৱা গোসাঁইৰ সত্ৰৰ অৱস্থিতি আছিল। কালিকা-পুৰাণত আছে দেৱ জগৎপতিয়ে বৃদ্ধ-গঙ্গাৰ পাৰৰ বিশ্বনাথৰ ওচৰত হয়গ্ৰীৱক বধ কৰি বাৰাণসীতকৈও পুণ্যতৰ মণিকূট গিৰি শোভা কৰি ৰ'লগৈ। হয়গ্ৰীৱ-মাধৱৰ মন্দিৰ প্ৰাক্‌আহোম যুগৰেপৰা আছিল বুলি নিৰ্ণীত হৈছে। মণিকূটৰ পূবৰ মৎস্যধ্বজ কুলাচলত মৎস্য-ৰূপী বিষ্ণুৰ অধিষ্ঠান। বক্ষঃকূট পৰ্ব্বতৰ কাষত পাণ্ডু নামে ভৈৰৱ-ৰূপী মাধৱৰ ঠাই। পাণ্ডুনাথৰ পূবলৈ চিত্ৰহৰ পৰ্ব্বতত বিষ্ণু সততে বৰাহ-ৰূপ ধৰি ফুৰে। বশিষ্ঠৰ সন্ধ্যাচলৰ ললিতা নৈৰ পূব পাৰে ভগৱান নামে পৰ্ব্বতত ভগৱান বিষ্ণু লিঙ্গৰূপে বৰ্ত্তমান। এইদৰেই পুৰণি কামৰূপ বিষ্ণু-কথাৰ লগত জড়িত হৈছিল। উগ্ৰতাৰা দেৱীয়ে হৰৰ কথামতে বশিষ্ঠক কামৰূপৰপৰা আঁতৰাবলৈ ধৰোঁতে মুনিয়ে এই অভিসম্পাত দিছিল, কামৰূপত দেৱীৰ পূজা বামা পন্থাইদি চলিব, আৰু দেশ ম্লেচ্ছাচ্ছন্ন হ'ব যেতিয়ালৈকে বিষ্ণু পুনৰ ইয়ালৈ নাহে। এই তান্ত্ৰিকতাৰে প্ৰতিক্ৰিয়া শঙ্কৰদেৱৰ ভক্তি-আন্দোলনৰ মাজেদি দেশলৈ বিষ্ণু-কথাৰ সাড়ৰৰ আগমন। এই আন্দোলনে ইমান প্ৰবল-ৰূপে দেখা দিলেছি, তেওঁৰ আগতৰে অসম-কামৰূপত ভাগৱত ধৰ্ম্মৰ কঠীয়া বকৰাণিত হ'লেও অ'ত-ত'ত গজিছিল, সেই কথা সাধাৰণতে আমাৰ চকুত নপৰাকৈয়ে থাকে।[১৩]

শ্ৰীশ্ৰীশঙ্কৰদেৱে ৰৰদোৱাত কীৰ্ত্তন-ঘৰৰ ভেঁটি বন্ধা সময়ত চতুৰ্ভুজ বিষ্ণু বা বাসুদেৱ বা শ্যামৰায় মূৰ্ত্তি পোৱা; কছাৰীৰ খেদাত ভূঞা-ৰাজ্য এৰি পলোৱা সময়ত ব্ৰহ্মপুত্ৰৰ জাঁজিত অঙ্গুষ্ঠ-প্ৰমাণ গীতা এখনি পোৱা; গুৰু-গৃহত ভাৰত-পুৰাণ আদিৰ চৰ্চ্চা; মাধৱ কন্দলি আদি 'পূৰ্ব্ব কবি'ৰ ৰামায়ণ, মহাভাৰত, আৰু বৈষ্ণৱ বামন-পুৰাণৰ পদ-ভাঙনি সমসাময়িক দুৰ্গাবৰৰ গীতি-ৰামায়ণ আৰু পীতাম্বৰৰ দশম স্কন্ধ ভাগৱতৰ পদ-ৰচনা;—এই সকলোবোৰে শ্ৰীমন্ত শঙ্কৰৰ নৱ-বৈষ্ণৱ আন্দোলনৰ পটভূমিকা আমাৰ চকুৰ আগত স্পষ্ট কৰি ধৰে। দুৰ্লভনাৰায়ণ, সত্যনাৰায়ণ, লক্ষ্মীনাৰায়ণ আদি বৈষ্ণৱ যুগৰ আগৰ ৰজাসকলৰ নাৰায়ণান্ত নামবোৰো এই প্ৰসঙ্গত মন কৰিব লগীয়া। অৱশ্যে এই সময়ত একশৰণ নাম-ধৰ্ম্মৰ আভাস আমি নাপাওঁ। শ্ৰীশঙ্কৰী ধৰ্ম্মতহে এক দেৱত শৰণ, বিষ্ণুৰ অৱতাৰৰ ভিতৰতো বিশেষকৈ শিশু আৰু গৰখীয়া কৃষ্ণৰ আৰাধনা আৰু ধৰ্ম্ম-পদ্ধতিৰ স্বৰূপে ৰাম-কৃষ্ণাদিৰ নামোচ্চাৰণ চিন্তাৰ প্ৰাধান্য আৰু অ-ব্ৰাহ্মণৰ গুৰুগিৰী-আদি বৈশিষ্ট্যই প্ৰতিষ্ঠা লাভ কৰে। ইয়াৰ উপৰি শ্ৰীশঙ্কৰী আন্দোলনে ঘোৰ ৰাজনৈতিক আৰু জাতিগত বিভিন্নতাৰ মাজতো অসম দেশত পোনপ্ৰথম কৃষ্টি-গত আৰু কিছু পৰিমাণে সামাজিক ঐক্য স্থাপন কৰে আৰু বৈষ্ণৱ ধৰ্ম্ম মুখ্যভাৱে জাতীয় ধৰ্ম্মৰ দৰে হৈ পৰে।

## দ্বিতীয় খণ্ড

### বাৰভূঞা ৰাজ্যত শ্ৰীমন্ত শঙ্কৰ

পূব ভাৰতৰ প্ৰথম নৱ-বৈষ্ণৱ-ধৰ্ম্ম প্ৰৱৰ্ত্তক, অসমীয়া জাতীয়তা, সংস্কৃতি আৰু সাহিত্যৰ প্ৰাণ-প্ৰতিষ্ঠাতা জগদ্‌গুৰু মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ অৱতীৰ্ণ হয় ১৩৭১ শকত মধ্য অসমৰ আলিপুখুৰীত; আৰু প্ৰায় ছকুৰি বছৰ ভূ-ভাৰতত থাকি অসমীয়া জাতি আৰু সমাজক নতুন ভেঁটিত থাপনা কৰি, ১৪৯০ শকত পূবৰ বেহাৰত বৈকুণ্ঠপ্ৰয়াণ কৰে।

শ্ৰীমন্ত শঙ্কৰৰ জীৱন-কালৰ পৰিমাণ আৰু জন্ম-শক

বৰদোৱা চৰিতমতে গুৰুজনাৰ আৱিৰ্ভাৱ "১৩৭১ শকৰ কাৰ্ত্তিক সংক্ৰান্তিক অমাৱস্যা তিথিত বৃহস্পতিবাৰে মাজনিশা।" এই সময়ত অসম ৰাজ্যত চুচেন্‌ফা স্বৰ্গদেৱৰ ৰাজত্ব আৰম্ভ হৈছিল।[১] আকৌ, "জগতগুৰু ১৪৯০ শকৰ ভাদ্ৰ মাহৰ দ্বিতীয়া তিথিত দিৱা-ভাগে মানৱলীলা সম্বৰণ কৰি বৈকুণ্ঠে প্ৰয়াণ কৰিছে।" কথা-গুৰুচৰিত অনুসৰিও আৱিৰ্ভাৱ "কাৰ্ত্তিকৰ সংক্ৰান্তি: বাৰ বৃহস্পতি: জ্যোতিসক ১৩৭১ তেৰ শ একসত্তৰি শকত"; প্ৰয়াণৰ "ৰাজশক ১৪৯০॥ ···সন্ত সাধু মুখে শুনা এই ক্ৰম: জন্মৰতে পয়াণ-শকৰ মতে কামৰূপ বেহাৰে কই: ছমাহ কম ছকুৰি বৰ্ষ পাৰম্পৰ্য্য"।[২] ঐগুৰি-সত্ৰৰপৰা পোৱা কথা-গুৰুচৰিত এখনিতো জন্মৰ সময় দিয়া হৈছে—"কাৰ্ত্তিকৰ বিষু সংক্ৰান্তিৰ দিনা, বৃহস্পতিবাৰ, অমাৱস্যা তিথি মধ্যনিশা।" ৰামচৰণ ঠাকুৰৰ চৰিতত আছে—

আশ্বিন প্ৰৱেশি পঞ্চদিন বহি গৈল।
সেহিদিনা শঙ্কৰদেৱৰ জন্ম ভৈল॥

শুকুলা দশমী আসি ভৈলা শুক্ৰবাৰ।
আকৌ, ভাদ্ৰ আসিয়া শুক্লা দ্বিতীয়া তিথি ভৈলা।
সেহিদিনা গুৰু নৱ-নাট্য সামৰিলা॥
দেড় বৰিষৰ মন্দ আছয় ছয় কুৰি।
প্ৰভু বৈকুণ্ঠত বৈলা নৱ-নাট এড়ি॥৩

এইমতেও ১৪৯০ শকত প্ৰয়াণ ধৰি জন্মৰ শক ১৩৭১ হয়গৈ। দৈত্যাৰি ঠাকুৰে ন দি কৈছে, "চৌধ শ নব্বৈ: শকত নিশ্চয়: শঙ্কৰ বৈকুণ্ঠে গৈলা।" ৰামানন্দ দ্বিজৰ গুৰু-চৰিতত জন্মৰ সময়— ফাল্গুন মাসত: শুক্ল দ্বিতীয়াত: অৰ্দ্ধ ৰাত্ৰি যেবে গৈল।" আৰু প্ৰয়াণৰ সময়—

সাত দিন যাস্তে ভাদ্ৰৰ শুকিলা দ্বিতীয়া তিথি মিলিলা।
বৃহস্পতিবাৰে প্ৰহৰেক ভৈলা শঙ্কৰে দেহ ত্যাগিলা।

এক ৰামানন্দৰ বাহিৰে আন কোনো চৰিতকাৰে ফাগুনত গুৰুজনৰ আৱিৰ্ভাৱ বুলি ধৰা নাই। এওঁ ভৱানীপুৰীয়া গোপাল আতাৰ শিষ্য, নিজ পিতৃ শ্ৰীৰামদেৱৰপৰা শুনি চৰিতখনি ৰচনা কৰিছিল। ৰামানন্দ দৈত্যাৰি ঠাকুৰতকৈ সম্ভৱ পিছৰ লোক; তেওঁৰ ৰচিত চৰিতত আন চৰিতসমূহৰ বৰ্ণনাৰপৰা নানা বিষয়ত তাৰতম্য দেখা যায়। শঙ্কৰদেৱৰ জন্মৰ মাহ ফাগুন বুলি লিখাৰ কাৰণ বিচাৰিলে দুটা দেখুৱাব পাৰি। পোনতে, গুৰুজনৰ গুপ্ত নাম অৰ্থাৎ সৌৰৰণীৰ নাম "গঙ্গাধৰ" বুলি প্ৰবাদ আছে; এই নামে জ্যোতিষত মকৰ ৰাশি সূচায়। দ্বিতীয়তে, শঙ্কৰ গুৰুৰ জীৱন-কালৰ লেখ ১১৮ বা ১১৯ বছৰ বা আৰু ছমাহ ধৰা হয়। আহিন বা কাতিত জন্ম হ'লে আৰু ভাদত প্ৰয়াণ হ'লে এটা বছৰ পুৰা নহয়। আগৰ দিনত ইয়াক আদ্‌বছৰ বুলিহে লেখত ধৰা হৈছিল। কিন্তু ৰামানন্দই মকৰ ৰাশি আৰু ছমাহৰ লেখ ঠিকি ঠিকি হিচাপ কৰি ফাগুন মাহ উলিয়াইছে। ই তেওঁৰ ভ্ৰম বেন ভাবিব পাৰি। শঙ্কৰদেৱৰ শিষ্য বুলি খ্যাত সাৰ্ব্বভৌম ভট্টাচাৰ্য্যই

তেওঁৰ শঙ্কৰ-চৰিতত লিখিছে, প্ৰয়াণৰ সময়ত গুৰুজনাৰ "এক বাৰ ছয় বিংশ বৰিষ ভৈলন্ত" অৰ্থাৎ ১১৯ বছৰ। "ৰুদ্ৰযামল" বোলা পুৰণি চৰিত-মূলক গ্ৰন্থ এখনিত গুৰুৰ প্ৰয়াণৰ শক ১৪৯০ আৰু অৱতৰণৰ সময় কলি যুগৰ ৪৫৫০ অব্দ অৰ্থাৎ ১৩৭১ শকাব্দ বুলি কোৱা আছে।—

খ-ৱাণ-বিশ্ব-বেদকে শকাঙ্ক-গণিতে শাকে।
শ্ৰীমৎশঙ্কৰনামানৌঽৱতীৰ্ণো কলৌ যুগে॥
ৱিন্দু-বন্ধ্ৰ-ৱেদ-চন্দ্ৰ-শকে শঙ্কৰ-সংজ্ঞকঃ।
নৰভাৰং সমুৎসৃজ্য ভাদ্ৰে মাসি ত্যাগাৎ পদং॥[৪]

১৬৭৪ শকত অনিৰুদ্ধ নামে এজনে লিখা এখনি চৰিতত প্ৰয়াণৰ সময় দিয়া হৈছে—"ভাদ্ৰ মাস শুকুলা দ্বিতীয়া তিথি ভৈলা॥ · বিন্দু বন্ধ্ৰ বেদ চন্দ্ৰ বুজা এই শক॥" অৰ্থাৎ ১৪৯০ শক। কিন্তু এই পুথিত জন্মৰ শক আছে ১৩৮৫—

অৱতাৰ শক কহোঁ শুনা মন কৰি।
বাণ বসু নয়ন চন্দ্ৰমা শক চাৰি॥
এই শক হন্তে প্ৰয়াণৰ শক পাইবা।
পঞ্চাধিক এক শত বৎসৰক পাইবা॥

লক্ষ্মীনাথ বেজবৰুৱাই গুৰুজনাৰ প্ৰয়াণৰ বহু দিনৰ পিছত লিখা চৰিত বুলি এই জন্মৰ শক মানিব খোজা নাই। অনিৰুদ্ধই গুৰুজনৰ জীৱন-কাল ১০৫ বছৰ ধৰি লৈ জন্মৰ শক ১৩৮৫ উলিয়াইছে; আৰু সেয়ে তেওঁৰ ভ্ৰম-প্ৰমাদৰ মূল। সন্ত-মহন্তসকলে কয়, গুৰুজনা ভেৰ বছৰ বা এবছৰ বা ছমাহ (প্ৰকৃততে, প্ৰায় এমাহ মাত্ৰ) কম ছকুৰি বছৰ ইহ-সংসাৰত আছিল; অথচ, তেৰাৰ কৰ্ম্মময় জীৱনৰ বিবিধ ক্ষেত্ৰত কটোৱা সময়ৰ লেখ কৰি ১০৫ বছৰ মাত্ৰ উলিয়ায়; অনিৰুদ্ধই এই ১০৫ বছৰ ধৰি ·১৩৮৫ শকত জন্ম বুলি নিজা সিদ্ধান্তত উপনীত হৈছে। কথাচৰিতত আছে— "জন্ম আলিপুখুৰীত: ভৈতে ছকুৰি আঠ বৰ্ষ: পচিম ক্ষেত্ৰত বাৰ

বৰ্ষ : বটদ্ৰৱাত অদঠ বৰ্ষ : দুয়ো মিলি সপ্তষাঠি : বটাত ছমাহ : গাংমৌত আদপাঁচ বৰ্ষ : চাঙ্গিনি কোমৰাকটাত ছমাহ : ধুৱাহটা বেলগুৰিত আদপোন্ধৰ বৰ্ষ : গুৰুজনাৰ তিনিকুৰি তেৰ বৰ্ষ জাওতে : শ্ৰীমাধৱদেৱৰ একুৰি বাস্থু বৰ্ষত লাগ পাইছে : গজলা-সুস্থিত ছমাহ : ( মেচাঘৰপুখুৰি পাৰে : চৰাদিন ৰাজা নিয়াত ) : কপলাত ছমাহ : পথে কুৰি দিন ভটিয়াত : চুণপৰাত ছমাহ : কুমাৰকুচিত এক বৰ্ষ : পাটবাউসীত চৈধে বৰ্ষ : গঙ্গা জগন্নাথে ছমাহ : বেহাৰে অহা-যোৱা থকাত ছমাহ : চিলাৰাইৰ গৃহে বাসত ছমাহ : সবে মিলি মুঠে পাঁচ অধিক এশ বৰ্ষ···। সন্ত সাধু মুখে শুনা এই ক্ৰম জন্মবতে পয়াণ শকৰ মতে কামৰূপ বেহাৰে কই : ছমাহ কম ছকুৰি বৰ্ষ পাৰম্পৰ্য।"

আলিপুখুৰীত ৪৮ বছৰ, প্ৰথম তীৰ্থ-ভ্ৰমণৰ প্ৰবাসত ১২ বছৰ, ৰৰদোৱাত ৭ বছৰ,—এয়ে-সেয়ে মুঠ ৬৭ বছৰ বয়সত গুৰুজনে বৰদোৱা এৰে বুলি সাধাৰণতে ধৰা হয়। কিন্তু ইয়াৰ লগতে ওপৰৰ লেখত গজলা সুঁতিত যি ছমাহ ধৰিছে তাকো যোগ দিয়া উচিত।* ইয়াৰ পিছতো তিনিটা মন কৰিব লগীয়া কথা আছে। প্ৰথম, বছৰৰ লেখ কৰোঁতে চৰিত-লেখকে কেতিয়াবা বছৰেকৰ ছমাহ কম হ'লেও মুঠ ছমাহহে ধৰিছে। পটন্তৰ স্বৰূপে, আহিন বা কাতিত জন্ম লৈ ভাদৰ ২১ আৰিখে স্বৰ্গী হোৱা গুৰুজনৰ বয়সৰ হিচাপ বছৰ পূৰাই নধৰি আদবছৰহে ধৰা হৈছে। দ্বিতীয়তে, কোনো কোনো ঠাইত থকাৰ লেখ একেবাৰেই এৰি দিয়া হৈছে। তৃতীয়তে, কোনো কোনো ঠাইত থকা কাল সম্পৰ্কে চৰিতবিলাকৰ মত-ভেদ আছে। বৌটা পোৱাৰ আগতে শিঙৰি, ছিলাধাৰী আৰু ভলুকাগুৰিত শঙ্কৰ প্ৰমুখ্যে ভূঞাসকল বৈ গৈছিল বুলি বিবিধ চৰিতত আছে। ভলুকাগুৰিত তিনি পথ থকা কথা বেজবৰুৱাই লিখিছে। কথা-চৰিতৰ ওপৰৰ হিচাপত গাংমৌত "আদপাঁচ" অৰ্থাৎ ৪½ বছৰ ধৰিলেও স্থানান্তৰত ৫ বছৰ

পূৰাই ধৰিছে আৰু বেজবৰুৱাই ধৰিছে, "গাংমৌত সাত বছৰ ছমাহ ধৰ্ম্ম প্ৰকাশ কৰি" থকা বুলি। ধুঁৱাহাটা বেলগুৰিত সাধাৰণতে ১৪ বছৰ বা উপৰোক্তমতে ১৪½ বছৰ ধৰা হয় যদিও বেজবৰুৱাই এই থানত ১৮ বছৰৰ লেখ দিছে।[৬] কপলাৰ অস্থায়ী সত্ৰত ছমাহ কটোৱাৰ কথাত মত-ভেদ দেখা নাযায়। চুণপৰা পালেংদিতো ছমাহ বুলি সাধাৰণতে ধৰা হ'লেও দৈত্যাৰি ঠাকুৰে বছৰেকৰ কম ধৰা নাই। কুমাৰকুছিত এবছৰ থকাৰ পিছত গণককুছিত গুৰুজনা ৩ মাহ আছিল—এয়ে ৰামচৰণৰ মত। পাটবাউসীৰ ১৪ বছৰৰ ঠাইত ৰবদোৱা চৰিতত আছে ১৮ বছৰ আৰু পাটবাউসী থানৰ অধিকাৰৰ মতে গুৰুজন তাত ১৮½ বছৰ আছিল। দ্বিতীয়বাৰ তীৰ্থলৈ গুৰু আঘোণ-মহীয়া ওলাই গৈ বহাগত ঘূৰি আহি পোৱাৰ কথা চৰিতত আছে। বেহাৰলৈ অহা-যোৱা কৰাত ছমাহ আৰু চিলাৰায় দেৱানৰ ফুলবাৰীত ছমাহ ধৰিলে কম সময় ধৰা যেন লাগে ; বোধ হয়, ভেলা মধুপুৰত থকা সময়খিনি জোখত এৰা পৰিছে। নৰনাৰায়ণ-শঙ্কৰদেৱৰ প্ৰথম দেখা-দেখি হোৱাৰ বাবতে গুৰুজন বেহাৰত ছমাহ আছিল।[৭] 'সীতা-স্বয়ম্বৰ' অঙ্ক ৰচনা কৰা সময়ত অন্ততঃ ছমাহ বেহাৰত আছিল বুলি ৰামানন্দৰ চৰিতত পোৱা যায়। বেজবৰুৱাই কয়, প্ৰয়াণৰ আগতে ২½ বছৰ কাল বেহাৰত আছিল। এইদৰে সহজে বুজিব পাৰি, গোট লেখৰ "ছমাহ কম ছকুৰি বৰ্ষ পাৰম্পৰ্য্য"ৰপৰা ওপৰত দিয়া চৰিতৰ গুটি-লেখত হেৰোৱা ১৪½ বছৰ পূৰ কৰি লোৱা টান কাম নহয়।

'হৰ-গৌৰী-সম্বাদৰ অন্তৰ্গত আচাৰ্য্য-সংহিতা'তো আছে, গুৰুজনা ছমাহ বেছি ১১৮ বছৰ পৃথিৱীত থাকি ভাগৱত ধৰ্ম্ম প্ৰচাৰ কৰিছিল।—

ধৰ্ম্ম ভাগৱতং শুদ্ধং অষ্টাধিকদশাব্দকং।
মাসষট্‌কাধিকং বিষ্ণোঃ শ্ৰবণং কীৰ্ত্তনং শিৱং॥
উপদিশ্য কলের্লোকান্নুদ্ধৰিষ্যতি পাৰ্ব্বতি!

১৪৯০ শকৰ ভাদত শঙ্কৰদেৱ বৈকুণ্ঠগামী হয়—ই অবিসম্বাদী সত্য। গুৰুজনা ১১৮।১১৯ বছৰ জীয়াই থকাটো সন্ত-সাধুৰ মুখে আৰু চৰিত-পুথিৰ ভিতৰেদি চলি আহিছে। ওপৰত উল্লিখিত মতবোৰৰ মিল কৰিবলৈ হ'লে ১৩৭১ শকৰ আহিন-কাতিত গুৰুজনাৰ জন্ম বুলি ধৰিব লাগিব। ৰামচৰণ ঠাকুৰৰ চৰিতৰ "দেড় (ডেৰ) বৰিষৰ মন্দ" কথাষাৰ "তেৰ বৰিষৰ মন্দ" বুলি ভুল পাঠ গ্ৰহণ কৰি তাহানি 'আসাম বান্ধৱ'ৰ সম্পাদক ভ্ৰম-প্ৰমাদত পৰিছিল আৰু ১৩৮৩ শকত গুৰুজনাৰ জন্ম বুলি ধৰিছিল। কিন্তু সেই ভুল বেজবৰুৱাই ভালকৈ দেখুৱাই দি গৈছে। তদুপৰি, ছাৰ্ এড্ৱাৰ্ড্ গেইটে শঙ্কৰদেৱ ১৩৭১ শকত জন্মা বুলিলে ৩০।৪০ বছৰ উজুৱাই ধৰা হয় বুলি ওপৰ-চকুৱা অভিমত প্ৰকাশ কৰিছিল।[৮] সম্ভৱতঃ গেইটৰ এই ধাৰণা হোৱাৰ একমাত্ৰ কাৰণ—প্ৰায় ছকুৰি বছৰ জীয়াই থকা এটা আচৰিত কথা, অন্ততঃ তেওঁৰ মানত। কিন্তু ইযে কোনো যুক্তি নহয়, এই কথা লক্ষ্মীনাথ বেজবৰুৱায়ে চকুত আঙুলি বটিয়াই দেখুৱাই দিছিল। চেঙেলীয়া ডেকা বয়সতে প্ৰাণায়াম আদি যোগ-অভ্যাস আৰু সংযমে, তেতিয়াৰেপৰা শেষলৈকে কটোৱা উচ্চ অধ্যাত্মিকতাৰ মাজৰ সাত্ত্বিক, সুন্দৰ জীৱন-যাপন-প্ৰণালীয়ে গুৰুজনাৰ ছকুৰি বছৰ আয়ুস দান কৰা একো বিচিত্ৰ নহয়। মৃত্যুৰ সময়লৈকে কোনো চৰিততে গুৰুজনাৰ বিশেষ কোনো অসুখ হোৱাৰ কথা নাই। দেশ-বিদেশৰ বিজ্ঞসকলে ১৩৭১ শকত শঙ্কৰদেৱৰ আৱিৰ্ভাৱ আৰু ১৪৯০ শকত তিৰোভাৱ হোৱা বুলি একপ্ৰকাৰ গ্ৰহণ কৰিছে।[৯]

জন্মৰ মাহ, দিন, তিথি, বাৰ, নক্ষত্ৰ লৈ মতভেদ দেখা যায়; আৰু এই বিষয়ে থিতাতে থাটাং মত এটা দিয়া সম্ভৱো নহয়। ৰামচৰণৰ মতে আহিনৰ ৫ দিন, শুক্লা দশমী, শুক্ৰবাৰ, ৰোহিণী নক্ষত্ৰ। দৈত্যাৰি আৰু ভূষণ দ্বিজে এইবিলাকৰ কোনো লেখ দিয়া নাই। ৰামানন্দৰ মতে ফাগুন মাহ, শুক্লা দ্বিতীয়া। বৰদোৱা

চৰিতত আহিন-কাতিৰ সংক্ৰান্তি, আঁউসী, বৃহস্পতিবাৰ, ধনু ৰাশি, ৰোহিণী নক্ষত্ৰ, দেৱগণ। কথা-গুৰুচৰিত অনুসৰি কাতিৰ সংক্ৰান্তি, পূৰ্ণিমা, শ্ৰৱণা নক্ষত্ৰ। ৰামানন্দক এৰি আন কেইখনি চৰিতৰ মতৰ এটা মিল দেখা যায় অন্ততঃ মাহৰ লেখত।

মহাদেৱ শঙ্কৰৰ বৰৰ ফল স্বৰূপে জন্ম হোৱা বাবে শঙ্কৰবৰ বা শঙ্কৰ নাম ৰখা হৈছিল। দৈত্যাৰি, বৰদোৱা চৰিতমতে গুপ্ত নাম দিয়া হৈছিল গঙ্গাধৰ। আচাৰ্য্য-সংহতিতো আছে—"শ্ৰীশঙ্কৰো ইতি খ্যাতো গঙ্গাধৰ ইতি স্মৃতঃ॥" বিবিধ চৰিতৰ উক্ত সময়বোৰৰ সমিল-মিল কৰাত জ্যোতিষে বাধা দিয়ে। 'ৰোহিণী নক্ষত্ৰত জন্ম হ'লে ধনু ৰাশি আৰু দেৱগণ হোৱাটো জ্যোতিষ-বিৰোধী। শঙ্কৰৰ দুহাটা নামৰ কোনোটোৰেই আদি আখৰে জ্যোতিষমতে ধনু ৰাশি নুবুজায়। ১৩৭১ শকৰ ফাগুনৰ ১৪ তাৰিখৰ দিনা বৃহস্পতিবাৰ শুক্লা তৃতীয়া তিথি হ'লেও নক্ষত্ৰ আৰু গণৰ মিল নহয়।'[১০] ১৩৭১ শকৰ আহিন-কাতিৰ দোমোজাত গুৰুজনাৰ জন্ম হোৱা কথাটোৰ সপক্ষে চৰিতৰ সাক্ষ্য আৰু মহাপুৰুষীয়াসকলৰ দৃঢ় বিশ্বাসৰ অনুমোদন উপেক্ষা কৰিব নোৱাৰি। এনে অনুমান হয়, জন্মৰ তাৰিখ, তিথি, নক্ষত্ৰ আদি সম্পৰ্কে গুৰুজনা থকা সময়তে মতভেদ আছিল। চৰিতকাৰসকলে সিবোৰ নিৰূপণ কৰিবলৈ গৈ বেছিকৈহে আউল লগাই পেলাইছে। বেজবৰুৱাই ১৩৭১ শকৰ কাতিৰ নাইবা আহিনৰ, নাইবা ফাগুনৰ ভিতৰত শঙ্কৰ জন্ম হোৱা বুলি ধৰিলে কোনো হানি নাই বুলি মত প্ৰকাশ কৰিছে। আমি ওপৰত দেখুওৱামতে ফাগুনক বা কাতিকো এই লেখত সামৰাৰ প্ৰয়োজন নেদেখোঁ।

১৩৭১ শকত জন্ম সম্পৰ্কে আমাৰ পণ্ডিতসকলৰ বিশেষ মতভেদ নাই। তিথি-বাৰৰ প্ৰশ্ন তুলি এই শক পিছুৱাই নিয়াৰ যত্ন যুক্তি-সঙ্গত নহয় যেন লাগে। এনে ভাবিবৰো থল আছে, চৰিতকাৰে হয়তো মনে অনুমানি তিথি-বাৰ সংযোগ কৰি দিছে।

ভাৰতীয় আন সন্তসকলৰো আৱিৰ্ভাৱ-তিথি আদি সম্পৰ্কে মতভেদ আৰু একেটা মতৰ ভিতৰতে অসামঞ্জস্য দেখা যায়। ভক্ত কবীৰৰ জন্ম-তাৰিখ সাধাৰণতে এটি দোহাৰ ওপৰত নিৰ্ভৰ কৰি ঠিৰ কৰা হয়:

চৌদহ সৌ পচপন সাল গএ, চন্দ্ৰবাৰ এক ঠাট ঠএ।

জেঠ সুদী বৰসায়ত কো পূৰণমাসী প্ৰগঠ ভএ।

গণনা কৰি চালে ১৪৫৫ সম্বতৰ জেঠৰ শুক্ল পূৰ্ণিমাৰ দিনা সোমবাৰ নহয়; গতিকে কোনোৱে ১৪৫৬ সম্বৎ ধৰে। কিন্তু ১৪৫৬ সম্বৎ জেঠৰ পূৰ্ণিমাৰ দিনা সোমবাৰ নপৰে, পৰে মঙ্গলবাৰ। তাৰ উপৰি 'বৰসায়ত' শব্দৰ অৰ্থ 'বট সাবিত্ৰী ব্ৰত'; এই ব্ৰত আঁউসীতহে পৰে, 'পূৰণমাসী' অৰ্থাৎ পূৰ্ণিমাত নহয়। তমাছ্ উইলিয়াম্ বীল্ ছাহাবে তেওঁৰ 'অৰিয়েণ্টাল্ বায়গ্ৰাফিকেল্ ডিক্সনাৰী'ত কবীৰৰ জন্ম-শক ১৪৯০ খ্ৰীষ্টাব্দ বা সম্বৎ ১৫৪৭ স্থিৰ কৰিছে। ডক্টৰ হাণ্টাৰে তেওঁৰ 'ইণ্ডিয়ান্ এম্পায়াৰ'ত কবীৰৰ সময় ১৩৪০ৰ-পৰা ১৪২০ খ্ৰীষ্টাব্দলৈকে ( সম্বৎ ১৩৫৭-১৪৭৭ ) বুলি লিখিছে। হিন্দী সাহিত্য আৰু বিশেষকৈ কবীৰ-ৰচনাৱলীৰ বিষয়ত সুপণ্ডিত ৰামকুমাৰ বৰ্ম্মাই কবীৰ-চৰিত সম্পৰ্কে বুৰঞ্জীৰ সাক্ষ্যৰ ওপৰত নিৰ্ভৰ কৰি বীল্ ছাহাবে দিয়া তাৰিখ ভ্ৰমাত্মক বুলি ঘোষণা কৰিছে। ভিন্‌চেণ্ট স্মিথে তেওঁৰ ভাৰত-বুৰঞ্জীত মিছ্ আণ্ডাৰ্‌হিল্ বোলা এগৰাকীৰ মত উল্লেখ কৰি কবীৰৰ সময় দিছে ১৪৪০—১৫১৮ খ্ৰীষ্টাব্দ ( সম্বৎ ১৪৯৭—১৫৭৫ )। এইদৰে কবীৰৰ দৰে এজন ক্ষণজন্মা পুৰুষ সম্পৰ্কেও বহুত বাদানুবাদ আছে। কবীৰ-পন্থীসকলে ১৪৫৫ সম্বৎ জ্যেষ্ঠ বৰসায়ত অৰ্থাৎ ১৩২০ শকৰ জেঠৰ আঁউসীকে কবীৰৰ জন্ম-তিথি গ্ৰহণ কৰি চলি আহিছে।[১১]

মহাপুৰুষ গুৰুজনৰ চৰিত বৰ্ণাবলৈ আৰম্ভ কৰাৰ আগতে শঙ্কৰ গুৰুৰ নিজৰ ছন্দত আপোন পৰিচয় লোৱা হওক। ভাগৱতৰ দশম স্কন্ধৰ পদত আছে—

আত্ম-পৰিচয়

বৰদৱা নামে গ্ৰাম শস্তে মস্তে অনুপাম
লোহিত্যৰ আতি অনুকূল।
সেহি মহা গ্ৰামেশ্বৰ আছিলন্ত ৰাজধৰ
কায়স্থ কুলৰ পদ্ম ফুল॥
তানে পুত্ৰ সূৰ্য্যবৰ মহা বড়া দেশধৰ
দানী মানী পৰম বিশিষ্ট।
যাৰ যশ এভো জলে জয়ন্ত মাধৱ দলৈ
দুই ভাই যাহাৰ কনিষ্ঠ॥
তানে পুত্ৰ কুলোদ্ধাৰ ভৌমিক মধ্যত সাৰ
প্ৰসিদ্ধ কুসুম নাম যাৰ।
তানে সুত শিশুমতি কৃষ্ণ-পাৱে কৰি নতি
বিৰচিল শঙ্কৰে পয়াৰ॥

ৰুক্মিণীহৰণ কাব্যত ৰাজধৰৰ পিতা চণ্ডীবৰৰ চিনাকি দিছে :

টেমুনীয়া বন্ধে বসাইলা প্ৰবন্ধে
বটদ্ৰৱা নামে গ্ৰাম।
দুৰ্ল্লভনাৰায়ণে যাক বহু মানে
দিলা দেৱীদাস নাম।

জগত-জননী পতিত-পাৱনী 'ভৌমিক মধ্যত সাৰ' বাৰ-ভূঞাৰ বংশৰ আলিপুখুৰীৰ ( বৰ্ত্তমান নগাৱঁৰ মৈৰাবাৰী অঞ্চলত ) ঘৰত ১৩৭১ শকত কুসুমদেৱৰ ঔৰসত সত্যসন্ধা আইৰ গৰ্ভত শ্ৰীশঙ্কৰদেৱৰ আৱিৰ্ভাৱ হয়। শঙ্কৰৰ সাত মাহতে চ'তৰ পাঁচ তাৰিখে পিতামহ সূৰ্য্যবৰ স্বৰ্গী হয়।[১২] এই সময়ত বৰ্ত্তমান নগাঁও অঞ্চলত আৰু লুইতৰ উত্তৰ পাৰতো বাৰভূঞাসকলৰ ৰাজৰ চলিছিল; ৰামচৰণৰ মতে, "কপিলীৰ হন্তে চাম়ধৰা সীমা কৰি।···শিঙৰিৰ হন্তে উত্তৰত ঝিলাধাৰী" পৰ্য্যন্ত ভূঞাসকলৰ ঠাই। বৰদোৱা চৰিতত আছে, "কলিয়াবৰপৰা কাজলী-মুখলৈকে ভূঞাসকলৰ ৰাজ্য।" শঙ্কৰৰ

কুসুমবৰ ভূঞাৰ ৰাজৰ

পিতৃ কুসুমবৰগিৰী শিৰোমণি বৰভূঞা হৈ আলিপুখুৰীত থাকি ৰাজ্য-চৰ্চ্চা কৰিছিল। ভূঞাৰ ৰাজ্যেৰে লগালগিকৈ কছাৰীসকলৰ দেশ। ৰাজ্যৰ সীমা লৈ বা কেতিয়াবা গৰু চৰোৱা মাটিৰ কথাৰে এওঁলোকৰ লগত ভূঞাসকলৰ যুঁজ-কাজিয়া লাগিছিল।

কুসুমবৰ ভূঞাৰ দুগৰাকী পত্নী—প্ৰথমা অনিৰুদ্ধ ভূঞাৰ কন্যা সত্যসন্ধ্যা; দ্বিতীয়া শ্ৰীপতি ভূঞাৰ কন্যা অমৃতধৃতি।[১৩] কথিত আছে, প্ৰথমা পত্নীৰ লগত বিয়াৰ বহুত দিনৰ পিছলৈকে তেওঁলোকৰ সন্তান-সন্ততি নোহোৱা বাবে কুসুমবৰে দ্বিতীয়বাৰ বিয়া কৰিব লগীয়াত পৰে। ৰামানন্দই লিখিছে, "তথাপিতো তান পুত্ৰ নভৈলেক: বিংশতি নৱ বৎসৰ।" আৰু সেই বাবে তেওঁ গোপেশ্বৰ বিষ্ণুক পুত্ৰ-কামনাৰে পূজা কৰে। আন চৰিতমতে অৱশ্যে তেওঁ শিৱক তেনে পূজা দিছিল, ৰামচৰণৰ মতে শঙ্কৰ যেতিয়া তেৰ-মহীয়া, কছাৰীয়ে ভূঞাৰ ৰাজ্য আক্ৰমণ কৰে। ভূঞাসকলে পোনতে হাবিলৈ পলাই গৈ আত্মৰক্ষা কৰি, পিছত চল চাই কছাৰীৰ ওপৰত পৰি কচু-কটা দিয়ে। এই খৰিয়ালৰ সময়তে হাবিৰ মাজত শঙ্কৰৰ মাহী-মাকৰ এটি ল'ৰা জন্ম হয়; তেওঁৰ নাম হ'ল হলধৰ, বা হাবিত জন্ম হোৱা বাবে বনগঞা। ৰামানন্দৰ মতে অৱশ্যে শঙ্কৰদেৱ বনগঞাগিৰীতকৈ পাঁচ বছৰে ডাঙৰ। শঙ্কৰৰ সপ্তম বছৰ আৰু বনগঞাৰ দুবছৰত কুসুম স্বৰ্গী হ'ল।[১৪] সত্যসন্ধ্যা আয়ে সতীৰ ধৰ্ম্ম ৰাখি আনন্দে তনু ত্যাগ কৰিলে। "কোনোৱে কয় গুৰুজনৰ জন্মৰ তিন দিনান্তে, কোনোৱে কয় ছোৱালী খোজাৰ পিছত গুৰুমাতা সত্যসন্ধা আই পৰলোক গমন কৰিছে।" কথাচৰিতত আছে, শঙ্কৰে ল'ৰা-ধেমালিৰ মাজত যেতিয়া সাঁতুৰি ব্ৰহ্মপুত্ৰৰ ইপাৰ-সিপাৰ হ'ব পৰা হ'ল, "পাচে তেনেতে কালৰ প্ৰমাণে আউ-অনুক্ৰমে কুসুম্বৰ চলিল: শান্তী সত্যসন্ধা

শঙ্কৰ আৰু বনগঞাৰ জন্ম

কুসুমবৰ আৰু সত্যসন্ধ্যাৰ পৰলোক

স্নাই স্বামী সঙ্গে অনুগামী হ'ল।" এই চৰিতে আৰু কয়, কুসুমদেউৰ তিথি-কৰ্ম্ম কৰিহে শঙ্কৰ ছাত্ৰশাললৈ গৈছিল। দ্বিজ ভূষণৰ চৰিতত শঙ্কৰৰ বিয়াৰ "কতো দিন" পিছত পিতৃ স্বৰ্গী হয় আৰু তেওঁৰ মাহেকীয়া শ্ৰাদ্ধৰ "অনন্তৰে তান পাছে মাতৃ মৰিলন্ত॥" বেজবৰুৱাই পুৰণিকলীয়া প্ৰবাদৰ ওপৰতে ঘাইকৈ ভৰ দি শঙ্কৰৰ জন্মৰ তিনি দিনৰ দিনা আই ঢুকোৱা বুলি ধৰিছে। শঙ্কৰৰ বিয়াৰ বয়সত পিতৃ-মাতৃ বিয়োগ হোৱা কথাটো এটা কাৰণত অবিশ্বাস কৰিব লগীয়া হয়—বনগঞাৰ লগতে ঘাটমাউৰা শঙ্কৰক ল'ৰা-কালৰেপৰা বুঢ়ীমাক, সূৰ্য্যবৰৰ পত্নী খেৰসূতী আয়ে এহতীয়াকৈ তুলি-তালি ডাঙৰ-দীঘল কৰা কথাটো প্ৰায় সৰ্ব্বজনানুমোদিত ৰূপে চলি আহিছে। কথা-চৰিতৰ ভাষাৰে, "সূৰ্য্যবৰ-পত্নী খেৰসুতি বুঢ়ী মাতৃএ পূৰ্ব্বৰ কাৰণৰ নিমিত্তে তুলিলে।"

জয়ন্ত দলৈ বৰভূঞা

শিৰোমণি ভূঞা কুসুমৰ মৃত্যুত দদায়েক জয়ন্ত দলপতি বা দলৈৰ কানত ৰাজ-কাৰ্য্য চলোৱাৰ ভাৰ পৰিল। মাক-বাপেকী নোহোৱা ল'ৰা শঙ্কৰে বুঢ়ীমাকৰ আতোলতোলত বাৰ-তেৰ বছৰলৈকে উলহৰ মাদলী হৈ, ধিতিঙালি কৰি বালক-কেলিত সময় নিয়াবলৈ সুবিধা পালে। "ওমলন্তে গৈল দশ বাৰুয় বৎসৰ।" উপৰি পুৰুষসকল ইফালে আছিল বিচক্ষণ, দিগ্বিজয়ী পণ্ডিত, "অস্ত্ৰত, শস্ত্ৰত, শাস্ত্ৰত পাৰ্গত"।

শঙ্কৰৰ বিদ্যা-শিক্ষা ১৩৮৩ শক

তেৰ বছৰত "ভাদ্ৰ মাসে বৃহস্পতিবাৰে শঙ্কৰ মহেন্দ্ৰ কন্দলি ওজাৰ ছাত্ৰশাললৈ গ'ল; আৰু সোনকালে ৰামৰাম, শ্ৰীকণ্ঠভূষণ, বিদ্যা পাঠক, ৰাম সৰস্বতী আদি বাছকবনীয়া পুৰণি ছাত্ৰৰ লগত ফেৰ মাৰিব পৰা হ'ল।"[১৫] ৰামৰাম শঙ্কৰৰ আজীৱন সঙ্গী। এওঁৰ আদি পুৰুষ কৃষ্ণ পণ্ডিত চণ্ডীবৰৰ লগত গৌড়ৰপৰা আহে। কৃষ্ণৰ পুত্ৰ যোগেশ্বৰ; তেওঁৰ পুত্ৰ মৃত্যুঞ্জয়; তেওঁৰ পুত্ৰ নৰোত্তম; নৰোত্তমৰ তিনি পুত্ৰ—ৰামৰাম, কৰ্ণপুৰ,

চতুৰ্ভুজ।[১৬] আচাৰ্য্য-সংহতিত মহেন্দ্ৰ কন্দলিৰ টোলৰ কথা এইদৰে লিখিছে :

গোপেশ্বৰস্য নিকটে ব্ৰহ্মপুত্ৰতটে তথা।
বিশ্বেশ্বৰী নদী যত্ৰ ঘগৰা-নামকো হ্ৰদঃ॥
শৃঙ্গিনামা নগো যত্ৰ তৎক্ষেত্ৰং সুখদং নৃণাং
ঋষ্যশৃঙ্গো নাম ঋষিস্তত্ৰ জাতো ভবিষ্যতি॥
মহেন্দ্ৰকন্দলিনাম্না বিপ্ৰো বেদবিদাম্বৰঃ।
স বহূন্ বিপ্ৰপুত্ৰাংশ্চ শাস্ত্ৰানধ্যাপয়িষ্যতি॥

এই পুথিত আৰু লিখিছে যে, টোলৰ ঠাইডোখৰ পিছত অৰণ্যাকীৰ্ণ হৈ পৰিল। কথিত আছে, শঙ্কৰে ক-ফলা শিকি

কোমল গীত

বাৰেমতৰা জোঁটাবলৈ নৌ পাওঁতেই "কৰতল-কমল-কমল-দল-নয়ন" আদি কোমল গীতটি ৰচনা কৰে; শ্লোক-ৰচনাতো অতি সোনকালেই ব্যুৎপত্তি লাভ কৰে। চৰিতত এই উল্লেখো আছে—"প্ৰথমতে পাঠশালে কাপক ধৰিলা॥ কৰিয়া কাকণ্য তিনি গীত কৰিলন্ত।" অধ্যৱসায়ৰ ফলত ব্যাকৰণ, কোষ, পুৰাণ, ভাৰত, ৰামায়ণ, চৈধ্য শাস্ত্ৰ, কাব্য, আদি "পঢ়িলন্ত নিৰন্তৰে শাস্ত্ৰ সমস্তয়। অপ্ৰমাদী পণ্ডিত ভৈলন্ত মহাশয়।" আচাৰ্য্য-সংহতি অনুসৰি শঙ্কৰে কলাপ, কাব্য, জ্যোতিষ, ইতিহাস, শ্ৰুতি, স্মৃতি গুৰু-গৃহত অধ্যয়ন কৰে। কথা-চৰিতত আছে, "আৰু মাৰ্কণ্ডেয় পুৰাণৰপৰা প্ৰথমে কাপ ধৰি হৰিশ্চন্দ্ৰ-উপাখ্যান কৰিছে চাৰি খুন্টা মাৰি সেৱকলৈ।" ছাতৰ-শালিতে লিখা এই প্ৰথম পুথিতে গুৰুজনে প্ৰথমে ভক্তি-পন্থ নিৰ্দ্দেশ কৰে। হৰিশ্চন্দ্ৰ-উপাখ্যানৰ কথা পিছত পাটবাউসীত থাকোঁতে গুৰুজনে এইদৰে কৈছিল, "ভকতিৰ চাৰি খুঁটি মাৰি পুথিখানি কৈলো।"

ৰামচৰণৰ মতে সোতৰ বছৰ বয়সত শঙ্কৰে গুৰু-গৃহ এৰে; কিন্তু আচাৰ্য্য-সংহতি অনুসৰি দহ বছৰ কাল মহেন্দ্ৰ কন্দলিৰে

শঙ্কৰৰ অধ্যাপনা কৰিছিল। এই কথাকে বেজবৰুৱায়ো ঠিক বুলি ধৰিছে। এই লেখেৰে তেওঁ যদিও ২২ বছৰত শঙ্কৰদেৱে পঢ়া সাং কৰে বুলি 'শঙ্কৰদেৱ' গ্ৰন্থত লিখিছে, আন ঠাইত আকৌ কৈছে, গুৰু-বিদায়ৰ পিছত ১৩৮২ শকত অৰ্থাৎ ২১ বছৰ বয়সত শঙ্কৰে উত্তৰী লয়।[১৭] মুঠ কথা ২১।২২ বছৰ বয়সৰ পূৰ্ব্বেই গুৰুজনাৰ প্ৰথম পুথি হৰিশ্চন্দ্ৰ-উপাখ্যান ৰচিত হয়। ৰচনাৰ চঞ্চলতা আৰু চাতুৰ্য্যৰ ফালৰপৰা উপাখ্যানখনি তেওঁৰ আদি যৌৱনৰ ৰচনা বুলি বিশ্বাস কৰিব পাৰি; কিন্তু 'ভকতিৰ চাৰি খুটি' বা ভক্তি-পন্থ-নিৰ্দ্দেশক পদবোৰ এই সময়ৰ ৰচনা বুলি ধৰা অৱশ্যে টান কথা।

হৰিশ্চন্দ্ৰ-উপাখ্যান

মহেন্দ্ৰ কন্দলিৰ টোলত থাকোঁতেই যোগ-শাস্ত্ৰ পঢ়ি যোগাভ্যাস কৰিছিল আৰু এই বিষয়ত পাৰদৰ্শিতাও লাভ কৰিছিল। পিছৰ ভক্তিৰ মূল তত্ত্ব ভালকৈ বুজি, আধ্যাত্মিক সাধনা-হিচাপে যোগ অসাৰ বুলি তাক এৰি পেলায়। কিন্তু এই সাময়িক যোগ-অভ্যাসনৰপৰাই তেওঁৰ সুঠাম শৰীৰে নিশ্চয় পুষ্টি লাভ কৰিলে।

যোগাভ্যাস

শিক্ষা সাং কৰি ঘৰলৈ ঘূৰাৰ লগে লগেই শঙ্কৰৰ ওপৰত সংসাৰৰ গুৰুভাৰবোৰ পৰিবলৈ আৰম্ভ কৰিলে। পোনতে, ককাক জয়ন্ত দলৈয়ে শিৰোমণি ভূঞাৰ বিষয়-বাব শোধাই দিলেহি। শঙ্কৰে দক্ষভাৱে শাসন কাম চলাবলৈ ধৰিলে।[১৮] তেনেই কম বয়সতে ভূঞাসকলৰ শ্ৰেষ্ঠ সম্মান লাভ কৰা আৰু শ্ৰেষ্ঠ দায়িত্ব পোৱা বাবে তেওঁৰ নাম ডেকাগিৰী হ'ল।

ডেকাগিৰী শঙ্কৰ ভূঞা

প্ৰায় একৈশ-বাইশ বছৰ বয়সত ডেকাগিৰীয়ে বিয়া কৰে। কিন্তু বিয়াৰ আগৰখিনি সময়ত কছাৰীৰ উপদ্ৰৱত ভূঞাৰ ৰাজ্যত অশান্তিৰ মাত্ৰা চূড়ান্ত পাইছিলগৈ। চৰিতবিলাকৰপৰা অনুমান হয়, এই অশান্তিৰ বাবে শিৰোমণি ভূঞাৰ দণ্ডৰ আলিপুখুৰীৰপৰা

বৰদোৱালৈ আৰু বৰদোৱাৰপৰা আলিপুখুৰীলৈ অনা-নিয়া কৰি থাকিব লগীয়াত পৰিছিল। ভূঞাসকলে মধ্য অসমত বসতি কৰিবলৈ লোৱাৰেপৰা মাজে মাজে এইদৰে ইঠাই-সিঠাই কৰি পিছত আলিপুখুৰীত বৈছিলহি। বৰদোৱা চৰিত আৰু ৰামচৰণৰ চৰিতত আছে, জন্ম-ঠাই আলিপুখুৰীত কুৰি বছৰ বয়সলৈকে থাকি শঙ্কৰ ভূঞা টেমনি, টেমনিয়া, টেমুনিয়া বা টেম্বুৱানী বৰদোৱালৈ যাব লগীয়া হয়। ইফালে বৰদোৱা আৰু কথা-চৰিতমতে ৪৮ বছৰ আলিপুখুৰীত, ৭ বছৰ বৰদোৱাত আৰু মাজতে প্ৰথমবাৰ তীৰ্থ-ভ্ৰমণত ১২ বছৰ কাল কটোৱাৰ লেখ দিয়া হৈছে। তদুপৰি কথাচৰিতে স্পষ্ট উল্লেখ কৰিছে যে, ৬০ বছৰ বয়সত শঙ্কৰদেৱ বৰদোৱালৈ উঠি যায় আৰু ইয়াৰ পিছত বৰদোৱাত একেৰাহে ৭ বছৰ থাকে। ইয়াৰপৰা এনে বুজিব পাৰি যে, ২০ বছৰ বা তেনে বয়সত কছাৰীৰ উপদ্ৰৱ সহিব নোৱাৰি বৰদোৱালৈ কিছু দিনৰ কাৰণে উঠি যায়, কিন্তু আকৌ আলিপুখুৰীলৈ ঘূৰি আহে। দ্বিতীয়তে, আলিপুখুৰীৰ ৪৮ বছৰৰ ভিতৰতে বৰদোৱাত সাময়িকভাৱে থকাৰো লেখ ধৰা হৈছে। বিশেষতে, ১২ বছৰ তীৰ্থ কৰি শঙ্কৰদেৱ আলিপুখুৰীৰ ঘৰলৈহে ঘূৰি আহে। ৰামচৰণে বৰদোৱাত দুবাৰ কীৰ্ত্তন-ঘৰ বা দেৱ-গৃহ নিৰ্ম্মাণ কৰাৰ কথা উল্লেখ কৰিছে; দ্বিতীয়বাৰ অৰ্থাৎ তীৰ্থৰপৰা ঘূৰাৰ পিছত গঙ্গলা-সুঁতিৰপৰাহে আহি বৰদোৱাত থিত লোৱা কথা কোৱা হৈছে।

শঙ্কৰৰ বিয়াৰ আগৰ বছৰ আলিপুখুৰীৰ ভূঞা আৰু ব্ৰাহ্মণ-সকলে কছাৰীৰ সঘন উপদ্ৰৱত অতিষ্ঠ হৈ আৰু "ইটো আলিপুখুৰী স্থান অতি অন্নপ্ৰায়" বুলি শিৰোমণি ভূঞা ডেকাগিৰীৰ ওচৰত আপত্তি তুলিলেহি। শঙ্কৰৰ উপৰি পুৰুষ চণ্ডীবৰে প্ৰথমতে লেঙামাগুৰিৰপৰা আহি বৰদোৱাত বসতি কৰে, কিন্তু দেশ-বিভ্ৰাটত বৰদোৱা এৰি ভূঞাসকল আলিপুখুৰীলৈ গৈছিল।

এতিয়া শঙ্কৰ প্ৰমুখ্যে আলিপুখুৰীৰ লোকসকল টেমনি বৰদোৱাৰ সেই "বাহু ভূঞাৰ ভিঠা"লৈ উঠি গ'ল। তাত থাকিবৰ ঘৰ-দুৱাৰ কৰি এটি কীৰ্ত্তন-ঘৰ সজায় আৰু ভেঁটি তুলিবৰ সময়ত কোৰৰ চাবত শিলত কটা চতুৰ্ভুজ বিষ্ণু-মূৰ্ত্তি এটি পাই সাত থাকৰ সিংহাসনৰ ওপৰত প্ৰতিষ্ঠা কৰে।[১৭] ২১ বছৰ বয়সত গুৰুৱে এই ঘৰতে ফাগুৱা উৎসৱ পাতে আৰু সেই উপলক্ষে কেইবাটিও গীত ৰচনা কৰে।

কীৰ্ত্তন-ঘৰ

ফাগুৱা

একে বছৰতে, শাস্ত্ৰ-চৰ্চ্চাত মূৰ পুতি লাগিবৰ উদ্দেশ্যে, জয়ন্ত আৰু মাধৱ দলৈক ওচৰলৈ মাতি আনি ভূঞাৰ শাসন-ভাৰ গতাই দিলে। কিন্তু ৰামানন্দৰ মতে প্ৰথমা কন্যা হৰিপ্ৰিয়াৰ বিয়াৰ এবছৰ পিছলৈকে অৰ্থাৎ প্ৰথম তীৰ্থ-যাত্ৰাৰ সময়লৈকে আহোম 'চেউটিয়া'ৰ তলত গুৰুজনে ৰাজ্য-চৰ্চ্চা কৰিছিল। এই কথা বিশ্বাস-যোগ্য নহয়। জয়ন্ত-মাধৱে নাতিনীয়েকৰপৰা ৰাজ্য-ভাৰ ল'লে, হয়; পিছে, ডেকা শঙ্কৰৰ মন বৈৰাগ্যৰ ফালে যোৱা দেখি তাক ঘূৰাবলৈ হৰিবৰগিৰী নামে ভূঞাই জগন্নাথক স্তুতি কৰি প্ৰসাদ ৰূপে লাভ কৰা কন্যা সূৰ্য্যাৱতী বা সূৰ্য্যৱতীক নাতিবোৱাৰী কৰি বিয়া কৰাই আনিলে ১৩৯২ শকৰ খৰালী। যৌতুকত হৰিধাই শঙ্কৰক কেইবাখনো গাঁও দিলে। কথা-চৰিতত আছে, "গুৰুজনৰ একৈশ বৰ্ষ আই চৌদ্ধ বৰ্ষত বিবাহ কৰালে।" কিন্তু বিয়া কৰাই শঙ্কৰে শাস্ত্ৰ-চৰ্চ্চাৰ কথা পাহৰি নপ'ল; মাধৱ দলৈৰ পুত্ৰ মাধৱী দলৈ খুড়াকক ছুটা ভাৰী দি খাটনি ধৰিলে কিছুমান শাঁচিপাত গোটাই আনি দিবলৈ।

প্ৰথম বিবাহ ১৩৯২ শক

বিয়াৰ ৩ বছৰৰ পিছত শঙ্কৰৰ ভাৰ্য্যা সূৰ্য্যাৱতীৰ গৰ্ভত মনু নামে এটি কন্যা জন্ম হয় আৰু ন-মহীয়া মনুক এৰি গুৰু-পত্নী অকালতে স্বৰ্গী হয়। ৰামচৰণৰ মতে, "পুৱ যে মাহৰ: আঠ দিন গতে" (পাঠান্তৰ, "পুষৰ মাসৰ:

সূৰ্য্যাৱতীৰ মৃত্যু

নৱ দিন আছন্তে") মনুৰ জন্ম হয়; আৰু "মনু জন্মিবাৰ: মাস নৱ থাকি" "আশ্বিন মাসৰ: ছুই দিন যান্তে" "পঞ্চিশ বৰিষ" বয়সত সূৰ্য্যাৱতী ঢুকায়। কিন্তু শুদ্ধ লেখত এই সময়ত শঙ্কৰদেৱৰহে পঁচিশ বছৰ হৈছিল। বেজবৰুৱাৰ মতেও ১৩৯৬ শকত মনুৰ জন্ম হয়; এই হিছাপেও মৃত্যুৰ সময়ত সূৰ্য্যাৱতীৰ পঁচিশ বছৰ ধৰা সমীচীন নহয়। পত্নী-বিয়োগৰ সময়ৰেপৰা গুৰুজনৰ মনত তীৰ্থ ভ্ৰমণলৈ যাবলৈ উচ্-পিচ্ লাগি থাকিবলৈ ধৰিলে। কিন্তু মাক-নাইকিয়া ছোৱালীজনীৰ মৰম এৰিব নোৱাৰি বাবে এদিন ছুদিনকৈ শঙ্কৰদেৱৰ ডেৰ কুৰি বছৰ বয়স হ'লহি।[20] তিনি পিতামহেৰে আলোচনা কৰি ৰামচন্দ্ৰ কায়স্থৰ পুত্ৰ হৰিত জীয়েকক আত্ৰাণ মহীয়া বিয়া দি তীৰ্থলৈ যাবৰ আয়োজন কৰিলে। সূৰ্য্যাৱতীৰ মৃত্যু, মনুৰ বিবাহ আৰু তীৰ্থ-যাত্ৰাৰ ক্ৰম আৰু সময় সম্পৰ্কে চৰিতবোৰত অমিল দেখা যায়। দৈত্যাৰি এই প্ৰসঙ্গত নিমাত। দ্বিজ ভূষণে কৈছে,

মনু কন্যা বিহা তান্ত দিলন্ত সাদৰি॥
তাত পাছে শঙ্কৰৰ পত্নী মৰিলন্ত।...
ভৈলন্ত উদাস পাছে শঙ্কৰৰ মন।
তীৰ্থ কৰিবাক লাগি কৰিলা যতন॥

মনুৰ বিবাহ

দ্বিজ ৰামানন্দই লিখিছে, গুৰুজনে হৰিপ্ৰিয়া কন্যাক কায়স্থ ভূঞাৰ ল'ৰা বুদ্ধিমন্ত, শুদ্ধমতি মনুত (? হৰিত) বিয়া দিলে। "এহিমতে সম্বৎসৰ ৰাজ্যক চৰ্চ্চিলা।" এনেতে পত্নী পৰলোকলৈ গ'ল। গুৰুজনাৰ মন প্ৰসন্ন হ'ল। তেওঁ 'চেঊটিয়া'ৰ (আহোম ৰজাৰ বিষয়া) ওচৰত এমাহৰ কাৰণে ছুটী (!) ল'লেগৈ। ৰবদোৱা চৰিতৰপৰা অস্পষ্টকৈ মাত্ৰ বুজিব পাৰি, মনুৰ বিয়াৰ পিছতে আই গোসানীৰ পৰলোক ঘটে আৰু শঙ্কৰ তীৰ্থলৈ ওলাই যায়। কিন্তু মনুৰ জন্মৰ ন মাহৰ পিছত সূৰ্য্যাৱতী ঢুকোৱা কথাটো ৰামচৰণৰ আৰু কথাচৰিতত

পৰিত্ৰাৰকৈ লিখিছে আৰু সেয়ে অসমৰ বৈষ্ণৱসকলৰ মাজত সাধাৰণ বিশ্বাস।

১৪০৩ শকত ৩২ বছৰ বয়সত তীৰ্থ-যাত্ৰা আৰম্ভ হ'ল। হৰি ভোঁৰাইক মাকে সৈতে নিজ ঘৰলৈ আনি, হৰিক আৰু বনগঞ্জা-গিৰীক ঘৰ-বাৰী ছমজাই দিলে। "শুনিয়োক আতৈসৱ বচন আমাৰ। তোমাসৱে চৰ্চ্চিবাহা যত ৰাজ্যভাৰ।"—এই বুলি জয়ন্ত-মাধৱক তেওঁলোকৰ দায়িত্বৰ কথা সোঁৱৰাই দিলে। ভূষণ আৰু ৰামানন্দ দ্বিজে জয়ন্ত-মাধৱক শাসন-ভাৰ এই সময়তহে আৰোপ কৰা কথা উল্লেখ কৰিছে। অৱশ্যে এনে হ'ব পাৰে—শঙ্কৰে আগতে কান সলাব খুজিলেও জয়ন্ত-মাধৱে এই সময়লৈকে ৰাজ্য-ভাৰ এদনীয়াকৈ নিজৰ হাতলৈ লোৱা নাছিল। কথা-চৰিতমতেও তীৰ্থ লৈ যোৱাৰ আগতে "জয়ন্তক আনি: যাঠি বলদ ছুই কুৰি ধেনু ৰৰভূঞা বিষয় শোধাই গৃহবাৰী পৰিকৰে সমে দিলে।" শঙ্কৰদেৱৰ লগত সোতৰজন সঙ্গী তীৰ্থলৈ গৈছিল—ৰামৰাম, সৰ্ব্বজয়, পৰমানন্দ, বলোৰাম, বলোভদ্ৰ, গোবিন্দ, নাৰায়ণ, ৰৰশ্ৰীৰাম, গোপাল, ছোট বলোৰাম, মুকুন্দ, মুৰাৰি, মহেন্দ্ৰ কন্দলি, হৰিদাস বনিয়া, দামোদৰ আতা আৰু আন দুজন। ৰামানন্দই গুৰুৰ লগত "কতো লোক" তীৰ্থ লৈ গৈ এই ৰাৰজনৰ বাহিৰে বাকীসকল গঙ্গা স্নান কৰিয়ে ঘূৰি অহাৰ কথা লিখিছে—হয়গ্ৰীৱ, জগন্নাথ, নদি (পাঠান্তৰ, নৰ্দ্দে, নৰ্দ্দৈ), কদ্ৰবৰ, কদ্ধি, কল্পতৰু, ধৰাধৰ, বিশ্বনাথ, গোবৰ্দ্ধন, সুৰথ, সুন্দৰ আৰু মনপুৰৰ পিতাক।[২১] এই সকলো লোকেই, বিশেষকৈ ৰামানন্দৰ তালিকা-ভুক্ত লোকসকল শঙ্কৰৰ সঙ্গী হৈছিল বুলি মনে নধৰে। ইয়াৰে কেইবাজনৰো শঙ্কৰৰ লগত ভেট হোৱা ঘটনা ইয়াৰ বহুত দিনৰ পিছৰ কথা। তাৰ উপৰি গঙ্গাৰপৰা শঙ্কৰৰ লগত ৰাৰজন যাত্ৰী এৰি বাকীসকল সঙ্গী ঘূৰি অহা কথা ৰামানন্দৰ বাহিৰে আনৰ চৰিতত নাই।

প্ৰথম তীৰ্থযাত্ৰা
১৪০৩ শক

শঙ্কৰদেৱে এইবাৰ বাৰ বছৰ নানা তীৰ্থত ভ্ৰমণ কৰি ফুৰে। এই ভ্ৰমণ-কাহিনীৰ বৰ্ণনাৰ পৰিমাণ প্ৰতিখনি চৰিতভে বেলেগ। দৈত্যাৰিয়ে মাত্ৰ জগন্নাথ ক্ষেত্ৰত বহুত দিন থকা কথা আৰু দ্বিজ ভূষণে মাথোন গঙ্গা আৰু শ্ৰীক্ষেত্ৰৰ কথা উল্লেখ কৰিছে। ৰামচৰণ, ৰামানন্দ আৰু বৰদোৱাৰ চৰিতৰপৰা ভ্ৰমণৰ পৰিধি অনুমান কৰিব পাৰি; কথাচৰিতত বহল বিৱৰণ আছে। পূৰ্ণভৰা কৰতিয়াত পোনতে স্নান কৰি গঙ্গাৰ চিলিপুৰ ঘাট পায়গৈ। এইখিনিলৈকে ন দিন কম তিনি মাহ লাগিল।

গঙ্গা

গঙ্গাৰ ঘাটত লাগিল ন দিন। গঙ্গাৰপৰা দহ দিন গৈ, গয়াত ফল্গুৰ কোৰত তিনি দিন থাকি, আকৌ দহ দিনে গঙ্গাৰ ঘাটলৈ ঘূৰি আহি, শ্ৰীক্ষেত্ৰ অভিমুখে তাৰপৰা যাত্ৰা কৰি তিনি সপ্তাহৰ মূৰত জগন্নাথ-পুৰী পালেগৈ।

শ্ৰীক্ষেত্ৰ

এইবাৰ পুৰীত গুৰুজন বেছি দিন থোৱা যেন নালাগে, কাৰণ বৃন্দাবনেই আছিল তেওঁৰ এই ভ্ৰমণৰ মাই লক্ষ্য। বৃন্দাবন আদি ঠাইত ঘূৰি আহিয়ে শঙ্কৰদেৱে পুৰীত কিছু দিন দীঘলীয়াকৈ বৈছিল। কথাচৰিত আৰু দ্বিজ ভূষণৰ চৰিতত উত্তৰ আৰু দক্ষিণ ভাৰত-ভ্ৰমণৰ পিছতহে জগন্নাথলৈ প্ৰথম অহাৰ কথা আছে। ৰামচৰণ আৰু বৰদোৱাৰ চৰিতমতে এইবাৰতে জগন্নাথলৈ গৈ কিছু দিন আছিল। ইয়াৰ বাহিৰেও বৰদোৱা চৰিত অনুসৰি এই সময়তে ব্ৰহ্মপুৰাণৰপৰা শঙ্কৰ গুৰুৱে পাণ্ডাসকলৰ আগত জগন্নাথ-মাহাত্ম্য ব্যাখ্যা কৰিছিল। ৰামানন্দই আকৌ লিখিছে, ভটীয়াই যোৱাৰ আগতে গুৰুজনে পুৰুষোত্তম ক্ষেত্ৰত চাৰি-পাঁচ মাহ থাকি ব্ৰহ্মপুৰাণ ব্যাখ্যা কৰিছিল; আৰু জগন্নাথদেৱৰ ৰথ-যাত্ৰাৰ সময়ত চৈতন্যদেৱৰ লগত মহাপুৰুষ গুৰুৰ নিলগতে দেখা-দেখি হৈছিল। কিন্তু ৰামানন্দৰ এই ধাৰণা সম্পূৰ্ণ ভুল। প্ৰথম কথা, আন কোনো চৰিতত এই কথা নাই। দ্বিতীয়তে, আনবিলাক চৰিতত

চৈতন্যদেৱেৰে সাক্ষাৎ (?)

বৰ্ণিত দ্বিতীয় তীৰ্থ-ভ্ৰমণৰ সময়ত হোৱা বুলি ধৰা শঙ্কৰ-চৈতন্যৰ দেখা-দেখিকে ৰামানন্দই প্ৰথমবাৰলৈ উজুৱাই আনিছে। তৃতীয় আৰু ঘাই কথা, দুইবাৰ তীৰ্থ-ভ্ৰমণতে শঙ্কৰ-চৈতন্য লগা-লগি হোৱা সম্ভৱপৰ নহয়। শঙ্কৰদেৱ ৩২ বছৰ বয়সত তীৰ্থলৈ ওলাই যায়, ৫২ বছৰত ঘূৰি আহে। ১৪০৩ শকত চৈতন্য-চন্দ্ৰৰ উদ্ভৱ হোৱা নাই; ১৪১৫ শকৰ চৈতন্যদেৱ নদিয়াত সাত-আঠ-বছৰীয়া চেঙেলীয়া, পঢ়াশলীয়া নিমাই। কাৰণ তেওঁৰ "চৌদ্দশত সাত শকে জন্মেৰ প্ৰমাণ।"[২২] জগন্নাথৰপৰাই সৰ্ব্বজয় আৰু পৰমানন্দ আতৈক (ৰামচৰণৰ মতে বলোৰামকো) শঙ্কৰৰ লগত এৰি বাকীসকল যাত্ৰী ঘৰলৈ ঘূৰিল।

শ্ৰীক্ষেত্ৰৰপৰা শঙ্কৰ গুৰু বৃন্দাবন বুলি পছিমলৈ খোজ ল'লে। পাঁচ পৰ যোৱাৰ পিছত ৰূপ আৰু সনাতন গোস্বামীৰ ঘৰ পায় বুলি চৰিতত আছে। গোস্বামী দুজনাক তেওঁলোকৰ ধৰ্ম্মৰ কথা সোধাত ক'লে,

ৰূপ আৰু সনাতন গোস্বামীৰ কথা

এক নামধৰ্ম্ম আন নাহি কৰ্ম্ম
কহিছোঁ একশৰণ।
তথু আজ্ঞাচয় ধৰি কৃপাময়
কহিলোঁ নিজ বচন॥

ৰূপ-সনাতনো ৰূপৰ পত্নীৰে সৈতে গুৰুজনাৰ লগত সীতাকুণ্ড পালেগৈ। তাৰেপৰা ভক্তি-ধৰ্ম্মৰ উপদেশ গ্ৰহণ কৰি প্ৰচাৰ কৰিবলৈ অন্তকালে বাট ল'লে। বৰদোৱা চৰিতমতে শ্ৰীক্ষেত্ৰৰপৰা বৃন্দাবনলৈ গৈ তাত অনেক ব্ৰাহ্মণক তৰ্কত দুকওৱাত তেওঁলোকে শঙ্কৰ গুৰুত শৰণ লয়। "বৃন্দাবনতে ৰূপ-সনাতনক লগ পাইছিল; এওঁলোকে হৰিব্যাসৰ ওচৰত বস্তু লাভ কৰিছিল।...ৰূপ, সনাতন পূৰ্ব্বে বিধৱা ব্ৰাহ্মণীৰ পুত্ৰ আছিল; যৱন ৰজাৰ পুত্ৰ নোহোৱা পতিকে এওঁলোক দুইজনক নি ৰূপক ৰজা পাতে।" কিন্তু

তেওঁলোকে কিছু দিনৰ পিছত সেই ৰাজভোগ পৰিত্যাগ কৰে। ৰামানন্দৰ চৰিতত ৰূপ, সনাতনক শঙ্কৰ গুৰুৱে লগ পোৱা কথা নাই; গুৰুজনাৰ দ্বিতীয় তীৰ্থ-ভ্ৰমণৰ সময়ৰ আগতে তেওঁলোক বৈকুণ্ঠী হোৱাৰ উল্লেখ আছে। ৰামানন্দৰ মতে এওঁলোক ক্ষত্ৰিয়-সন্তান; "যৱন কুলৰ অধিকাৰী" এজনে এওঁলোকক সকবেপৰা পালি-পাচি ডাঙৰ কৰে কিন্তু দুয়োজনে ৰাজসুখ এৰি বৃন্দাবনত নাম-ধৰ্ম্ম প্ৰচাৰ কৰেগৈ। কথাচৰিতত আছে, গুৰুজন বৃন্দাবনত ৰওঁতে, "তৈতে ৰূপ সনাতন বৃন্দাবন দাসে গুৰু মানি শৰণ লৈছে।" বঙ্গদেশৰ শ্ৰীচৈতন্যৰ চৰিত-সমূহত ৰূপ সনাতনৰ কাহিনী অন্যৰূপে পোৱা যায়। এইমতে চৈতন্যদেৱে গোদাবৰী-তীৰত বিস্তানগৰৰ ৰামানন্দ ৰায়ৰ লগত সাক্ষাৎ কৰি তেওঁক চৰিতাৰ্থ কৰে আৰু নানা তীৰ্থ ঘূৰি বৃন্দাবনলৈ যাবলৈ ওলায়। এই সময়তে ৰামকেলিত দুজন উচ্চবংশীয় আৰু গৌড়ৰ নবাবৰ উচ্চপদস্থ কৰ্ম্মচাৰী তেওঁৰ ভক্ত হয়। এওঁলোকৰ পিতৃপুৰুষ মাৰাঠী ব্ৰাহ্মণ আছিল; পিছত গৌড়লৈ উঠি আহে। অনুমান, ১৩৯৪ শকত সনাতনৰ আৰু ১৩৯৯ শকত ৰূপ গোস্বামীৰ জন্ম হয়। ১৪১৬ শকত আলাউদ্দিন হুছেন শ্বাহে বঙ্গত ৰাজত্ব কৰিবলৈ আৰম্ভ কৰে। সম্ভৱতঃ ১৪২২ শকমানত সনাতন আৰু ৰূপে নবাবৰ তলত ক্ৰমে দবীৰ খাছ্ আৰু ছাকৰ মল্লিক পদবী (প্ৰাইভেট্ চেক্ৰেটাৰী আৰু ৰাজস্ব বিভাগৰ কৰ্ম্মচাৰী) লৈ ৰাজ-কাৰ্য্যত নিযুক্ত হয়। আনুমানিক ১৪৩৫ শকত ৰামকেলিত ৰূপ, সনাতন আৰু শ্ৰীচৈতন্যৰ সাক্ষাৎ হয়। ইয়াৰ পিছতে দুই ভাই-ককায়ে গৃহ-ত্যাগ কৰি ধৰ্ম্ম-প্ৰচাৰৰ কামত একাণ-পতীয়াকৈ লাগে। ৰূপ-সনাতনৰ লগত শঙ্কৰদেৱৰ কি সম্বন্ধ আছিল, তাৰি চাব লগীয়া। প্ৰথমবাৰ তীৰ্থ-ভ্ৰমণৰ সময়ত অৰ্থাৎ ১৪১৫ শকৰ আগতে কোনো ঠাইত গুৰুজনে চেঙেলীয়া ডেকা বয়সৰ ৰূপ-সনাতনক লগ পোৱা একো আচৰিত নহয়। কিন্তু এই দেখা-

সাক্ষাতৰপৰা তেওঁলোক কিমান প্ৰভাবান্বিত হৈছিল বা শঙ্কৰদেৱৰ-পৰা ভক্তি-ধৰ্ম্ম গ্ৰহণ কৰিছিল নে নাই, সিহে প্ৰশ্নৰ বিষয়। যদি ৰূপ-সনাতনে শঙ্কৰী ধৰ্ম্ম গ্ৰহণ কৰিছিলো, পিছতহে তাৰপৰা কালৰি কাটি গৈছিল, তাত সন্দেহ নাই। আমাৰ চৰিত-পুথি-বিলাকৰপৰা এনে অনুমান হয়, ৰূপ, সনাতন আৰু বৃন্দাবনদাসৰ লগত প্ৰথম ভ্ৰমণৰ দেখা-দেখিৰ পিছত শঙ্কৰদেৱেৰে তেওঁলোকৰ সংযোগ আছিল; এই কথা চৰিতৰ বৰ্ণনাৰপৰা বুজিব পাৰি। দ্বিতীয়বাৰ তীৰ্থ-ভ্ৰমণত শঙ্কৰদেৱ বৃন্দাবনলৈ নগ'ল—গুৰু-পত্নী কালিন্দী আইৰ সঙ্কেতমতে মাধৱদেৱ যাবলৈ ৰাজী নোহোৱা বাবে। বৃন্দাবনলৈ যোৱা সম্পৰ্কে আলোচনা হওঁতে, "গুৰু বোলে, জানিছা বৰাৰ পো, এ বৃন্দাবনত ৰূপ সনাতনে একশৰণ ধৰ্ম্ম প্ৰকাশ কৰিছে; আমাৰে সৈতে একে হুই নহুই চাঞ্চঁগৈ বলাইক।" আৰু "আসা একেলগে সবে যাঞো বৃন্দাবন। আছা বৃন্দাবনদাস হৈবো দৰিশন॥ যিসব ভক্তিৰ ভাব কৰিছো বেকত। হুই মুই পুছি তান্তে লৈবোহোঁ সম্মত॥' দ্বিতীয় তীৰ্থ-ভ্ৰমণৰ সময়তে ৰূপ-সনাতনৰ শিষ্য নে ভাগিন একজনৰ লগত আমাৰ তীৰ্থ-যাত্ৰীসকলৰ দেখা-সাক্ষাত হৈ আহ্লাদ-আলোচনা হয়; এওঁক ৰূপ-সনাতনে শঙ্কৰদেৱৰ ধৰ্ম্ম কেনে চলিছে তাৰ খবৰ ল'বলৈ পঠিওৱা বুলিও কোনোখনি চৰিতত আছে। তীৰ্থৰপৰা ঘূৰাৰ পিছত বামৰাম, ৰামৰায় আদিয়ে বৃন্দাবনলৈ যাবলৈ পুনৰ ইচ্ছা কৰাত গুৰুৱে বোলে, "বাৰু যা, বৃন্দাবন দাসৰ ঠাই সোমাই আহিবা আমাৰ কথা কৈ।" বৃন্দাবন দাসৰ নামে আমাৰ সত্ৰে-সভায় দুই-এটি গীতো প্ৰচলিত থকা পোৱা যায়।

**বিদগ্ধমাধব নাটকত 'শ্ৰীশঙ্কৰদেৱ'**

ৰূপ গোস্বামীৰ 'বিদগ্ধমাধব নাটক'ৰ নান্দীৰ অন্তত সূত্ৰধাৰে কৈছে, "অত্ৰাহং স্বপ্নান্তৰে সমাদিষ্টোঽস্মি ভক্তাৱতাৰেন ভগৱতা শ্ৰীশঙ্কৰ-দেৱেন॥" এই কথাই মহাপুৰুষ শঙ্কৰদেৱক নিৰ্দ্দেশ কৰিব পাৰে;

অৱশ্যে, বিশ্বনাথ চক্ৰৱৰ্ত্তী নামে এজন টীকাকাৰে লিখিছে—"শ্ৰীশঙ্কৰদেৱেনেতি ব্ৰহ্মকুণ্ডতীৰবৰ্ত্তিনা গোপীশ্বৰনাম্না॥" ১৪৫৫ শকত ৰূপ-গোস্বামীৰ এই নাটখনি সম্পূৰ্ণ হয়। গতিকে গুৰুজনাৰ প্ৰথমবাৰ তীৰ্থ-ভ্ৰমণৰ সময়ত তেওঁক দেখা পাই আৰু তেওঁৰ গুণত মুগ্ধ হৈ ৰূপ গোস্বামীয়ে নাট ৰচনা কৰিবৰ বাবে ভক্তাৱতাৰ শ্ৰীশঙ্কৰদেৱৰপৰা স্বপ্নাদেশ পোৱা স্বাভাৱিক কথা যেন লাগে। অৱশ্যে বিষয়-বস্তু আৰু সন্নিৱিষ্ট ধৰ্ম্ম-নীতিৰ ফালৰপৰা নাটখনিৰ সামঞ্জস্য শঙ্কৰদেৱতকৈ শ্ৰীচৈতন্যৰ পন্থাৰ লগতহে বিশেষ অধিক।

শীতাকুণ্ড আদি তীৰ্থত

গুৰুজনাই শ্ৰীক্ষেত্ৰৰপৰা সীতাকুণ্ড, উত্তৰবাহিনী গঙ্গা, বৰাহ ক্ষেত্ৰ, পুষ্কৰিণী তীৰ্থ ঘূৰি মথুৰাত ছমাহ বৈ, দ্বাৰকাইদি ঘূৰি বৃন্দাবন পায়হি। সীতা-কুণ্ডলৈকে ৰূপ, সনাতন আৰু ৰূপৰ পত্নী তেওঁৰ লগতে গৈছিল, তাৰপৰাই তেওঁলোক ভক্তি-ধৰ্ম্মৰ উপদেশ লৈ প্ৰচাৰৰ অৰ্থে বেলেগ হয়। কথা-চৰিতত আছে, পুষ্কৰ তীৰ্থত কবি গোপীনাথে, গোকুলত ৰাধা নামে সন্ন্যাসীয়ে আৰু কালিয় হ্ৰদৰ তীৰত ৰূপ, সনাতন আৰু বৃন্দাবনদাসে, উপদ্বাৰকাত ৰামাকান্ত নামে ক্ষত্ৰিয়ই শঙ্কৰক গুৰু মানি শৰণ লয়।[২৩] সাৰ্ব্বভৌম ভট্টাচাৰ্য্যৰ চৰিতত লিখিছে—

বৃন্দাবন নামে এক মহন্ত আছিল।
শঙ্কৰক লাগ পাই তেহন্তে ভজিল॥
ৰামাকান্ত নামে শিষ্য মথুৰা পুৰত।
শঙ্কৰক গুৰু মানি শৰণ লৈলন্ত॥
ৰাধা নামে এক সন্ত আছিল গোকুলে।
শঙ্কৰক গুৰু মানি সিও ভক্ত ভৈলে॥
সন্ন্যাসী ত্ৰিজটা নামে ব্ৰজত আছিল।
শঙ্কৰক গুৰু মানি হৰিক ভজিল॥

গোপীনাথ নামে সন্ত পুৰুষ তীৰ্থত।
সিজনেও শঙ্কৰক গুৰু মানিলন্ত॥
জগন্নাথ-পাণ্ডা-সুত বিষ্ণুদত্ত নাম। ..
কৃষ্ণ যদুনাথ কাম এহি দশজন।
শঙ্কৰক গুৰু মানি লৈলন্ত শৰণ॥

বৃন্দাবন, মথুৰা, গোকুল, ব্ৰজ বা পুৰুৰ তীৰ্থলৈ গুৰুজনা দ্বিতীয় তীৰ্থ-ভ্ৰমণৰ সময়ত যোৱা নাছিল; গতিকে জগন্নাথৰ পাণ্ডাৰ পুত্ৰসকলৰ বাহিৰে এই বৰ্ণনাৰ বাকী লোক প্ৰথম তীৰ্থযাত্ৰাৰ কালতহে শঙ্কৰ গুৰুৰ শিষ্য হ'লে হ'ব পাৰে।

গুৰুজনা বৰাহ ক্ষেত্ৰত থাকোঁতেই তেওঁৰ ছকুৰি বছৰ বয়স পূৰ হয়। সেই বছৰৰ ভিতৰতে, শঙ্কৰ গুৰু বৃন্দাবনত থকা সময়ত, বৰ্তমানৰ উত্তৰ লখীমপুৰৰ অন্তৰ্গত নাৰায়ণপুৰৰ ওচৰত লেটেকু পুখুৰীৰ পাৰত হৰিশিঙা বৰাৰ ঘৰত অসমৰ দ্বিতীয় মহাপুৰুষ শ্ৰীমাধৱদেৱৰ আৱিৰ্ভাৱ হয়।

মাধৱদেৱৰ জন্ম

মাধৱদেৱৰ জন্ম-ঠাই বৰ্ত্তমান খেৰাজখাত মৌজাৰ অন্তৰ্গত; জন্মৰ বেলা নাভি কাটি কাচিখন পেলোৱা বাবে কাচিকটা নৈৰ ভেনে নাম হোৱা বুলি জন-বিশ্বাস আছে। এতিয়াও ডিক্ৰং নৈৰ পাৰৰ 'মাধৱৰ সত্ৰ' বোলা থানে এই পবিত্ৰ জন্মৰ কথা সোঁৱৰাই আছে। মাধৱদেৱৰ জন্ম-স্থান সম্পৰ্কে এই অঞ্চলত বাদ-বিসম্বাদ চলি আছে; প্ৰকৃততে, জন্ম-স্থানৰ চিন স্বৰূপে কোনো স্থায়ী ঘৰ আদি নাথাকিলে তাক বিশেষ-ৰূপে নিৰ্ণয় কৰা সম্ভৱ যেন নালাগে। চৰিত-পুথিত জন্মৰ লগ্নৰ বিষয়ত অলপ হেৰ-ফেৰ দেখা যায়। ৰামানন্দৰ মতে, "শুক্ল নৱমীত জানা বৈশাগ মাসত। দিবা ভাগে জন্মিলন্ত দুই প্ৰহৰত।" বৰদোৱাৰ চৰিতৰ মতে, "১৪১১ শকৰ জেঠ মাহৰ পূৰ্ণিমা তিথিত ৰবিবাৰে মধ্যনিশাত"। কথাচৰিত অনুসৰি, "জেষ্ঠ মাহ ৰবিবাৰ অমাৱস্যা তিথি: ভৰণি নক্ষত্ৰ ১৪১১। এদিন যাওঁতে দুই প্ৰহৰ নিশা"। ৰামৰাইৰ "সন্তসৰৰ

বংশাৱলী"মতে ১৪১১ শক, জেঠ মাহ, দেওবাৰ, কৃষ্ণপঞ্চমী তিথিত মাধৱৰ জন্ম। বেজবৰুৱাৰ উদ্ধৃত চৰিতত আছে, "চৌদ্ধ শ আঘাৰ অব্দে জৈষ্ঠ মাস নিশি। কৃষ্ণপক্ষ ৰবিবাৰ প্ৰতিপদ শশী।" মুঠতে, ১৪১১ শকৰ জেঠ মাহত মাধৱ পুৰুষৰ ভূ-তলত আৱিৰ্ভাৱ বুলি বুজিব পাৰি। মাধৱদেৱৰ এজন পূৰ্ব্বপুৰুষ চণ্ডীবৰ বৰভূঞাৰ লগত কামৰূপ ৰাজ্যলৈ আহি বাণ্ডুকা নামে ঠাইত বৈছিলহি বুলি ৰামানন্দই লিখিছে। এওঁৰ বংশতেই মাধৱৰ পিতৃ গোবিন্দগিৰীৰ জন্ম। এই বাণ্ডুকা কোচবেহাৰৰ পশ্চিম সীমাৰ বৰ্ত্তমানৰ ভাটীৰ ৰংপুৰৰ অন্তৰ্গত; সেই সময়ত ৰংপুৰখন কামৰূপ ৰাজ্যৰ ভিতৰত পৰিছিল। বেজবৰুৱাই লিখিছে, "বাণ্ডুকা ধৱলা নৈৰ (যাক আজি-কালি ধৰ্লা বোলে) তীৰত আছিল।" গোবিন্দৰ উপৰিসকলৰ নাম—"কৃষ্ণ, বিষ্ণু ভূয়াঁ, গোপাল; কৃপাল, জনাৰ্দ্দন ভূয়াঁ ভৈল। জনাৰ্দ্দন সুত, মহাজ্ঞানৱন্ত, গোবিন্দ নাম ধৰিল॥" গোবিন্দই বাণ্ডুকাত বজাৰ মজিন্দাৰী কাম কৰিছিল। দলগোমা সত্ৰৰ অমৃতভূষণ অধিকাৰীৰ মতে—"ব্ৰহ্মগিৰী, তস্য পুত্ৰ ধৰ্ম্মগিৰী, তৎপুত্ৰ অনন্তগিৰী, তৎপুত্ৰ ভৱগিৰী, তস্য পুত্ৰ বহুগিৰী, তস্য পুত্ৰ দীঘলপুৰীয়াগিৰী, তস্য পুত্ৰ ৰামকানাইগিৰী, তৎপুত্ৰ মহাপুৰুষ শ্ৰীমন্ত মাধৱদেৱ।" কথাচৰিতমতে, একাদিক্ৰমে—কৃষ্ণ ভূঞা, বিষ্ণু, গোপাল, কৃপাল, ৰাম, জনাৰ্দ্দন, চিৰাম, মুকুন্দ আৰু গোবিন্দ ভূঞা। চৰিতত গোবিন্দগিৰীৰ বিবিধ নামৰ উল্লেখ আছে—দীঘলপুৰীয়া গিৰী, ৰামকানাই, বৰকণা গিৰী, লামাকণা গিৰী, নামকণা গিৰী, দীঘলকণা গিৰী আৰু মহোদৰ ভূঞা। গোবিন্দগিৰীৰ দুগৰাকী পত্নী—অমুচিতা আৰু মনোৰমা, মনোহাৰী বা মনু: দামোদৰ বা ৰূপচন্দ্ৰ নামে এটি পুত্ৰ জন্ম হোৱাৰ পিছত অমুচিতা আই বৈকুণ্ঠী হোৱাত, তাৰ কিছু দিনৰ পিছত গোবিন্দই তেওঁৰ বিষয়-বাব বাণ্ডুকাৰ মজিন্দাৰী পুতেকক বুজাই দি আৰু বিয়া কৰাই দি, বাণিজ্য হাতত লৈ টেমনি ৰবদোৱালৈ আহে।

"তেহে আতিগুৰি কলত কুসুমদেৱে ( ? ) চিনি পাই আতাক জী-বোধে বংশৰে এটি কন্যা বিহা দিলে মনোহাৰী নামে। আঠু ভজা দেলা দিলে আঠ ছুলীয়া দি বটাৰ পাৰে বৰা পাতি থলে।" বেজবৰুৱাৰ মতে মনোৰমা বা মন্নু শঙ্কৰৰ খুড়াকৰ জীয়েক আৰু শঙ্কৰদেৱেহে লাগি-ভাগি গোবিন্দ-মনোৰমাৰ ঘৰখন পাতি দিয়ে। বৌটা নৈ বৰ্ত্তমানৰ মঙ্গলদৈ মহকুমাৰ ভিতৰত, উত্তৰৰ পৰ্ব্বতৰপৰা ওলাই ধনশিৰিত পৰিছেহি। বিয়াৰ পিছত গোবিন্দ বাণ্ডকালৈ গৈ তাত সাত বছৰ থাকি পুনৰ বটা-টেমনিলৈ ঘূৰি আহি মনোৰমা আইকো বাণ্ডকালৈ নিব খোজাত কুটুম্বসকলে কামৰূপ ৰাজ্যত অৰাজকতাৰ সৃষ্টি হৈছে বুলি নিবলৈ হাক দিলে। এই সময়তে মনোৰমা অন্তঃসত্ত্বা হ'ল। কিন্তু পাঁচ মাহত পঞ্চামৃত সুমঙ্গল আচৰণ হোৱা সময়ত বটা-টেমনি যুঁজ-বাগৰৰ থলী হৈ পৰিল। দৈত্যাৰিৰ মতে 'আসমে', ৰামানন্দৰ মতে কছাৰীয়ে, ৰৰদোৱা কথাচৰিত আৰু বেজবৰুৱাৰ মতে ভোট উপদ্ৰৱ আৰম্ভ কৰে। বুৰঞ্জীৰ মতে, আহোম 'লাকৃনি কাপচান শকত' অৰ্থাৎ ১৪১১-১২ শকত দিখৌৰ পাৰত কছাৰী-আহোমৰ যুদ্ধ হৈছিল। সম্ভৱতঃ, বটা-টেমনিৰ এই উপপ্লৱ তাৰে ফিৰিঙতি। 'অসম বুৰঞ্জী'ত আছে, প্ৰায় এই সময়তে দিহিঙীয়া ৰজা চুহুম্মুঙৰ দিনত আহোমে কছাৰীক আক্ৰমণ কৰিছিল। "পাচে উজনিৰ টেমনিত আমাৰ ডাঙৰীয়াবোৰক ধৰিলেহি।"[২৪] এই আউলৰ আপাহতে নম্ৰ-নবক্ৰং হৈ গোবিন্দগিৰী সগৰ্ভা পত্নীৰে বৰ্ত্তমানৰ নাৰায়ণপুৰৰ আহোম ৰজা-ঘৰীয়া উজিৰ বা বৰা হৰিশিঙাৰ ঘৰৰ ওচৰলৈ উঠি গৈ তাতে বহা বান্ধে আৰু যথাসময়ত মাধৱৰ জন্ম হয়। ৰামানন্দৰ মতে অৱশ্যে নাৰায়ণপুৰৰ বালিগাঁৱতহে মাধৱৰ জন্ম।

১৪১০ শকৰ ফাগুনৰ শুক্লা একাদশীত মহাপুৰুষ শ্ৰীদামোদৰ-দেৱৰ জন্ম হয়। দামোদৰ গুৰুৰ পিতা সত্যানন্দ বা সদানন্দ ৰৰদোৱাৰ ওচৰৰ নলকা বা নৰ্ণচা গাঁৱত বসতি কৰিছিল।

দামোদৰদেৱৰ অন্যতম শিষ্য বৈকুণ্ঠনাথ ভট্টদেৱে লিখিছে, নলঁচাৰ মিত্ৰ সদানন্দৰ পুত্ৰ জন্মিলন্ত, "লোক-মুখে শুনিলন্ত কথা ছৱালৰ। শঙ্কৰ ভৈলন্ত আতি হৰিষ অন্তৰ।"

দামোদৰদেৱৰ জন্ম

এই কথাও কোৱা হয় যে, গুৰুজনাই বং মনে সদানন্দৰ ল'ৰা চাবলৈ নলঁচা গাঁও পালেগৈ আৰু ল'ৰাটিৰ নাম ৰাখি থৈ আহিল দামোদৰ। আমি ওপৰত যি ঘটনা-ক্ৰম অনুসৰণ কৰি আহিছো, তালৈ চাই, ১৪১০ শকত দামোদৰদেৱৰ জন্ম হ'লে, শঙ্কৰে সেই সময়তে ল'ৰা চাবলৈ আহি নামকৰণ কৰা কথা অমিল হৈ পৰে। কিয়নো, সেই সময়ত গুৰুজনা নিশ্চয় উত্তৰ ভাৰতৰ কোনোখিনিত আছিলগৈ। তীৰ্থ-ভ্ৰমণৰপৰা ঘূৰি অহাৰ পিছতো অৱশ্যে গুৰুজনাই মিত্ৰ সদানন্দৰ পুত্ৰৰ নামকৰণ কৰা বুলি ধৰিব পাৰি; তেওঁ অনেক ভক্তকে পুৰণি নাম সলাই নতুন নাম দিছিল। ইফালে আকৌ আৰু এটা কথা মন কৰিব লাগিব—কোনোখনি শঙ্কৰ-চৰিততে দামোদৰদেৱৰ এই জন্ম-আখ্যান নাই; সিবিলাক চৰিতত শঙ্কৰ গুৰু পাটবাউসীত থাকোঁতেহে দামোদৰক প্ৰথম দেখা কথা আৰু ভক্তি-ধৰ্ম্ম দান কৰা কথা উল্লেখ কৰিছে। বৰদোৱাৰ ওচৰৰপৰা সত্যানন্দ আদি ইষ্ট-মিত্ৰ সমে বৰপেটালৈ অহা কথা দামোদৰ-চৰিতত ভালকৈ বৰ্ণনা কৰা হৈছে। নীলকণ্ঠ দাসৰ লিখিত চৰিতমতে, চণ্ডীবৰৰ লগত যি সাত ঘৰ ব্ৰাহ্মণ আহিছিল তাৰ ভিতৰত দামোদৰদেৱৰ উপধি পুৰুষ ব্ৰহ্মানন্দও এজন; এওঁ কামৰূপলৈ আহি বসুপীঠত ঠাই লয়। পিছত কুসুমবৰ ভূঞাই দামোদৰৰ পিতৃ সত্যানন্দক নলঙ্কাত থাপিলে। কিন্তু ব্ৰহ্মানন্দ বিপ্ৰৰ কথা শঙ্কৰ-চৰিতত পাবলৈ নাই।

বৃন্দাবনত থাকোঁতে গুৰুজনাই তেওঁৰ প্ৰিয়তম 'এক দেৱ' শ্ৰীকৃষ্ণৰ লীলা-ক্ষেত্ৰৰ সকলো আঁতি-গুৰি মাৰি চায়—ভাণ্ডীৰক বট, কালিয় হ্ৰদ, হ্ৰদৰ তীৰৰ কদম্ব, গোবৰ্দ্ধন আৰু বাৰ বন। কথা-চৰিতমতে পিছত গুৰু হস্তিনাপুৰ, কুৰুক্ষেত্ৰ আৰু বদৰিকাশ্ৰম;

নেপাল, নিষধ, কৈকেয়, কোশল, দ্ৰাবিড়, পাঞ্চাল, শ্বেতদ্বীপ ৰাজ্য; কৰ্মনাশা কেশৰী, কাবেৰী, মাৰ্গকাশী, বিন্দুকাশী; পয়স্বিনী—পুণ্যতোয়া নদী; কৌশিক তীৰ্থ, মুকুন্দ আশ্ৰম; পুষ্পভদ্ৰা, সোণাক (শোণ?), কপিল, গণ্ডকী নদী, মথুৰা, উপদ্বাৰকা, অঙ্গদ নগৰ, চন্দ্ৰাৱতী গ্ৰাম; ৰামেশ্বৰ সেতুখণ্ড (বন্ধ), সীতাকুণ্ড, সুবাহু নগৰ, বিদিশা নগৰ, দণ্ডকা বন, চিত্ৰকূট পৰ্ব্বত; গোদাবৰী, গোমতী নদী; পঞ্চবটী আশ্ৰম, ঋষ্যমুখ পৰ্ব্বত; কিষ্কিন্ধ্যা, পুষ্কৰাৱতী, ভবদ্বাৰ, হৰিদ্বাৰ, জয়দ্বাৰ; নৰ্ম্মদা, মহানন্দা নদী; কটক নগৰ, উৰিষ্যা ৰাজ্য ফুৰি উৰেষা-পুৰী জগন্নাথ পায়হি। "মন মেৰি ৰাম চৰণহি লাগু" গীতটি বদৰিকাশ্ৰমত ৰচনা কৰিছিল। চৰিতত বৰগীতৰ ই এক প্ৰথম উল্লেখ। জগন্নাথতো শ্বেতগঙ্গা, মাৰ্কণ্ডেয়, চন্দন সৰোবৰ, ইন্দ্ৰদ্যুম্ন, লোকনাথ—এই পঞ্চ-তীৰ্থ চাই এবছৰ আছিল। শেহত গঙ্গাৰ মোহনা আৰু কৰতিয়াত স্নান-পান কৰি বাৰ বছৰৰ মূৰত ৫৭ বছৰ বয়সত অৰ্থাৎ ১৪১৫ শকত, গুৰুজনা এপৰ নিশা যোৱাত আলিপুখুৰী পালেহি। তীৰ্থলৈ যাত্ৰা কৰোঁতে শঙ্কৰদেৱ বৰদোৱাৰপৰাহে ওলাই গৈছিল; কিন্তু ঘূৰি আহি সোমাল আলিপুখুৰীত। অনুমান হয়, ওপৰত উল্লিখিত, ১৪১১-১২ শকত বৌটা-টেমনিত হোৱা যুঁজ-বাগৰৰ হেতুকে জয়ন্ত-মাধৱ আদি ভূঞাসকলে পুনৰ আগৰ ঠাই আলিপুখুৰীলৈ ঘৰ-দুৱাৰ তুলি নিব লগীয়াত পৰিছিল।

বদৰিকাশ্ৰমত গীত-ৰচনা

তীৰ্থযাত্ৰা প্ৰত্যাবৰ্ত্তন, ১৪১৫ শক

বঙলা ভাষাত লিখা নৰহৰি চক্ৰৱৰ্ত্তীৰ 'ভক্তিৰত্নাকৰ'ত আছে,—

অদ্বৈতাচাৰ্য্যের শাখা শঙ্কর নামেতে।
জ্ঞানপক্ষে তাঁর নিষ্ঠা হৈল ভাল মতে॥
অদ্বৈত শঙ্কর প্রতি কহে বারে বারে।
মনোরথ সিদ্ধি মুই কৈলু ই প্রকারে॥

ছাড় ছাড় ওৱে ৰে পাগল নষ্ট হৈলা।
তেঁহো না ছাড়ে তাৰে অদ্বৈত ত্যাগ কৈলা॥

এই বৰ্ণনাৰ ওপৰত নিৰ্ভৰ কৰি ডক্টৰ বিমানবিহাৰী মজুমদাৰে অদ্বৈতৰ ওচৰত শঙ্কৰদেৱে জ্ঞানমিশ্ৰা ভক্তিৰ উপদেশ পোৱা বুলি ক'বলৈ বিচাৰিছে। ( শ্ৰীচৈতন্য-চরিতের উপাদান, পৃঃ ৫৪০-৪৯ ।) এই প্ৰসঙ্গত তেওঁ লিখিছে, "উমেশচন্দ্ৰ দে মহাশয় লিখিয়াছেন যে কন্যার বিবাহ ও পত্নীর মৃত্যুর পর শঙ্কর ৪৪ বৎসর বয়সে তীর্থ-ভ্রমণে বাহির হয়েন এবং বার বৎসর ভ্রমণান্তে তিনি অদ্বৈতের নিকট ভাগবত পাঠ করেন। দে মহাশয়ের মতে ১৪৩০ শকে বা ১৫০৮।৯ খৃষ্টাব্দে শঙ্করের সহিত অদ্বৈতের মিলন হয়।" ৪৪ বছৰ বয়সত শঙ্কৰদেৱে তীৰ্থলৈ যাত্ৰা কৰা কোনোখনি গুৰুচৰিতমতেই সিদ্ধ নহয়। দ্বিতীয়তে, আমাৰ গুৰুচৰিতসমূহত অদ্বৈতৰ নাম পৰ্য্যন্ত নাই। শঙ্কৰদেৱে অদ্বৈতৰ কাষত ভাগৱতজ্ঞান বা জ্ঞাননিষ্ঠ ভক্তি-উপদেশৰ বাবে ঋণী হোৱা হ'লে এখন নহয় এখন চৰিতত সেই কথাৰ উল্লেখ থাকিলহেঁতেন। অদ্বৈত আমাৰ শ্ৰীহট্টৰ মানুহ, আৰু মাধবেন্দ্ৰ পুৰীৰ শিষ্য; তেওঁ দাস্য আৰু সখ্য উভয় ৰসৰ উপাসনাৰ প্ৰচাৰ কৰিছিল। এওঁ ১৩৫৬ শকত জন্মি ১৪৮১ শকলৈকে জীয়াই আছিল বুলি কথিত আছে। কীৰ্ত্তনৰ প্ৰথমৰ "প্ৰথমে প্ৰণমো ব্ৰহ্মৰূপী সনাতন। সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ॥'—এই ছুপদীৰ ওপৰত নিৰ্ভৰ কৰি ডক্টৰ মজুমদাৰে জ্ঞাননিষ্ঠা ভক্তিৰ মতত উপনীত হৈছে। কথাফাকিৰ মূল প্ৰকৃততে ভাগৱতৰ চতুৰ্ব্বিংশতি অৱতাৰ-বৰ্ণনৰ "এতন্নানাৱ-তাৰাণাং নিধানং বীজমব্যয়ম্" ( ১৩৫ )। শঙ্কৰদেৱে পঢ়াশালিত থাকোঁতেই অৰ্থাৎ প্ৰায় কুৰি বছৰ বয়সৰো আগতে মাৰ্কণ্ডেয় পুৰাণৰপৰা 'হৰিশ্চন্দ্ৰ-উপাখ্যান' কাব্য কৰি হৰি-ভক্তিৰ 'চাবি খুঁটি' মাৰে।

তীৰ্থৰপৰা ঘূৰি অহাৰ লগতে গুৰুজনাক সংসাৰে আকৌ মোৰ

বুলিব খুজিলে। বুঢ়ীমাক খেবসূতী তেতিয়া আলব বুঢ়ী। প্ৰথম নাতিনী-বোৱাৰী মৰাবেপৰা তেওঁৰ মনত শান্তি নাছিল। এতিয়া নাতিনী-ল'ৰাক দেখা পায়ে আকৌ বিয়া কৰোৱাৰ কথা উত্থাপন কৰিলে।

দ্বিতীয় বিবাহ ১৪২৫ শক

পোনতে শঙ্কৰ অসম্মত হোৱা দেখি জয়ন্ত, মাধৱ, ৰাম খাঁ, ৰূপ খাঁ, গান্ধক খাঁ, কেতাই খাঁ, বুঢ়া খাঁ, হৰি খাঁ,—বৃদ্ধসকলৰ হতুৱা একোআষাৰ কোওৱাত ডেকাগিৰী অগত্যা বিয়া কৰিবলৈ ৰাজী হ'ল। কিন্তু বিয়া হয় হয় মানেই কেইবছৰমান উকলি গ'ল। শ্ৰদ্ধেয়সকলে ৰাম ভূঞাৰ অপুষ্পিতা কন্যা কালিন্দীৰ লগত বিয়া ঠিক কৰিলে। বেজবৰুৱাৰ 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধবদেৱ' গ্ৰন্থমতে শঙ্কৰ তীৰ্থৰপৰা অহাৰ কিছু দিনৰ পিছতে তেওঁৰ বুঢ়ীমাক খেবসূতীৰ মৃত্যু হয়, আৰু ইয়াৰ পিছত কালিকা ভূঞাৰ কন্যা কালিন্দীক তেওঁ বিবাহ কৰে। "তেহে ছকুৰি চৈধে বৰ্ষ, আই পোন্ধৰ বৰ্ষত বিবাহ শুভ মাহ বাৰ তিথিত কৰালে। অষ্টাদশ মাসে পুষ্পিতা হ'ল: শান্তিয়নি লৈ ৰতি-ৰসে আলিপুখুৰীত পঞ্চ বৰ্ষ আছিল।' ১৪২৫ শকত এই বিয়া হয়। ককা জয়ন্ত আৰু মাধৱ, জয়ন্ত দলৈৰ নাতি আৰু শতানন্দ দলৈৰ পুত্ৰ জগতানন্দ আদিয়ে বিয়াৰ লগে লগে বৰভূঞা বিষয়ো শঙ্কৰৰ ওপৰত জাপি দিবলৈ বিচাৰিলে। কিন্তু শঙ্কৰে ৰাজ্যৰ চিন্তাতকৈও শাস্ত্ৰচৰ্চ্চাতহে কোবামুঠিয়াকৈ লাগিল। বৰদোৱা চৰিতত আছে

গোমস্তা

শঙ্কৰৰ ৰাজ্য-চৰ্চ্চা কৰিবলৈ অনিচ্ছা দেখি "ভূঞা-সকলে এশ ঘৰ বন্দী দি সকলোৰে ওপৰতে গোমোস্তা পাতিলে।" ৰামচৰণৰ চৰিতে কৈছে,—

তথাপিতো দুয়োজনে ( জয়ন্ত-মাধৱে ) বুলিলা সাদৰে আতি
তুমি চৰ্চ্চিবাহা আজ্ঞাক।
শঙ্কৰক নমস্কাৰ কৰি ৰামৰায়ে বোলে
চৰ্চ্চিবাহা কৃষ্ণৰ কথাক॥

ভূষণ দ্বিজৰ মতে শঙ্কৰক এশ ঘৰ তন্ত্ৰী-গিৰীৰ ওপৰত গোমস্তা পতা হ'ল যদিও শঙ্কৰে হৰি জোঁৱাইক সেই ভাৰ গতাই দিলে।

শঙ্কৰদেৱে আলিপুখুৰীত নানা অসুবিধা পাই নতুনকৈ বহিবৰ কাৰণে জগতানন্দক কলিয়াবৰৰেপৰা কাজলিমুখলৈকে উপযুক্ত ঠাই চাবলৈ আদেশ দিলে। সকলোৱে আলচ কৰি পূৰ্ব্বৰ ঠাই বৰদোৱা গাঁৱত কুসুম্বৰৰ এৰা সবিয়হ-তলীত নাম-ঘৰ, মণিকূট সাজি গণকজানৰ কাষত চাৰি হাটী কৰি সত্ৰ পাতিলে; শঙ্কৰদেৱে ৰামৰাম আদিৰে তাতে ভাগৱত চৰ্চ্চা কৰিবলৈ ধৰিলে। ৰামচৰণ আৰু ভূষণৰ মতে এইবাৰ গজলাসুঁতিৰপৰাহে বৰদোৱালৈ আহে; শঙ্কৰদেৱ গজলা-সুঁতিত ছমাহ আছিল বুলি কথা-চৰিতত লেখ ধৰা হৈছে। এইবাৰ প্ৰায় ৬০ বছৰ বয়সত অৰ্থাৎ ১৫৩১ শকত শঙ্কৰদেৱ বৰদোৱালৈ উঠি যায়। ৰামচৰণ, বেজবৰুৱা আৰু বৰদোৱা চৰিতমতে তীৰ্থ-ভ্ৰমণৰ আগতে বৰদোৱাত প্ৰথম কীৰ্ত্তন-ঘৰ সাজি ভেঁটি তোলোঁতে চতুৰ্ভূজ বিষ্ণু-মূৰ্ত্তি পাই থাপন কৰে। কিন্তু কথাচৰিত অনুসৰি এইবাৰহে বাসুদেৱ-মূৰ্ত্তি পায়। "গুৰুজনে ভাগৱতৰ সংসঙ্গ, সহস্ৰনামৰ নাম, গীতাৰ একশৰণ এই তিনিটি বস্তু বেক্ত কৈলে।" —এতিয়াৰপৰাই তেওঁ একান্তভাৱে ধৰ্ম্ম-প্ৰচাৰত মন দিয়ে। শঙ্কৰদেৱ-প্ৰৱৰ্ত্তিত অসমৰ বৈষ্ণৱ-ধৰ্ম্মৰ অনুষ্ঠান-প্ৰণালীৰ বিষয়ে বেজবৰুৱাই কোৱা কথা আমি তুলি দিলো,—"গীত, পদ, ভটিমা, চপয় আদি গাই, খোল-তাল লৈ হৰিনাম কীৰ্ত্তন কৰিবৰ প্ৰণালী নিশ্চয় তেওঁ বৃন্দাবন, মথুৰা, উড়িষ্যা, বাৰাণসীৰপৰা শিকি আহি আসামত চলাইছিল। কীৰ্ত্তনত আছে—ওৰেষা বাৰাণসী ঠাৱে ঠায়ে কৰিৰ গীত শিষ্ট সবে গাৱে॥ সংস্কৃত নাটৰ আৰ্হিত নাট কৰি ভাৱনা কৰা প্ৰণালীৰ ভাৱও যে পশ্চিমৰ ৰামলীলা আদি ভাৱনাৰপৰা তেওঁ পোৱা সেইটোও বুজিব পাৰি। নামঘৰ মণিকূট সাজি সত্ৰ পাতি নাম কীৰ্ত্তন কৰি থাকি ধৰ্ম্ম প্ৰচাৰ কৰাটোও তেওঁ

একান্তভাৱে ধৰ্ম্ম-চৰ্চ্চা

পশ্চিমত আৰু বেহাৰত আগৰ কালত প্ৰচলিত বৌদ্ধ বিহাৰৰপৰা পোৱাটো অনুমান হয়।" অৱশ্যে এই কথা মন কৰিব লাগিব যে, কাৰো মতে শঙ্কৰদেৱে তীৰ্থলৈ যোৱাৰ আগতেই 'চিহ্ন' ভাওনা কৰে। অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ কৃষ্ণত শৰণ, নামত শৰণ আৰু ভকতত শৰণে বৌদ্ধ ধৰ্ম্মৰ বুদ্ধত শৰণ, ধৰ্ম্মত শৰণ আৰু সঙ্ঘত শৰণৰ প্ৰভাৱ নিৰ্দ্দেশ কৰে বুলি কোনো পণ্ডিতে ভাবে। কিন্তু এই বিষয়ে নিশ্চিতকৈ কোনো কথা মুঠেই ক'ব নোৱাৰি; আনফালে বৌদ্ধ বিহাৰবোৰ প্ৰায় দ্বাদশ শতিকাৰপৰাই জাগ্ৰত অনুষ্ঠান হ'বলৈ এৰিছিল। বেজবৰুৱাই উল্লেখ কৰা ৰামলীলাৰ উদ্ভৱ শঙ্কৰদেৱৰ প্ৰথম ভ্ৰমণৰ সময়ত অন্ততঃ হৈছিল বুলি ভাবিবৰ কাৰণ নাই।

কথাচৰিতত লিখিছে, "তৈতে (বৰদোৱাত) গৰুড় পুৰাণ চাই ভকতি-প্ৰদীপ কৰিলে: হৰিবংশৰপৰা ৰুক্মিণীহৰণ কৰিছে।' বেজবৰুৱাই কৈছে, "ভক্তি-প্ৰদীপ" পাটবাউসীত ৰচিত বুলি। কিন্তু যুক্তিৰ ধাৰ, ৰচনা-প্ৰণালী আদি অন্তৰঙ্গ প্ৰমাণৰপৰা এই পুথিখনি গুৰুজনাৰ আদি কালৰ সৃষ্টি যেনহে অনুমান হয়। ছন্দৰ লালিত্য আৰু তত্ত্বৰ গভীৰতাৰ মাজত ষষ্ঠ অধ্যায়ৰ নাম-মহিমা বৰ্ণনত আন পুথিত সন্নিবিষ্ট গুৰুজনাৰ লেখনীৰ তেনে বৰ্ণনাৰ গাম্ভীৰ্য্য নাই। শঙ্কৰদেৱৰ 'ভক্তি-ৰত্নাকৰ', মাধৱদেৱৰ 'ভক্তি-ৰত্নাৱলী', ভট্টদেৱৰ 'ভক্তি-বিৱেক' আদি সেই কালৰ প্ৰকৰণ-গ্ৰন্থৰ শৃঙ্খলা বা যুক্তি-পৰিৱেশনৰ লগত তুলনা কৰিবৰ প্ৰয়োজন অৱশ্যে দেখা নাযায়। গুৰুজনা পাটবাউসী পোৱাৰ আগতে চুণপোৰাত থাকোঁতেই বৰনগৰৰ ভৱানন্দ সাউদ শ্ৰীশঙ্কৰৰ শিষ্য হয় আৰু গুৰুৱে তেওঁক নকৈ নাৰায়ণ নাম দিয়ে। নাৰায়ণ ঠাকুৰে গুৰুৰ ওচৰৰপৰা বিদায় ল'বৰ সময়ত এই 'ভক্তি-প্ৰদীপ'খনি প্ৰাৰ্থি নিছিল আৰু ঘৰ পাই সেইখনিকে ঠগিত থৈ নিজৰ পৰিয়ালক কৃষ্ণ-দেৱত শৰণ

ভক্তি-পদীপ
ৰুক্মিণী-হৰণ কাব্য

লগাইছিল। গুৰুজনাই প্ৰথম তীৰ্থ-যাত্ৰাত যিবিলাক তীৰ্থ পাই গৈছিল বুলি কথাচৰিতত আছে সিবিলাকৰ উল্লেখ 'ভক্তি-প্ৰদীপ'ত পোৱা যায়।[২৫] অনুমান হয়, এইবাৰ তীৰ্থৰপৰা ঘূৰাৰ কিছু দিনৰ পিছতে পুথিখনি ৰচিত হয়। 'ভক্তি-প্ৰদীপ'ৰ লগত তাৰ মূল গৰুড়-পুৰাণৰ সম্বন্ধৰ বিষয়ে ইয়াকে ক'ব পাৰি, "আকাৰত নহ'লেও ইঙ্গিতত গৰুড় পুৰাণৰ প্ৰতিপাদ্যই ভক্তি-প্ৰদীপৰো উপলক্ষ্য।'[২৬] শঙ্কৰদেৱে ৰুক্মিণী-হৰণৰ আখ্যান লৈ এখনি কাব্য আৰু এখনি নাট ৰচনা কৰিছে। চৰিতত আছে, অনন্ত কন্দলিয়ে যেতিয়া মধ্য আৰু শেষ দশম স্কন্ধ ভাগৱতৰ পদ কৰি আনি পাটবাউসীত শঙ্কৰদেৱক দিয়েছি, সেই ৰচনা মনঃপূত নোহোৱাৰ বাবে, গুৰুজনাই হৰিবংশ মিশ্ৰ দি, ভাগৱতৰ সাৰ লৈ 'ৰুক্মিণী-হৰণ', 'কুৰুক্ষেত্ৰ', মাধৱদেৱে 'ৰাজসূয়' ৰচনা কৰিলে। এই ৰুক্মিণী-হৰণযে নাটখনিহে, তাৰ এটি অন্তৰঙ্গ প্ৰমাণ আছে। নাটখনিৰ মুক্তিমঙ্গল ভটিমাত আছে—

শ্ৰীৰামৰায়া ভকতি সুজান।
কৰাৱত কৃষ্ণ নাট নিৰমাণ॥
ৰুক্মিণী-হৰণ নাট পৰধান।
কৃষ্ণ-কিঙ্কৰ ওহি শঙ্কৰ ভাণ॥

গুৰুৰ সম্বন্ধীয়া ভায়েক জগতানন্দই আহোম ৰজাৰপৰা এই ৰামৰায় নাম পাইছিল বুলি চৰিতত আছে, কিন্তু ই কিছু দিনৰ পিছৰ ঘটনা বুলি আমি দেখুৱাম। গতিকে স্পষ্টকৈ বুজিব পাৰি, শঙ্কৰদেৱে আগতে অৰ্থাৎ বৰদোৱাত থকাতে ৰুক্মিণীহৰণ কাব্য ৰচনা কৰিছিল। বেজবৰুৱায়ো লিখিছে, "ৰুক্মিণীহৰণ পুথিখন যে শঙ্কৰে তেওঁৰ ডেকাকালত ৰচনা কৰিছিল এইটোৰ অলপ আভাস পোৱা যায়, আৰু তেওঁ বৰদোৱা বেলগুৰি আদি ঠাই এৰি ভাটীলৈ অহাৰ আগেয়েই যে এইটোও বুজিব পাৰি। পুষ্পিত কসাল ৰচনা আৰু নিৰ্ভাজ অসমীয়া কথাৰ বাহুল্য প্ৰয়োগেও সেই কথাৰ সাক্ষী

দিয়ে।" কাব্যখনিত যুদ্ধৰ বৰ্ণনাই যিমানখিনি বহল ঠাই অধিকাৰ কৰিছে, সিও লক্ষ্য কৰিব লগীয়া বিষয়। ইয়াৰ উপৰি, ডক্টৰ কাকতিয়ে আঙুলিয়াই দেখুৱাইছে, "শঙ্কৰদেৱৰ নামৰ আগত পহিলা জীৱনত ৰচিত পুথিত 'কায়স্থ' শব্দ আৰু শেহৰ কালে ৰচিত পুথিত 'কৃষ্ণৰ কিঙ্কৰ' কথাফাকি থাকে।' ৰুক্মিণী-হৰণ কাব্যত অনেক ঠাইত থকা 'কায়স্থ শঙ্কৰ'ৰ সঘন উল্লেখে কাব্য-খনিক ডেকাকালৰ ৰচনা বুলি নিৰ্দ্দেশ দিয়ে।

ইয়াৰ পিছতে গুৰুজনে এফালৰপৰা বাৰও স্কন্ধ ভাগৱতৰ পদ-ভাঙনি কৰিবলৈ মন কৰিলে ; কাৰণ, তেওঁৰ ধৰ্ম্ম এইখনি পুৰাণৰ ওপৰতে মুখ্যভাৱে প্ৰতিষ্ঠিত হয়। এনেতে "উদয় ৰাজ্যৰ বৰদোৱা গ্ৰামত শঙ্কৰবৰ"ক ভাগৱত পাঠ কৰি শুনাবলৈ জগন্নাথ মহাপ্ৰভুৰ আদেশ পাই তীৰহুতৰ জগদীশ মিশ্ৰ বুলি এজন ব্ৰাহ্মণে

জগদীশ মিশ্ৰৰপৰা সটীক ভাগৱত-প্ৰাপ্তি

দুমাহে বাটকুৰি বাই সম্পূৰ্ণ ভাগৱত লৈ বৰদোৱা পায়হি। দৈত্যাৰিয়ে উল্লেখ কৰিছে যে, জগদীশ বৰদোৱা পাৱৰহি সময়ত শঙ্কৰদেৱ গাংমৌৰ পেহাকৰ ত'লৈ গৈছিল। সি যি হওক, বৰদোৱাতে দুইবো সাক্ষাৎ হ'ল। জগদীশৰপৰা ভাগৱত পোৱাৰ পূৰ্ব্বেই গুৰুজনে ভাগৱতপৰা ভাঙি গীত, পদ আৰু নাট ৰচনা কৰিছিল। মিশ্ৰই পাঠ আৰম্ভ কৰাৰ আগতে তেওঁ ওজা-পালিৰ হতুৱা সেই গীত-মাতখিনি অঙ্গ-ভঙ্গিৰে গোৱাই শুনাইছিল আৰু এখনি 'মহানাট' ( মহানাটক বা হনুমন্তী কাব্য ? ) অভিনয় কৰাই দেখুৱাইছিল। জগদীশে মাহে এক স্কন্ধ কৰি ভাগৱত ব্যাখ্যা কৰিবলৈ ধৰিলে, "এক বৰ্ষে ভাগৱত অৱসান হলো, বিপ্ৰও বাম বুলিলে।" জগদীশ মিশ্ৰৰপৰা ভাগৱত পোৱা কথাটোৱে আমাক দুটা কথা ভাবিব লগীয়া কৰে—ইয়াৰ আগতে এই দেশত ভাগৱত প্ৰৱেশ কৰা নাছিলনেকি ? আৰু জগদীশে অনা ভাগৱতখন শ্ৰীধৰ স্বামীৰ টীকা সম্বলিত আছিলনেকি ? ভাগৱত পুৰাণৰ ৰচনাৰ

কাল সম্পৰ্কে বিসম্বাদ থাকিলেও জে. এন. ফাৰ্কুহাৰ আদিয়ে তাক ৯০০ খ্ৰীষ্টাব্দৰ পূৰ্ব্বেই তামিল অঞ্চলত ৰচিত গ্ৰন্থ বুলি ধৰিছে। গতিকে জগদীশে অনাৰ আগতে অসম-কামৰূপত ভাগৱত নিশ্চয় সোমাইছিলহি। চৰিতমতে শঙ্কৰে ইয়াৰ আগতে 'উদ্ধৱ-সংবাদ' ৰচনা কৰিছিল ভাগৱতৰ কথাৰে। শঙ্কৰী প্ৰভাৱৰপৰা মুক্ত পীতাম্বৰ কবিয়ে শঙ্কৰদেৱ কামৰূপ ৰাজ্যলৈ অহাৰ সম্ভৱত আগে আগে ভাগৱতৰ দশম স্কন্ধৰ ভাঙনি কৰিছিল। গুৰু-চৰিতত জগদীশৰ ভাগৱত অনাৰ কথাত ভিৰ দিয়াৰপৰা এনে অনুমান হয়, সেইখনি ভাগৱতৰ লগত সকলো টীকাৰ মাজতে বিশ্ৰুত শ্ৰীধৰী টীকা সংযোজিত আছিল। ৰামানন্দ দ্বিজৰ গুৰু-চৰিতত জগন্নাথ ব্ৰাহ্মণে (প্ৰকৃততে, জগদীশ মিশ্ৰই) "টীকাএ সহিতে ভাগৱত", পাঠান্তৰ-মতে, "দিপিতা (দীপিকা? ভাৱাৰ্থদীপিকা?) সহিতে ভাগৱত" লিখি শ্ৰীক্ষেত্ৰলৈ নিছিল বুলি আছে। শ্ৰীধৰ স্বামীৰ সময় ১৪০০ খ্ৰীষ্টাব্দৰ আগে-পাছে। জগদীশ মিশ্ৰ "ভাগৱত-ভক্তি-ৰত্নাৱলী' প্ৰণেতা অদ্বৈত সম্প্ৰদায়ৰ পৰমহংস সন্ন্যাসী, বিষ্ণুপুৰীৰ শিষ্য ব্ৰহ্মানন্দৰ শিষ্য। বিষ্ণুপুৰী সম্ভৱতঃ পঞ্চদশ শতিকাৰ আগ-ভাগৰ তীৰহুতৰ লোক। তেওঁ 'ভক্তি-ৰত্নাৱলী'ৰ এটি পুষ্পিকাত কেনেবাকৈ যদিও তেওঁ শ্ৰীধৰৰপৰা ক'ৰবাত আঁতৰি গৈছে, তাৰ বাবে ক্ষমা বিচাৰিছে। তেওঁৰ সঙ্কলনখনিত শ্ৰীধৰৰ প্ৰভাৱ নিঃসংশয়ভাৱে পৰিছে। তেওঁৰ প্ৰশিষ্য জগদীশ মিশ্ৰই শ্ৰীধৰী টীকাৰে সৈতে ভাগৱতখনি আদৰ কৰি ৰখা, লৈ ফুৰোৱা আৰু শঙ্কৰদেৱৰ ওচৰলৈও তাকে লৈ অহা বুলি ধৰিলে ভুল হ'ব যেন নালাগে। বেজবৰুৱাই লিখিছে, জগদীশে 'সাত্বত-তন্ত্ৰ' আৰু 'পঞ্চৰাত্ৰ' শাস্ত্ৰ দুখনিও পঢ়ি শুনাইছিল। 'আচাৰ্য্য-সংহতি'তো আছে—

জগদীশ ইতি খ্যাতো জগন্নাথ-প্ৰচোদিতঃ।
আনীয় শ্ৰীভাগৱতং সাত্বতং তন্ত্ৰমুত্তমম্॥

সৰামৰামস্তত্ৰৈত্য-শঙ্কৰং শ্ৰাৱয়িষ্যতি।
বিষ্ণোৰ্ন্নাম্নাং সহস্ৰঞ্চ গীতাশাস্ত্ৰং তথৈৱ চ॥

অসমৰ বৈষ্ণৱ গ্ৰন্থসমূহত, বিশেষকৈ ভাগৱতৰ উদ্ধৃতি আৰু অনুবাদত, শ্ৰীধৰ স্বামীৰ টীকাৰ ওপৰত বেছিকৈ ভেজা দিয়া আদি কথাৰপৰা কোনোৱে মহাপুৰুষীয়া সম্প্ৰদায়ক বিষ্ণুপুৰী আৰু শ্ৰীধৰৰ সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত শঙ্কৰদেৱৰ গুৰু বুলিবৰ অৱকাশ পোৱা দেখা যায়। কিন্তু এই মতৰ সপক্ষে বিশেষ যুক্তি বা তথ্য আমি দেখা নাপাওঁ। শঙ্কৰদেৱৰ কোনো মন্ত্ৰোপদেষ্টা গুৰু এজনৰ নাম নোপোৱাত অনেকক বিমোৰত পৰাও দেখা গৈছে। পিছে, সম্প্ৰদায়ৰ বিশ্বাসৰ ভিতৰত এই সমস্যাৰ সমাধান নোহোৱা নহয়। কোনোৱে কয়, জগন্নাথকেই তেওঁ গুৰু মানি 'শিৰ শোধাইছিল'; অনিৰুদ্ধ কায়স্থৰ পঞ্চম স্কন্ধ ভাগৱতৰ "তথাতে (জগন্নাথ-ক্ষেত্ৰত) পাইলন্ত জ্ঞান-ভকতি বিশেষ" কথাষাৰেও তাকেই ইঙ্গিত কৰে যেন লাগে। আন কোনোৱে কয়, তেওঁ তেওঁৰ এজন বিশিষ্ট শিষ্যক নাম-বস্তু দি পুনৰ সেই শিষ্যৰপৰাই সেই বস্তু গ্ৰহণ কৰিছিল। কথাচৰিতত শঙ্কৰদেৱে কৈছে, "আমিও ভাবিছো—সৰ্ব্বতত্ব ভকতক মই গুৰু মানো। ভকত গুৰুত পৰে আনক নজানো।" তেওঁৰ শিষ্য-সকলে অৱশ্যে এই কথা ক'বলৈ হিয়াৰে সাহ নাপাইছিল। তৃতীয়তে, সৰ্ব্বসাধাৰণৰে শঙ্কৰদেৱক "ত্ৰিভুবন-বন্দন দৈৱকী-নন্দন"ৰ "অংশ", গুৰু-অৱতাৰ বুলি মনা হয়। অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ 'চাৰি বস্তু'ৰ ভিতৰত ভক্ত আৰু গুৰুৰ পাৰ্থক্য কেতিয়াবা কৰা নহয়, কাৰণ ভক্ত নহ'লে কোনো গুৰু হ'ব নোৱাৰে।

দুটি মূল ভাগৱত-সম্প্ৰদায়ৰ কথা ভাগৱততে উক্ত আছে—ব্ৰহ্ম বা নাৰায়ণ-সম্প্ৰদায় আৰু অনন্ত-সম্প্ৰদায়। অসমৰ বৈষ্ণৱসকলে সাধাৰণতে প্ৰথমটি সম্প্ৰদায়কে নিজৰ বুলি কয়। কিন্তু কথাচৰিত

আদি পিছৰ কালৰ চৰিতবোৰত এই কথাতে বহুত নাল লগাই এক নাতৃভ-নাক্ৰন্ত পৌৰাণিকতা-সংমিশ্ৰিত বুৰঞ্জীৰ সৃষ্টি কৰিছে। কথা-গুৰুচৰিতত উল্লিখিত এই পৰম্পৰা তীক্ষ্ণ দৃষ্টিৰে চালেই ভাগৱত আৰু বুৰঞ্জীয়ে অনুমোদন নকৰা তাৰ অযৌক্তিকতা ধৰা পৰিব: আদি নিৰঞ্জন—অনাদি অনন্ত—কালপুৰীয়া নাৰায়ণ—নৰ-নাৰায়ণ— হংস-নাৰায়ণ — সূৰ্য্যমণ্ডলী-নাৰায়ণ — শ্ৰীনাৰায়ণ—ব্ৰহ্মা—নাৰদ—ব্যাস—শুক—পৰীক্ষিত—সূত — মনোহৰা সূত —শঙ্কৰাচাৰ্য্য—শ্ৰীধৰ স্বামী—ভাস্কৰাচাৰ্য্য—নৃসিংহ পৰমানন্দ—বস্তু-ভাৰতী—মহাভাৰতী—পুৰুষোত্তম ভট্টাচাৰ্য্য—বিষ্ণুপুৰী—ব্ৰহ্মানন্দ—জগদীশ—শঙ্কৰদেৱ। ইয়াত নাৰায়ণৰ নানা বিভাজনৰ কথা এৰি দিলেও, ডক্টৰ কাকতিৰ ভাষাত "ইতিহাসে শঙ্কৰাচাৰ্য্যক বৈষ্ণৱ সম্প্ৰদায়ৰ সংস্থাপক বুলি স্বীকাৰ নকৰে।" ইফালে আকৌ এই পৰম্পৰামতে শঙ্কৰাচাৰ্য্যৰ একেবাৰেই গাত লগা শিষ্য শ্ৰীধৰ স্বামী ইতিহাসৰ লেখত তেওঁৰ ছয়-সাত শতিকাৰ পিছৰহে। আৰু আন কাৰণতো এই কাল্পনিক পৰম্পৰাত বিশ্বাস-স্থাপন বননীয়া বাজহাঁহৰ পিঠিত উঠিবলৈ যোৱাৰ দৰে কাৰ্য্যহে হ'ব। আদি কালৰ চৰিত-সমূহে ইয়াক সমৰ্থন নকৰে; শৰণৰ সময়ত গুৰুসকলে কোৱা ভক্তি-ধৰ্ম্মৰ পৰম্পৰাৰ লগতো ইয়াৰ কোনো মিল নাই; বৰং মহাপুৰুষীয়া সম্প্ৰদায়ৰ গ্লানি কৰিবলৈ যোৱা 'সৎসম্প্ৰদায়ৰ কথা'ৰ দৰৰ পুথিতহে এনে পৰম্পৰাৰ লেজু টনা দেখা পোৱা যায়।

বিষ্ণুপুৰী সন্ন্যাসীক শঙ্কৰদেৱৰ গুৰু বুলি দেখুৱাবৰ যত্নও অমূলক যেন লাগে। বিষ্ণুপুৰী সম্প্ৰদায়ত এনে প্ৰবাদ থকাৰ কথা জনা নাযায়; নাম-মন্ত্ৰ আদি আনুষ্ঠানিক বিষয়ত শঙ্কৰী সম্প্ৰদায়ৰ লগত সেই সম্প্ৰদায়ৰ মিলৰ কোনো বিচাৰ নকৰাকৈ এই বিষয়ে মত প্ৰকাশ কৰাও সমীচীন নহয়। চৈতন্যদেৱ আদিৰ লগত শঙ্কৰদেৱৰ দেখা-দেখি সম্ভৱ নোহোৱা সত্বেও কেইবাখনিও

চৈতন্যৰ তেনে মিলন কল্পনা কৰিছে। কিন্তু বিষ্ণুপুৰীৰে শঙ্কৰদেৱৰ সাক্ষাৎ হোৱাৰ তেনে কাল্পনিক ইঙ্গিতো কোনো এখন চৰিতত নাই। শ্ৰীশঙ্কৰক বলেৰে বিষ্ণুপুৰীৰ শিষ্য বোলাৰ কোনো বলবান যুক্তি নাই; আৱশ্যকেইবা ক'ত? নিজৰ মতৰ সমৰ্থক কোনো গ্ৰন্থৰ বা কবিতাৰ উদ্ধৃতি দিলেই সেই গ্ৰন্থৰ গ্ৰন্থকাৰ উদ্ধৃতি দাতাৰ গুৰু হ'বই লাগিব, এনে কথা হ'ব নোৱাৰে। মহা-পুৰুষীয়াৰ মাজত 'ভক্তি-ৰত্নাৱলী'ৰ যি আদৰ, তাৰ মূলতে হ'ল সেই গ্ৰন্থ ভাগৱতৰ ভক্তি-পৰ শ্লোকসমূহৰ সংগ্ৰহ হোৱাটো। শঙ্কৰদেৱৰ 'ভক্তি-ৰত্নাকৰ'ত কান্তিমালা-টীকাৰ উদ্ধৃতি (তেওঁ ৰত্নাৱলী পোৱাৰ আগতে ৰত্নাকৰ লিখালৈ চাই এই উদ্ধৃতিবোৰ পিছত আনে বা তেৰোঁ নিজে সুমুওৱা যেন লাগে) আছে, অথচ সন্ন্যাসীৰ নাম শঙ্কৰদেৱে এচুকতো ঠাই নিদিলে। মাধৱদেৱেইবা বিষ্ণুপুৰী তেওঁ গুৰুৰ গুৰু হোৱা হ'লে 'ভক্তি-ৰত্নাৱলী'ৰ ভাঙনিৰ মাজত ক'ৰবাত সেইভাৱে একণমান ওখ ঠাই দিব নোৱাৰিলে-হেঁতেননে? 'নামঘোষা'ৰ আৰম্ভণিতে কান্তিমালাৰ শ্লোকটিৰ অনুবাদ দি আঁতাইছে শঙ্কৰদেৱৰ শ্লোকত হাত দিয়া কথাইযে এই বিষয়ত আমাক কিবা পোহৰ যোগায়, এনেও মনে নধৰে। এনেকি প্ৰথম দুটি ঘোষাৰ ভাৱ-সঙ্গতিৰ বাহিৰেও সেই সম্পৰ্কে সম্প্ৰদায়ৰ মাজত আন গভীৰ ব্যাখ্যাৰো অভাৱ নহয়। বিষ্ণু-পুৰীয়ে শঙ্কৰদেৱলৈ তেওঁৰ পুথি এৰি যোৱা কাহিনীত অলৌকি-কতাৰ বহুল আছে; আন পক্ষে সেই পুথি কিনি আনিছিল বুলিয়ে সৰাতোকৈ বিশ্বাসযোগ্য দৈত্যাৰিৰ চৰিতে কয়। দৈত্যাৰিৰ চৰিতৰপৰা ৰত্নাৱলী পোৱাৰ আগতে শঙ্কৰদেৱে বিষ্ণুপুৰীৰ বিষয়ে একো কথা নজনাটোহে দেখা যায়। কণ্ঠভূষণে কৈছে—

বিষ্ণুপুৰী নামে এক সন্ন্যাসী আছিল।
ইটো গ্ৰন্থখান বাপু তেঁহে বিৰচিল॥

বাৰাণসী হন্তে কিনি আনিলোহো আমি।
ভাল হুই মুই বাপু চাহিয়োক তুমি॥
শুনিয়া শঙ্কৰদেৱে হেলা কৰিলন্ত।
সন্ন্যাসীৰ কৃত জ্ঞান কৰ্ম্ম কহিলন্ত।
কিবা কাম ইহাত বা আছয় আমাৰ॥

কণ্ঠভূষণে "বাৰম্বাৰ" কোৱাত "তান হাত এড়াইবাক নপাই"হে শঙ্কৰদেৱে পাত লুটিয়াবলৈ আৰম্ভ কৰিলে, তথাপি পোনতে পুথিখনক মূৰ নোহোৱা মানুহেৰে তুলনা কৰিলে; শেহত শৰণ বিবচন দেখিহে আনন্দত উত্রাৱল হৈ ক'লে, "বিষ্ণুপুৰী মোৰ সঙ্গ।" এই বৰ্ণনাৰপৰা 'সঙ্গ' শব্দৰ অৰ্থ স্পষ্ট হ'ল—বিষ্ণুপুৰীয়েও শ্ৰীশঙ্কৰৰ দৰে একশৰণ মানি গৈছে।

অসমত শ্ৰীধৰ স্বামীৰ যি আদৰ, বঙ্গীয় বৈষ্ণৱ সম্প্ৰদায়ত তেওঁৰ সম্মান তাতকৈ কোনো গুণে কম নহয়। চৈতন্যদেৱে কৈছিল, স্বামী-টীকা এৰি কৰা ভাগৱতৰ আন ব্যাখ্যা ব্যভিচাৰিণী। কিন্তু শ্ৰীধৰ স্বামীক চৈতন্য-সম্প্ৰদায়ৰ সংস্থাপক বুলিবলৈ কোনেও 'তোড়-জোড়' কৰা দেখা নাযায়। শঙ্কৰদেৱে 'ভক্তি-ৰত্নাকৰ'ত "ভুজঙ্গপ্ৰয়াতে পৰমহংস-ভট্টাচাৰ্য্যোণোক্তম্" বুলি এক কলি স্তুতি উদ্ধাৰ কৰিছে; ৰামচৰণ ঠাকুৰেহে এই ভট্টাচাৰ্য্যক 'শঙ্কৰ আচাৰ্য্য' তেওঁৰ পদ-ভাঙনিত প্ৰকাশ কৰিছে ভুজঙ্গ-প্ৰয়াত-স্তোত্ৰৰ পাঠ লৈ কিছু মতদ্বৈধ আছে; এনে আন বিষয়বো কোনো খেলি-মেলিৰ বাবেই বোধ হয় শঙ্কৰদেৱে শঙ্কৰাচাৰ্য্যৰ নামটো উল্লেখ কৰি নিদিলে। তেওঁ এই গ্ৰন্থত এই স্তোত্ৰৰ দুটা কলিৰ বাহিৰে আন কোনো ঠাইত শঙ্কৰাচাৰ্য্যৰ উদ্ধৃতি দিয়া নাই বা নামো উল্লেখ কৰা নাই। স্তোত্ৰকাকি উদ্ধাৰ কৰাৰ অৰ্থ—সি তেওঁৰ মতক সমৰ্থন কৰে। শঙ্কৰদেৱে ৰচকৰ নাম নোহোৱা শ্লোকো উদ্ধাৰ কৰিছে আৰু মাধৱদেৱে তেনে শ্লোকৰ অনুবাদ 'নামঘোষা'ত সন্নিৱেশ কৰিছে। ইয়াৰ-

কিবা সাম্প্ৰদায়িক কুটুম্বিতা বিচাৰি যোৱা অথাউনি পানীত দৰে হ'বগৈ। 'প্ৰবোধ-চন্দ্ৰোদয়-নাটক', 'শান্তি-শতক' ...গ-সাৰ'ৰ গ্ৰন্থকাৰৰ লগতেবা শঙ্কৰী সম্প্ৰদায়ৰ সম্বন্ধ কি? ...দেৱইবা য'ত য'ত গুৰুক প্ৰণাম কৰিছে, তাত 'ভক্তি-...ৰ প্ৰথম ফাকি গদ্যতে উল্লিখিত তিনিবিধ গুৰুৰ যেই ...এবিধকে বুজাব পাৰে। সাধাৰণতে এনে স্থলত পৰমগুৰু ...ক লক্ষ্য কৰা হয় বুলিহে ব্যাখ্যা কৰা হয়।

গুৰু-গৃহত ছাত্ৰ-ৰূপে যি কাব্য আৰু নাট্যৰ জ্ঞান আহৰণ ...ছিল, আৰু বাৰ বছৰৰ তীৰ্থ-ভ্ৰমণত যি অভিজ্ঞতা লভিছিল, ...ৰ ওপৰত ভিত্তি কৰি 'চিহ্ন' নামে প্ৰথম ...নাট লিখি তাৰ যাত্ৰা বা ভাওনা কৰে। ...ই চিহ্নযাত্ৰাই অসমীয়া সঙ্গীত আৰু নাট্য-...ৰ এক অভূতপূৰ্ব্ব অভিনৱ অধ্যায় আৰু ...সমীয়া সঙ্গীত আৰু নাট্য-সাহিত্যৰ বুৰঞ্জীৰ এটি নতুন পাত ...লি কৰি দিয়ে। ৰামচৰণ ঠাকুৰৰ চৰিতমতে শঙ্কৰে উনৈশ ...ৰ বয়সত এই ভাওনা আৰু বিয়াৰ আগতে একৈশ বছৰত ...গুৰা উছৱ প্ৰৱৰ্ত্তন কৰা কথা বিশ্বাস কৰিব লগীয়া নহয় যেন ...গে। এনে নৃত্য-গীত-মুখৰিত উছৱে শঙ্কৰৰ প্ৰচাৰিত ধৰ্ম্মত ...কৰ্ষণী শক্তি সংযোগ কৰিলে। বৰদোৱা চৰিতত আছে, জয়ন্ত ...লৈৰ নাতি, শতানন্দ দলৈৰ পুত্ৰ জগতানন্দৰ (পিছত যাৰ হৈছিল ৰামৰায়) অনুৰোধত এই উছৱৰ আয়োজন কৰা হ'ছিল। নাট-অভিনয়ৰ প্ৰতি এওঁৰ আগ্ৰহে অসমীয়া সাহিত্যক ...ৰিজাত-হৰণ, কালি-দমন, ৰাস আৰু ৰুক্মিণী-হৰণ এই চাৰি-...ন নাট শঙ্কৰদেৱৰ কাপেদি দান কৰে। ৰুক্মিণীহৰণ কাব্যত ...ঙ্কৰদেৱে "বংশতে প্ৰখ্যাত, গন্ধৰ্ব্ব সাক্ষাত, জগতে বখানে যাক" ...পিতাক কুসুমম্বিৰীৰ সঙ্গীত-বিদ্যাৰ পাৰদৰ্শিতা বখানিছে। ...ত্ৰিকে বুজা যায়, বংশ-পৰম্পৰায় ভূঞাসকলে সঙ্গীত-কলাৰ চৰ্চ্চা

অসমীয়া নাটৰ জন্ম-কথা— 'চিহ্নযাত্ৰা'

কৰি আহিছিল। অসমীয়া ওজা-পালি অনুষ্ঠান, বিয়াহৰ গীত আদি প্ৰাক্‌শঙ্কৰী যুগতো বৰ্ত্তমান আছিল। চিহ্নযাত্ৰা কৰিবৰ সময়ত আৰু পিছত তীৰহুতৰ বাপু জগদীশ মিশ্ৰক 'মহানাট' দেখুৱাবৰ সময়ত শঙ্কৰদেৱে ওজা-পালি নাচৰ আয়োজন কৰিছিল। চিহ্নযাত্ৰাৰ প্ৰস্তাৱ উত্থাপন কৰোঁতে শঙ্কৰৰ পেহাক বুঢ়া খাঁই নটুৱা-নাচ শিকাব লাগিব বুলি বিশেষ পৰামৰ্শ দিছিল। শঙ্কৰদেৱে কামৰূপত থাকোঁতে "আনিলন্ত নাৰায়ণে ভক্ত অনুপাম। বিয়াহৰ পালি ভেস্তে চোট বলৰাম॥" এইআষাৰ কথাই অৱশ্যে ছোট বলৰাম শঙ্কৰদেৱৰ সত্ৰত বিয়াহৰ পালি হোৱা কথাহে ইঙ্গিত কৰা যেন লাগে। দুৰ্গাবৰ কায়স্থৰ বেউলা-লখীন্দাৰৰ করুণ গীত-সমূহ আৰু 'গীতি-ৰামায়ণ' প্ৰাক্‌শঙ্কৰী নহ'লেও অন্ততঃ প্ৰথমখন শঙ্কৰী প্ৰভাৱৰপৰা মুক্ত। বিশ্বসিংহৰ দিনৰ এই দুৰ্গাবৰ কায়স্থ শঙ্কৰদেৱৰ সমসাময়িক, সৰুও হ'ব পাৰে। এনে ভাবিব পাৰি, ওজাসকলৰ লগলে বহু কালৰ আগৰেপৰাই আমাৰ দেশত ধাৰা হস্ত-মুদ্ৰাও চলি আহিছিল।[২৭] 'গন্ধৰ্ব্ব সাক্ষাত' কুসুমৰ পুত্ৰ চিত্ৰ-নৃত্য-গীত-বিশাৰদ শঙ্কৰ ভূঞাই পুৰণি-কলীয়া ওজা-পালি আৰু প্ৰাচীন সঙ্গীতৰ লগত সংস্কৃত নাট্য-পদ্ধতিৰ সংমিশ্ৰণ কৰি নতুন এক শ্ৰেণী নাট আৰু অভিনয়ৰ সৃষ্টি কৰিলে। শঙ্কৰী নাটক শঙ্কৰদেৱে নিজে নাট, নাটক বা যাত্ৰা আৰু চৰিতকাৰ-সকলে অঙ্ক বুলিছে। সংস্কৃতৰ প্ৰকৰণ, উৎসৃষ্টিকাঙ্ক আদি দহ প্ৰকাৰ ৰূপকৰ কোনো এবিধৰ লগত অসমীয়া অঙ্কৰ সম্বন্ধ প্ৰতিষ্ঠা কৰিবলৈ গৈ সমালোচকসকল বিফল-মনোৰথ হৈছে। সংস্কৃত ৰূপকৰ লগত শঙ্কৰদেৱৰ পৰিচয় নিশ্চয় আছিল; কিন্তু তেওঁ তেনে ৰূপকৰ সংজ্ঞাৰে 'অঙ্ক'ক সীমাবদ্ধ নকৰি, বৰঞ্চ আৱশ্যক-বোধ অনুযায়ী সিবিলাকৰ বৈশিষ্ট্যবোৰ চালি-জাৰি লৈ নাট ৰচনা কৰিছিল। সংস্কৃত 'অঙ্ক' (উৎসৃষ্টিকাঙ্ক) শব্দৰপৰাই শঙ্কৰদেৱৰ পিছৰ চৰিত-সাহিত্যৰ যুগত অসমীয়া 'অঙ্ক' নামকৰণ উদ্ভূত হোৱা

স্বাভাৱিক নহয়। অঙ্কক বিকল্পে নাটো বোলে। সেইভাৱে চলা 'অঙ্কীয়া নাট' আখ্যা ভ্ৰমাত্মক; কিন্তু অসমীয়া ব্ৰজবুলিত লিখিত বিশেষ এক শ্ৰেণীৰ বা থুলৰ নাটৰ বাবে শঙ্কৰদেৱৰ কিছু কালৰ পিছৰপৰা (চৰিত-পুথিৰ যুগতো তাৰ ব্যৱহাৰ দেখা যায়) এই আখ্যা ব্যৱহৃত হৈ আহিছে।

'চিহ্ন' অৰ্থাৎ 'সাত বৈকুণ্ঠৰ চিহ্ন' অঙ্কখনি গুৰুজনাৰ আন অঙ্কখনি অঙ্কৰ দৰেই, ধেমালিৰ ঘোষাৰ পিছত শ্লোক, নাট, সূত্ৰ, ভটিমা আৰু তিমিৰ, বায়ুমণ্ডলী আৰু মেঘমণ্ডলী আদি ৰাগৰ গীত-সমূহেৰে পূৰ্ণাঙ্গ আছে। অৱশ্যে ভাৱৰীয়াসকলৰ বচনৰ উল্লেখ লিখিত নাই। সময়মতে গায়ন-বায়ন আৰু নটুৱা শিকাই সাজু কৰা হ'ল। পূৰ্ব্বৰেপৰা প্ৰচলিত মৃদঙ্গৰ আৰ্হিৰে মাটিৰ খোল, তালৰেপৰা বৰতাল-ভোড়তাললৈকে নানাবিধ তাল নতুন কৈ নিৰ্মিত গঢ়োৱা হ'ল। ৰভা-ঘৰ, ছোঁ-ঘৰ, সাত বৈকুণ্ঠৰ সাত আৰু লগা ভেঁটি প্ৰস্তুত কৰোঁতে ভাৰতীয় নাট্য-শাস্ত্ৰত বিধান দিয়া 'শৈলগুহাকাৰ', 'দ্বিভূমি' নাট্যৱেশ্ম (নাট্য-মণ্ডপ) 'কূৰ্ম্মপৃষ্ঠ' বা 'মৎস্যপৃষ্ঠ' ৰঙ্গশীৰ্ষ আৰু নেপথ্য-গৃহৰ ভিত্তিকৰ্ম্মৰ নীতি পালন কৰা হৈছিলনে নাই, চৰিতকাৰসকলে আমাক জানিবৰ একো সুবিধা দিয়া নাই। কিন্তু শঙ্কৰদেৱে ৰামৰাম বিপ্ৰেৰে লগ লাগি সভা-ঘৰ অটোৱা-পিটোৱা কথা চৰিতত আছে। নাট্যশাস্ত্ৰত আছে, নাট্য-মণ্ডপৰ ভেঁটি প্ৰস্তুত কৰি কাঠৰ ওপৰত ফুল-জালী কাটি তাৰ ওপৰত সেইবোৰৰ লগতে চিত্ৰ, আলেখ্য আদিও সজাই দিব লাগে। চিহ্ন-যাত্ৰাৰ বাবে গুৰুজনে পুষ্পক আদি সাত বৈকুণ্ঠৰ চিত্ৰ তুলাপাতত হেঙুল-হাইতাল বোলাই আঁকিছিল। এই কাৰ্য্য ইমান বিচিত্ৰ হৈছিল যে চৰিত-লেখকে তাক অতি-মানৱীয়-ৰূপে বৰ্ণনা কৰিছে, যেন গুৰুজনাৰ শৰীৰৰপৰা এজন সন্ন্যাসী ওলাইহে বাক্-মনৰ অগোচৰ বৈকুণ্ঠৰ চিত্ৰ অঁকাত আৱশ্যকীয় নিৰ্দ্দেশ দিছিলহি। ব্ৰহ্মা, হৰ আৰু গৰুড়ৰ মুখা ছোঁ বা পুত্ত (নাট্যশাস্ত্ৰ,

২১।৫-৮) আদি তৈয়াৰ কৰি সময়মতে ৰভা-ঘৰত আঁৰ-বেৰ দি থোৱা হৈছিল। জোৰ, মহতা লগাই দিয়াত নিশাই দিন যেন পোহৰ হৈছিল। এইখিনিতে এটি মাথোন চিন্তা কৰিব লগীয়া কথা,—শঙ্কৰদেৱৰ কোনো ৰচনাতে সাতখন বৈকুণ্ঠৰ কথা নাই; বৰঞ্চ পিছৰ যুগৰ চৰিতবোৰতহে নানা বৈকুণ্ঠৰ নাম পোৱা যায়।

ভৰত মুনিৰ (নাট্যশাস্ত্ৰ, ৪।১৮২-৮৩) মতে ৰঙ্গ-দেৱতা-প্ৰণামৰ পিছতহে নাট্যাৰম্ভ কৰা উচিত। চৰিতত আছে, শঙ্কৰৰ আদেশ পাই ৰামৰামে "মূলমন্ত্ৰ উচ্চাৰিয়া কৃষ্ণক পূজিলা।" তাৰ উপৰি, সঙ্গীত-শাস্ত্ৰৰ আদেশ—নৃত্যাৰম্ভৰ আগতে 'পূৰ্ব্বৰঙ্গ' কৰ্ত্তব্য। "এবং কৃত্বা পূৰ্ব্বৰঙ্গং নৃত্যং কাৰ্য্যং ততঃ পৰম্" (অভিনয়-দৰ্পণ, ৩৫)। ধনঞ্জয়ৰ দশৰূপক গ্ৰন্থৰ টীকাকাৰ ধনিকৰ মতে 'পূৰ্ব্বৰঙ্গ' শব্দৰ অৰ্থ নাট্যশালা। কিন্তু অভিনৱগুপ্তৰ ব্যাখ্যা—'পূৰ্ব্বো ৰঙ্গে', নাটশালাত প্ৰযুক্ত হোৱা কাৰ্য্যৰ প্ৰথম ভাগ। 'সাহিত্য-দৰ্পণ'ত বিশ্বনাথ কবিৰাজে এই কথাকে বুজাই লিখিছে—

যন্নাট্যবস্তুনঃ পূৰ্ব্বং ৰঙ্গবিঘ্নোপশান্তয়ে।
কুশীলবাঃ প্ৰকুৰ্ব্বন্তি পূৰ্ব্বৰঙ্গঃ স উচ্যতে॥

—নাট্য-বস্তু অৰ্থাৎ কাহিনী উত্থাপন কৰাৰ আগতে নাট্যশালাৰ বিঘিনি গুচাবলৈ বুলি কুশীলৱ অৰ্থাৎ সূত্ৰধাৰকে মুখ্য কৰি ভাৱৰীয়াসকলে যিহৰ অনুষ্ঠান কৰে, সেয়ে পূৰ্ব্বৰঙ্গ। ভৰতৰ মতে পূৰ্ব্বৰঙ্গৰ অঙ্গ উনৈশ, শাৰদাতনয় আৰু ৰাঘৱভট্টৰ মতে বাইশ আৰু অগ্নিপুৰাণ অনুসৰি নান্দীমুখ আদি বত্ৰিশটি—প্ৰত্যাহাৰ, অৱতৰণ, আৰম্ভ, আশ্ৰাৱণা, বক্ত্ৰপাণি, পৰিঘট্টনা, ইত্যাদি; নান্দীও ইয়াৰ ভিতৰৰ। অসমীয়াত পূৰ্ব্বৰঙ্গ শব্দৰ ৰূপান্তৰ কৰা হৈছে 'ধেমালি'। অৱশ্যে অসমীয়া ধেমালিবিলাক আৰু সংস্কৃত নাট্য-কলাৰ পূৰ্ব্বৰঙ্গ-বিভাগ একে ধৰণৰ নহয়। আমাৰ ধেমালিৰ

অঙ্গবোৰ হ'ল—নাট-ধেমালি, সক-ধেমালি, বৰ-ধেমালি, দেৱ-ধেমালি, মৃদঙ্গ-ধেমালি, ঘোষা-ধেমালি, ইত্যাদি। "প্ৰথমে ন ধেমালি, তাৰ পিছত নট-ধেমালি, ৰাগ-ধেমালি, ছোট, বৰ ধেমালি আদি বাজনা বজাই অৱশেষত ঘোষা-ধেমালি গাই বাজনা শেষ কৰে।" দেৱ-ধেমালিত শঙ্কৰদেৱে নটা খোল একেলগে লৈ ধেমালি-বাজনা বজোৱা দেখি সকলোৱে আশ্চৰ্য্য অদ্ভুত মানিছিল। "ধেমালি এৰিলে প্ৰৱেশৰ বেলা হয়।" শঙ্কৰদেৱে নাৰায়ণ ৰূপ লৈ গৰুড়ৰ মুখা পিন্ধা সৰ্ব্বজয়েৰে পঙ্কজ বৈকুণ্ঠত প্ৰৱেশ দিলত ৰামৰামে সূত্ৰ চিঁয়ালে; শঙ্কৰে নটুৱাসকলৰ মাজত নাচিবলৈ ধৰিলে। আন এখন বৈকুণ্ঠত ৰামৰাম নাৰায়ণ হ'ল, শঙ্কৰে সূত্ৰ গালে। শঙ্কৰদেৱৰ নাটত সূত্ৰধাৰে নান্দী পাঠ কৰাৰেপৰা গোটেই নাটখন সঞ্চালন কৰা ৰীতি সংস্কৃতৰপৰা পৃথক। সংস্কৃতত নান্দী-পাঠকে নান্দী পাঠ কৰাৰ পিছত সূত্ৰধাৰে পূৰ্ব্বৰঙ্গৰ সামৰণি-ৰূপে নাটৰ কথা-বস্তুৰ ইঙ্গিত দি নিষ্ক্ৰান্ত হয়; তাৰ পিছত স্থাপকে 'কাব্য স্থাপনা' কৰে। ইয়াত নাট নৌ আৰম্ভ হওঁতেই সূত্ৰধাৰৰ কাম শেষ হয়। সি যি হওক, শঙ্কৰ আৰু ৰামৰামৰ বাহিৰে আৰু পাঁচজন নাৰায়ণ আৰু মূঠ ছগৰাকী লক্ষ্মী, সাত বৈকুণ্ঠৰ পাৰিষদ, নিজা যানত উঠি ব্ৰহ্মা, হৰ, ইন্দ্ৰ, কুবেৰ, বৰুণ ওলাল। সকলো ভাৱৰীয়াই সাজ-পাৰ, অলঙ্কাৰ, অঙ্গ-ৰচনা, মুকুট আদি আহাৰ্য্য অভিনয়ৰ ফাললৈ চকু ৰাখিছিল। মতা মানুহে লক্ষ্মীৰ ভাও লোৱা কথা মন কৰিব লগীয়া। ভৰতৰ নাট্যশাস্ত্ৰত স্ত্ৰী, পুৰুষ উভয়ৰে অভিনয়ৰ ব্যৱস্থা আছে; কিন্তু দক্ষিণাপথৰ কথাকলি নৃত্যত আদিতে পুৰুষবহে মাত্ৰ অধিকাৰ আছিল। তাৰ উপৰি, আঁৰিয়া আৰু মহতা লগাই কৰা অসমীয়া ভাওনাই বৰ বৰ তেলৰ চাকিৰ তিৰ্‌বিৰণিৰ মাজত নিশা হোৱা কথকলি নৃত্যাভিনয়ৰ কথা সোঁৱৰাই দিয়ে।[২৮]

ৰামচৰণ ঠাকুৰৰ মতে উনৈশ বছৰ বয়সত অৰ্থাৎ ১৩৯০ শকত এই 'চিহ্ন' অভিনয় হয়। ৰৰদোৱা চৰিত আৰু কথা-গুৰুচৰিতমতে

চিহ্নযাত্ৰাৰ সময়

ৰৰদোৱাত থকা কালত চিহ্নযাত্ৰা কৰে আৰু সেইসময়তে ফাগুৱাও প্ৰৱৰ্ত্তন কৰে। কথা-গুৰু-চৰিতত আছে, প্ৰথম তীৰ্থ-ভ্ৰমণৰ পিছত জগদীশ মিশ্ৰৰপৰা সম্পূৰ্ণ মূল শ্ৰীমদ্ভাগৱত পাই দশম স্কন্ধ পঢ়োঁতে ওলাল, "বিষ্ণু-বুদ্ধি কৰি নন্দৰ পোক। দেখাইলা বৈকুণ্ঠ ব্ৰজৰ লোক॥" শুনি বাৰভূঞা সমে ভক্তসকলে প্ৰাৰ্থনা কৰিলে, "গোপ-গোপীকযে কৃষ্ণই দেখালে, আমাবো কৃষ্ণ তুমি, ইচ্ছা গৈছে, দেখোৱা যক।" এই প্ৰাৰ্থনাক্ৰমেই চিহ্নযাত্ৰাৰ আয়োজন। বেজবৰুৱাই চিহ্নযাত্ৰা আৰু ফাগুৱা বিয়াৰ আগৰ সময়ৰ কথা-ৰূপে বৰ্ণনা কৰিছে। এনে অনুমান কৰিব পাৰি, কথা-গুৰুচৰিতকাৰে জগদীশ মিশ্ৰৰপৰা পোৱা ভাগৱতৰ লগত 'চিহ্ন'ৰ সম্পৰ্ক স্থাপন কৰিবৰ বাবে যাত্ৰাৰ কথা পিছলৈ হোঁহকাই নিছে। কিন্তু ভাগৱতৰ লগত চিহ্নযাত্ৰাৰ পোন সম্পৰ্ক দেখা নাযায়। ভাগৱত অৱলম্বন কৰি গুৰুজনে নানা স্থানত বৈকুণ্ঠৰ যি বৰ্ণনা দিছে, তাত 'সাত বৈকুণ্ঠ'ৰ প্ৰসঙ্গ নাই। আনফালে জগন্নাথক্ষেত্ৰ আৰু উত্তৰ ভাৰতৰ বিবিধ ঠাইত কৃষ্ণ-সম্পৰ্কীয় যাত্ৰা বা আন নাটকীয় অনুষ্ঠান দেখি-শুনি শঙ্কৰে চিহ্নযাত্ৰা প্ৰয়োগৰ অনুপ্ৰেৰণা পোৱাৰ সম্ভাৱনাই সৰহ; চিহ্ন-যাত্ৰা প্ৰথম তীৰ্থ-যাত্ৰাৰ পিছৰ কাৰ্য্য-ৰূপে বিবেচনা কৰাই বেছি সমীচীন যেন লাগে আৰু ভক্তি-ধৰ্ম্মত শৰণ লগোৱাটোও ভেতিয়াৰপৰাই আৰম্ভ কৰা সম্ভৱ। চিহ্ন-যাত্ৰাত ভাৱৰীয়াসকলে বচন কৈছিলনে নাই, খিৰাংকৈ কোৱা টান। এঠাইত আছে, শঙ্কৰ 'পট বৈকুণ্ঠ'ৰ অনন্ত-শয্যাত বহিলত "পাৰিষদগণ তৈতে উপাসা কৰন্ত॥" এই উপাসা স্তুতৰ ভাষাৰে, গীতৰ ভাষাৰে, কথাৰে, কোনভাৱে কৰা হৈছিল বুজিব নোৱাৰি। সূত্ৰধাৰে বচন, গীত, ভটিমা, শ্লোক, সূত্ৰ গোৱাৰ লগত বা গায়নে গীত গোৱা আৰু

সোহাৰত থাকি বায়নে বাদ্য বজোৱাৰ লগে লগে অঙ্গ-ভঙ্গিমাৰে নৰ্ত্তকগণসকলে নচাৰ স্পষ্ট ইঙ্গিত আছে। কথাকলি নাচ-ভাওনাত এজন গায়কে গীত গাই গাই গোটেই অনুষ্ঠানটো সঞ্চালন কৰে। গীতৰ একোটাইত কলিৰ শেষত তাৰ কথাৰ লগত সম্পৰ্ক থকা চৰিত্ৰবোৰে নৃত্যত কথাখিনি ৰূপায়িত কৰে। চৰিত্ৰবিলাকৰ মুখত কোনো কথা দিয়া নহয়। সেই বাবে কথাকলিক নিৰ্ব্বাক আঙ্গিক অভিনয়ো বুলিব পাৰি। যদি চিহ্নযাত্ৰাও এনে ধৰণৰ অভিনয়েই আছিল, শঙ্কৰদেৱে সাধাৰণ লোকৰ পক্ষে ইয়াক উপভোগ কৰা বা বুজা দুৰূহ বুলি পিছৰ অঙ্কবোৰত ভাৱৰীয়াৰ মুখত বচন সংযোগ কৰিলে।[২৯] চিহ্ন অঙ্কখনি পোৱা হ'লে অসমীয়া নাটৰ জন্ম-কথা আৰু স্পষ্ট হ'লহেঁতেন। বৰদোৱা চৰিতত আছে, "এই কাৰ্য্যটিত সমুদায় মনুষ্য আচৰিত হৈ বিমোহিত হ'ল। সাত দিন সাত ৰাতি ক্ৰমে চলি আছিল। পৰিদৰ্শক লোকসকলে এদিন এৰাতি বুলিহে মনতে ভাবিলে।"

চিহ্নযাত্ৰা দেখি সকলো ৰাইজৰে শঙ্কৰৰ প্ৰতি প্ৰগাঢ় ভক্তি উপজিল। তাৰ লগে লগে তেওঁৰ জীৱনতো এক ডাঙৰ পৰিবৰ্ত্তন ঘটিল; শঙ্কৰ ভূঞা ভক্তি-ধৰ্ম্ম-সংস্থাপক শঙ্কৰ গুৰুত পৰিণত হ'ল। শিক্ষা-গুৰু মহেন্দ্ৰ কন্দলি, সতীৰ্থ ৰামৰাম, ৰামৰামৰ ভায়েক চতুৰ্ভুজ আৰু কৰ্ণপূৰ, কবিৰত্ন, বিদ্যাৰত্ন, ৰাম সৰস্বতী আদি ব্ৰাহ্মণ পণ্ডিত; বুঢ়াখাঁ পেহা, সৰ্ব্বজয়, বলোৰাম, শ্ৰীৰাম, জয়ৰাম, হৰিদাস বনিয়া, হৰিহৰ আদি ভূঞা-বৰলোক; উৰনা, বনৰা, ধ্বজা, মাধৱী, চন্দ্ৰৱী আদিয়ে শঙ্কৰক গুৰু মানি পোনতে কৃষ্ণত একান্ত শৰণ পশিলে। ৰামচৰণৰ চৰিতত পিছে আছে, ছাত্ৰশালত থাকোঁতেই পণ্ডিত ৰাঘৱাচাৰ্য্যক আৰু সোতৰ বছৰ বয়সত সৰস্বতী মিশ্ৰক শঙ্কৰে শৰণ দিছিল। বৰদোৱা চৰিতত শঙ্কৰ পঢ়াশালিলৈ

ভক্তি-প্ৰচাৰ —প্ৰথম শৰণ দিয়াৰ সময়

ঘোৰাৰ আগতে ব্ৰজাবাম আতৈয়ে, আৰু পঢ়াশালিত বাঘৱাচাৰ্য্যই শৰণ লোৱা কথা আছে। কিন্তু ইবিলাক কথাত কিমান বিশ্বাস স্থাপন কৰিব পাৰি, কোৱা টান। চিহ্নযাত্ৰাৰ পিছত ভাগৱত পুৰাণ আদি শাস্ত্ৰত পাৰ্গত শঙ্কৰৰ মনে ধৰ্ম্মৰ ফালে বেছিকৈ টান লোৱা আৰু জন-সাধাৰণৰ মনত তেওঁৰ প্ৰতি ঈশ্বৰ-জ্ঞান হোৱা স্বাভাৱিক। ৰামচৰণৰ মতে শঙ্কৰদেৱে শৰণৰ বেলিকা "সেৱা কৰাইবাক প্ৰতি লাগয় দশম" বুলি "দশমৰ পুৰাণৰ শ্লোক পাছে চাই" উদ্ধৱ-সংবাদ অৰ্থাৎ গোপী-উদ্ধৱ-সংবাদ একে নিশায় ৰচনা কৰিলে। কথাচৰিতত "উদ্ধৱ-সংবাদ মূল নাইকাতে কৰা" বুলি থাকিলেও দশমৰ অন্তৰ্গত এই উপাখ্যান শ্ৰীধৰৰ প্ৰভাৱৰপৰা মুক্ত নহয়। প্ৰথমবাৰ তীৰ্থৰপৰা ঘূৰাৰ পিছত জগদীশ মিশ্ৰই শঙ্কৰদেৱলৈ ভাগৱত পুথি এখন অনা কথাই চৰিত-লেখকসকলৰ মনত নানা খেলি-মেলি লগাইছে। ইয়াৰ আগতে শঙ্কৰদেৱে ভাগৱত দেখা নাছিল বুলি ভাবিবলৈও কোনোৱে সকাহ পাইছে। এই ভ্ৰমৰ কাৰণে শঙ্কৰ গুৰুৰ ভক্তি-প্ৰচাৰ আৰু প্ৰথম শৰণ লগোৱা সময় সম্পৰ্কে মতৰ তাৰতম্য দেখা যায়। দৈত্যাৰিয়ে লিখিছে, জগদীশ মিশ্ৰই গুৰুজনাৰ ওচৰত সমস্ত ভাগৱত পঢ়ি বৈকুণ্ঠ-প্ৰয়াণ কৰাৰ পিছত "বিচাৰ কৰিয়া পাছে ভাগৱত গ্ৰন্থ। কৰিলন্ত শঙ্কৰে প্ৰকাশ ভক্তি-পন্থ॥" ৰামানন্দৰ মতে শঙ্কৰদেৱে প্ৰথমবাৰ তীৰ্থ-ভ্ৰমণ কৰি অহাৰ ঠিক পিছতে জয়ন্ত দলৈৰ পত্নী বুঢ়ী মাকক আৰু সম্বন্ধীয়া খুড়াক হৰিৰাম বা তুলসীৰামক পোনতে শৰণ দিয়ে আৰু "ভাগৱত আগে থৈয়া পৰম যতনে" "গাঙ্গকূল-নিবাসী" হৰিৰামৰ গঞাসকল "ভক্ত ভৈলা প্ৰথমতে।" ৰামানন্দৰ চৰিতত জগদীশ মিশ্ৰৰ ঠাইত জগন্নাথ নামে এজন ব্ৰাহ্মণে পুৰীৰ জগন্নাথ মহাপ্ৰভুৰ আদেশত ধুঁৱাহাটাত শঙ্কৰদেৱক ভাগৱত পঢ়ি শুনোৱাৰ কথাহে আছে। ৰামানন্দই এইবোৰ প্ৰসঙ্গত বহুতো ঘটনা আৰু বিভিন্ন সময়

উদ্ধৱ-সংবাদ

সান-মিহলি কৰি পেলাইছে; আন কোনো চৰিতৰ লগত তেওঁৰ কথা বা ক্ৰম নিমিলে। কথা-গুৰুচৰিত, বৰদোৱা চৰিত আৰু সাৰ্ব্বভৌম ভট্টাচাৰ্য্যৰ চৰিতত তীৰ্থ-ভ্ৰমণৰ সময়ত বেলেগ বেলেগ ঠাইৰ লোকক শৰণ দিয়া কথা আছে। তাক যথাস্থানত উল্লেখ কৰা হৈছে। স্বামী-টীকা-সম্বলিত ভাগৱতখনি পায়ে গুৰুজনে অসমীয়া পদ কৰা কাম আৰম্ভ কৰিলে। পোনতে ভাগৱতৰ সাৰ লৈ কীৰ্ত্তনৰ ছন্দ, তাৰ পিছত আন নানা ছন্দ, গীত, পদ, ভটিমা, কথা, শ্লোক আদি লিখিলে। 'ওড়েষাৰ একৈশটা কীৰ্ত্তন', 'পাষণ্ড-মৰ্দ্দন', 'অজামিল-উপাখ্যান' আৰু 'প্ৰহ্লাদ-চৰিত্ৰ' ৰচনা কৰিলে। মুঠতে বৰদোৱাত থাকোঁতেই অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ 'চাবি পুথি'ৰ ভিতৰৰ 'কীৰ্ত্তন-ঘোষা' পুথিৰ ঘাই কেইটামান কীৰ্ত্তন লিখা হৈছিল। বেজবৰুৱাৰ মতে, ৪৩ বছৰ বয়সত, শঙ্কৰদেৱে তীৰ্থৰপৰা ঘূৰি অহাৰ পিছতে জগদীশ মিশ্ৰৰপৰা ভাগৱত পায়। গতিকে ৪৪ বছৰৰপৰা ৫০ বছৰ ভিতৰতে প্ৰথম কীৰ্ত্তন ৰচনা কৰে। কিন্তু আমি ওপৰত কৈ আহিছো, ৪৪ বছৰ বয়সত গুৰুজনা তীৰ্থৰপৰা ঘূৰি আলি-পুখুৰী পায়হি; ৫৪ বছৰত দ্বিতীয় বিবাহ সম্পন্ন কৰে আৰু বিয়াৰ পিছত প্ৰায় ছবছৰ আলিপুখুৰীত আৰু গঙ্গলাসুঁতিত থাকি প্ৰায় তিনিকুৰি বছৰ বয়সত বৰদোৱাত গজগজীয়াকৈ সত্ৰ পাতেহি। বৰদোৱাতহে জগদীশ মিশ্ৰই শঙ্কৰক ভাগৱত দিয়েহি। কাজেই গুৰুজনা বৰদোৱাত এতিয়া যি সাত বছৰ থাকিল, তাৰ ভিতৰতহে কীৰ্ত্তনৰ সৰহ ভাগটি কাম সম্পূৰ্ণ কৰিছিল। সেই কাৰণে ১৫৩১-ৰপৰা ১৫৩৮ শকৰ ভিতৰত এই কাম হৈছিল বুলি ধৰিলেহে সমীচীন হ'ব। অৱশ্যে কেইটিমান কীৰ্ত্তন বেলগুৰিত আৰু কেইটিমান তাৰ পিছত ৰচিত বুলি অনুমান হয়। কথা-গুৰুচৰিতত আছে, জগদীশৰ মৃত্যুত "তেহে মূল চাই আহি লৈ পয়াৰ পদ কৰিলে প্ৰথমৰেপৰা দ্বাদশলৈ আঠ কন্ধ। উদ্ধৱ-সম্বাদ

কীৰ্ত্তন-ঘোষাৰ প্ৰথম ৰচনা

মূল নাইকাতে কৰা : পাছে গুৰুজনে জগন্নাথৰ কৃপা মানি : গুণ বৰ্ণালে ওড়েষা'ৰ একৈছটা কীৰ্ত্তন।" অৱশ্যে ভাগৱতৰ আঠো স্কন্ধৰ পদ-ভাঙনিৰ কাম এই সময়তে হাতত লৈছিল বুলি মনে নধৰে। দৈত্যাৰিৰ আৰু কথা গুৰু-চৰিততো আছে, ধুঁৱাহাটাত থাকোঁতে "এদিনা ঘোষা-কীৰ্ত্তন গাইছে ওড়েষা বৰ্ণন : দৱনা পুষ্পৰ ঘ্ৰাণ উঠিল।" গুৰুজনা জগন্নাথ-ক্ষেত্ৰত থাকোঁতে ব্ৰহ্মপুৰাণৰপৰা জগন্নাথ-মাহাত্ম্য বৰ্ণনা কৰা কথা পাই আহিছো; এতিয়া বৰদোৱাতে কীৰ্ত্তনৰ শেষত সংযোজিত

ওড়েষা-বৰ্ণন

এই ৰচনা কৰে। 'পাষণ্ড-মৰ্দ্দন'তো শঙ্কৰদেৱৰ তীৰ্থ-ভ্ৰমণৰ স্মৃতি সোমাই আছে—"ওৰেষা বাৰাণসী ঠাৱে ঠাৱে। কবিৰ গীত শিষ্টসৱে গাৱে॥" আনফালে, শঙ্কৰৰ ভক্তি-ধৰ্ম্ম-প্ৰচাৰৰ ফলত সংৰক্ষণশীল লোকসকলৰ মাজত যি প্ৰতিক্ৰিয়া হৈছিল, কীৰ্ত্তনৰ এই অধ্যায়ে তাৰো আভাস দিয়ে। ভাগৱত, বৃহন্নাৰদীয়, বিষ্ণু-ধৰ্ম্মোত্তৰ আৰু পদ্ম-পুৰাণৰ সহস্ৰনাম, আৰু সুত-সংহিতাৰপৰা কথা সংগ্ৰহ কৰি এই 'পাষণ্ড-মৰ্দ্দন' ৰচনা কৰা হৈছিল। কথাচৰিতত আছে, ধুঁৱাহাটাত থকা সময়ত "সেই গ্ৰামে দুটা বৌধমতীয়া টাটকীয়া আছিল;......গুৰু শুনি পাষণ্ড-মৰ্দ্দনৰ কীৰ্ত্তন কৰি দিলে : ভকতে গাই ফুৰে শুনিব মুৰাৰি গ'ল শুচি দাঁতিলৈ।" ধুঁৱাহাটাত পাষণ্ড-মৰ্দ্দন ৰচনা কৰা সম্ভৱ; বিশেষত ইয়াতে শঙ্কৰ-বিদ্বেষীসকলৰ বিদ্বেষ বেছি হৈছিল। দৈত্যাৰিয়ে কয়, গুৰুজনা কামৰূপত থাকোঁতে বিদ্বেষী শ্ৰেণীৰ ব্ৰাহ্মণে "অজাতি গুচিৰো ঘৰত মিলে। সুপক্ক দশনৈয়া কল গিলে॥ একাদশী দিনে ভুঞ্জয় ভাত। মূড়তে নলবৈ তুলসী পাত॥ গুপুত কৰিয়া ধৰ্ম্ম-কৰ্ম্মক। পাষণ্ড কৰিলে সবে লোকক॥"—এনে ধৰণৰ লঘু কবিতা ৰচি ভকতক নিন্দা কৰা দেখি গুৰুৱে পোনতে তেনে ধৰণৰে কবিতা কৰিছিল চুঙা চাই সোপা দিবলৈ বুলি। পিছত মাধৱদেৱৰ কথামতে সেইসোপা নষ্ট কৰি "কীৰ্ত্তন-ঘোষা অতি

পাষণ্ড-মৰ্দ্দন

অনুপাম" পাষণ্ড-মৰ্দ্দন ৰচনা কৰে। কিন্তু, প্ৰকৃততে ই বেলগুৰিতে ৰচিত, সম্ভৱতঃ শঙ্কৰ-মাধৱৰ মিলনৰ পিছত।

নামাপৰাধ

পদ্ম-পুৰাণৰ স্বৰ্গখণ্ডৰ ছাঁ লৈ কীৰ্ত্তনৰ 'নামাপৰাধ' খণ্ড ৰচনা কৰা হৈছে আৰু এই পদ্ম-পুৰাণ শঙ্কৰে কাশীৰপৰা পাইছিল বুলি লিখিছে। পাষণ্ড-মৰ্দ্দনতো পদ্ম-পুৰাণৰ কথা আছে ; এই দুইখণ্ড একে সময়তে ৰচিত যেন লাগে। 'প্ৰহ্লাদ-চৰিত্ৰ' আদি কেইটিমান খণ্ডৰ কথা আমি ধুঁৱাহাটা-প্ৰসঙ্গত আলোচনা কৰিম

বেজবৰুৱাই লিখিছে,—"শঙ্কৰদেৱে বৰদোৱা এৰি ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে শিঙ্গৰিত এৰাতি থাকি তাৰ পিছত গাংমৌত সত্ৰ পাতি থাকোঁতে শিঙ্গৰি-নিবাসী আৰু তাৰ পিছত বিশ্বনাথ দেৱালয়ত দেৱী-পূজা কৰি থকা সতানন্দ বা দেৱীদাস নামে কায়স্থ এজনক শিষ্য কৰি গুণমালা পুথি দিছিল। ইয়াৰ দ্বাৰাই বুজিব পৰা যায় যে, তেওঁ বৰদোৱাত থাকোঁতেই গুণমালা ৰচনা কৰিছিল। অৱশ্যে সেই প্ৰথম আধ্যাত বাজে।" ইয়াৰ পিছত চুণপোৰাত ঠাকুৰ আতাক শৰণ দিওঁতে তেওঁক এই পুথি দিয়া হৈছিল বুলি চৰিতত আছে। ইয়াৰ পিছত ঠাকুৰ আতা আৰু গকুলচান্দক কোচ ৰজাৰ মানুহে ধৰি ভোটত বেচিবলৈ নিওঁতে গধূলি সময়ত দুয়ো,

গুণমালা

পৰম আনন্দে নাম-প্ৰসঙ্গ কৰিলা।
নাম-অৱসানে পাছে পুস্তক পঢ়িলা॥

ভূষণ দ্বিজে লিখিছে, দুয়ো "গুণমালা লীলামালা কৃষ্ণ-গুণ গায়" আৰু হৰিধা নামে ৰজাৰ গৰমালিয়ে

গুণচিন্তামণি পুথি আগে থৈয়া
কৃষ্ণৰ লৈলা শৰণ॥

'গুণচিন্তামণি' গুণমালাৰ আন এটি নাম। ৰবদোৱা চৰিততো

আছে ঠাকুৰ আতাই হৰিবাৰ দৃঢ় ভাব দেখি গুণমালা পুথি থাপনা কৰি কৃষ্ণত শৰণ লগাইছে। পুনশ্চ এদিন নৰনাৰায়ণ ৰজাই বহি ভাত খাওঁতে গাব পৰাকৈ ভাগৱতখন চপাই লিখি দিবলৈ কোৱাত গুৰুজনাই একে নিশায় গুণমালাৰ বৰ্ত্তমান প্ৰথম অধ্যায় ৰচি সম্পূৰ্ণ কৰি দিয়ে।

আগতে কৈ অহা হৈছে, টেমনি অঞ্চলত ভূঞাসকলেৰে কছাৰীসকলৰ প্ৰায়েই হাই-কাজিয়া, যুঁজ-বাগৰ হৈ আছিল; শঙ্কৰদেৱৰ তীৰ্থ-ভ্ৰমণৰ মাজ সময়তো এবাৰ আহোম-কছাৰী যুদ্ধ হোৱাত টেমনিৰপৰা মানুহ ভাগিছিল আৰু সম্ভৱতঃ সেই সময়তে শিৰোমণি ভূঞাৰ দপ্তৰ বৰদোৱাৰপৰা আলিপুখুৰীলৈ আঁতৰাই নিব লগা হৈছিল। কিন্তু ভূঞাসকলৰ বিপদ-সঙ্কুল অৱস্থা কোনোদিনে ঘুচিছিল আৰু সাধাৰণ চিঞৰ-বাখৰ এটা শুনিলেও প্ৰজা চক্ খাই উঠিছিল। ভূঞা-কছাৰীৰ খেতি-পথাৰ একেলগেই হয়। এবাৰ সেই লৈয়ে কাজিয়া হ'ল। ভূঞাসকলে শঠামিত্ৰ হৈ দেওবা বিলৰ কাষত এটা ভোজ পাতি কছাৰীসকলক তালৈ মাতি নি খাওঁতে বেঢ়ি লৈ মাৰ-ধৰ লগালে। কতো লৰ মাৰি হাবিত সোমাল; কতো নিজৰ ৰজাৰ কাষ পালেগৈ। ভূঞা ৰাজ্য আক্ৰমণ কৰিবৰ কাৰণে কছাৰী সাজু হ'ল। যুদ্ধ আৰম্ভ হওঁতেই ভূঞা-সকলে ৰাজ্য এৰি আঁতৰাকেই ঠিক কৰি উত্তৰলৈ পলাল। কিন্তু বাটতে শঙ্কৰদেৱৰ মনত পৰিল 'কীৰ্ত্তন-ঘোষা' পুথি এৰি থৈ যোৱা কথা। ঘৰলৈ ঘূৰি আহি পুথি লৈ, ঘৰৰপৰা ওলাই ঘৰ বেৰা দিয়া মানুহক হেঁচা মাৰি থৈ লুইতলৈ লৰ দিলে। কছাৰী সৈন্যয়ো পিছত খেদা ধৰিলে। এই সময়তে শঙ্কৰে লুইতৰ কাঁজিত এখন এধানমানি 'গীতা' পুথি উটি অহা পায় আৰু তাকে দেখুৱাই আক্ৰমণকাৰীৰ হাতত নিশ্চিত মৰণৰ হাত সাৰে।[৩০]

ভূঞা-কছাৰীৰ সংঘৰ্ষ

এইবাৰ মহাপুৰুষ গুৰু ভক্তে সমে আনন্দত হৰি-কথা চৰ্চ্চি ছাব্বিশ সাতবছৰ বৰদোৱাত আছিল আৰু প্ৰায় ৬৭ বছৰ বয়সত বা ১৪৩৮ শকত উত্তৰ পাৰৰ আসম (আহোম) ৰাজ্যৰ ভিতৰলৈ সোমায়। এই সময়ৰপৰাই গুৰুৰ বংশৰ ভূঞাগিৰী বা ভূমি-অধিকাৰ লোপ পালে। বৰদোৱা চৰিতমতে শিঙ্গৰিত এবাতি, কথা-চৰিতমতে ধুৱাহাটত ছমাহ, ঘিলাধাৰীত এবাতি, আৰু বেজ-ৰুৰাৰ মতে ভলুকাগুৰিত ডেৰ মাহ আৰু কামোৰাকুটাত কিছু দিন থাকি বুঢ়ীগঙ্গাইদি উজাই গাঙ্গমুখ বা গাংমৌ পালেগৈ।

ভূঞা-ৰাজ্য ত্যাগ, ১৪৩৮ শক

বৌটা আদি ঠাইত

গাংমৌত

# তৃতীয় খণ্ড

## আহোম ৰাজ্যত শ্ৰীমন্ত শঙ্কৰ

শকাব্দৰ পঞ্চদশ শতিকাৰ আগ ভাগ অসম-কামৰূপৰ বুৰঞ্জীত এক নৱ অভ্যুদয়ৰ যুগ বুলিব পাৰি। শকাব্দৰ একাদশ শতিকাৰ ঠিক সোঁ মাজত আহোমসকলে বৰ্ত্তমান উজনি অসম অঞ্চলত দিখৌ-পাৰকে কেন্দ্ৰ কৰি ৰাজ্য স্থাপনা কৰাত, মাজে মাজে নগা, নৰা, বৰাহী, চুতীয়া আৰু বিশেষকৈ কছাৰী শক্তি-সমূহৰ লগত সংঘৰ্ষ হৈ থাকিলেও, সেই অঞ্চলত ৰাজনৈতিক স্থিৰতা বাঢ়িবৰ সুবিধা হৈছিল। বৰ্ত্তমানৰ মধ্য অসমত ভূঞা-কছাৰীয়ে সৰু সৰু ৰাজ্য লৈ খোৱা-কামোৰা কৰিছিল। উত্তৰ পাৰৰ হাবুঙত এই সময়ত বামুণৰ ৰাজ্য আছিল বুলিও শুনা যায়।[১] ভূঞা-ৰাজ্যৰ দক্ষিণত পূবে ধনশিৰিলৈকে ঘন ঘনকৈ আহোম-কছাৰীৰ যুদ্ধ হৈয়ে আছিল। সংহতি-শক্তিৰ অভাৱত আৰু নানা শক্তিৰ খুন্দাত লুইতৰ দক্ষিণ কূলত ভূঞাৰ শাসন লাহে লাহে নোহোৱা হৈ আহিল। উত্তৰ পাৰৰ, বিশেষকৈ বৌটা অঞ্চলৰ প্ৰতাপী ভূঞা-সকলক আহোম ৰজাই বশ কৰিছিল আৰু এই আপাহতে সিসকলক সিংচৰভিকৈ পাতে। পুৰণি অসম বুৰঞ্জীত আছে, "আৰু পূৰ্ব্বে দিহিঙ্গীয়া ৰজাদেৱে বটা-টেমনি মাৰি বাৰ ভূঞাক উত্তৰ কোলত পাতিলেনি।......বাৰটা মুখ্য ভূঞা। আৰো চাৰিটাকৈ সৰু মুৰীয়া ভূঞা ছকুৰি আঠোটা। বটা ভাঙ্গি আনি লাচাম কলিতা ভূঞাৰ ঘৰ নি স্বৰ্গদেৱে বাঁহবাড়ীত পাতি এক ভায়েকক সোণাৰি নৈত পাতিলে, এক ভায়েকক পৰ্ব্বতত পাতিলে, এক ভায়েকক খঙ্গিয়া বুলিছিল; এই ঘৰে তিনি ঘৰ হ'ল।" কামৰূপ-কমতাত

অসমৰ-কামৰূপৰ বুৰঞ্জীত নৱ অভ্যুদয়

প্ৰায়েই সৰু সৰু ৰাজ্য কাঠফুলা গজাৰ দৰে গজিছিল; 'গৌড়েশ্বৰ' বা 'কামেশ্বৰ'-নামধাৰী অনেক 'নপতা ফুকন'ৰ সৃষ্টি হৈছিল। এই অঞ্চলৰ এনে অস্থিৰতাৰ মাজৰপৰা শকাব্দৰ পঞ্চদশ শতিকাৰ মাজ ভাগত কোচ ৰাজ-বংশৰ অভ্যুদয় হ'ল।

পাল বংশৰ পিছত কামৰূপ-কমতাত খেন বংশৰ ৰাজত্ব আৰম্ভ হ'বৰপৰা সেই অঞ্চলৰ বুৰঞ্জীত অলপ ভাল পোহৰ পৰা দেখা পোৱা যায়। খেন বংশৰ তৃতীয় ৰজা নীলাম্বৰৰ দিনত ১৪২০ শকত গৌড়ৰ নবাব হুছেন শ্বাহে কমতাপুৰ ধ্বংস কৰে।[২] নীলাম্বৰ বন্দী হয়; কিন্তু পলাই সাৰে। হুছেন শ্বাহে কমতাৰ বাহিৰে আন কেইবাখনো সৰু ৰাজ্য জয় কৰিছিল। ১৫৫৫ শকত সঙ্কলিত ফাৰ্ছী 'ৰিয়াজোছ্ ছালাতিন' বোলা ইতিবৃত্তমতে, এওঁ কামৰূপত ৰাজ্য সুদৃঢ় কৰিবৰ নিমিত্তে পুতেক দানিয়ালক থৈ যায়; কিন্তু বাৰিষা দেশীয় সৈন্যই (আহোম? কোচ?) মুছলমান সৈন্যৰ ওপৰ জঁপিয়াই পৰিলত সিহঁত ছত্ৰভঙ্গ দিলে।[৩] ১৪২৮ শকৰেপৰা ১৪৫৫ (লাক্লি মুংমাও) শকলৈকে তুৰ্ব্বকৰ অসম-কামৰূপ-অভিযান চলে। শেহান্তৰত আহোম সৈন্যই তুৰ্ব্বকক কাটি তেওঁৰ সৈন্যদলক ৰৰতিয়া পাৰ কৰি খেদে।[৪]

অসম বুৰঞ্জীত চুহুমফা দিহিঙীয়া স্বৰ্গদেৱৰ সম-সাময়িক এজন কমতেশ্বৰৰ আখ্যান আছে। এওঁৰ দুগৰাকী ঘাই ৰাণী—সুলোচনা আৰু গৌড়-ৰাজৰ কন্যা সুশুদ্ধি। ৰজাৰ পুৰোহিত নীলাম্বৰৰ পুত্ৰ চন্দ্ৰশেখৰেৰে সুশুদ্ধি কুঁৱৰীৰ বদনাম হোৱাত দুইকো ৰজাই বন্দী কৰি থয়। গৌড়-ৰাজে জীয়েকৰ এই শাস্তিৰ প্ৰতিশোধ ল'বলৈ তুৰ্ব্বকক কমতা আক্ৰমণ কৰিবলৈ পঠায়। কমতেশ্বৰে ৰাজ্য এৰি আহোম-ৰাজত শৰণাপন্ন হয়। ইফালে তুৰ্ব্বকো আগ বাঢ়ি আহি আহোম ৰাজ্যৰ ভিতৰত সোমায়। ক্লাচেংমুন বৰগোহাঁইৰ সৈন্যই তুৰ্ব্বকৰ সেনাক ঘটুৱায়; তুৰ্ব্বকো সেই ৰণতে পৰে।[৫] ৰাণী সুলোচনাৰ পুত্ৰ দুৰ্লভ-ইন্দ্ৰই কিছুদিন গুৱাহাটীৰ ওচৰত

ৰাজত্ব কাৰছিল; কিন্তু তেওঁৰ বংশৰে কেঙ্গুৰা বা কিঙ্গুৰাই মাৰি ৰাজ্য কাঢ়ি লয় বুলি অসম বুৰঞ্জীত লিখিছে।

ভূঞাৰ ৰাজ্য আৰু ৰাজত্বৰ সম্বন্ধে নিশ্চিত একো জানিব নোৱাৰি। আহোম যুগৰ বুৰঞ্জীৰ অ'ত-ত'ত ভূঞাসকলৰ উল্লেখ আছে। লালোয়া, উতাবৰ, কহিক, চোমদাৰ, উজীৰ, তমাই, চপা, সোণাবৰ, ভেদাই, এইসকল ভূঞা ভাই-ভতিজাৰে দিহিঙীয়া স্বৰ্গদেৱৰ বশ হয়; তাৰে উতৈ, তমাইক ৰজাদেৱে কটায়।[৬] বিশ্বসিংহই আহোমৰ লগত মিত্ৰতা কৰিবৰ সময়ত "ৰটা-টেমনি ভাগি বাৰভূঞা যাই কলঙৰ কোখত ৰহিল। মদনগিৰি, ধৰ্ম্মাই, চোমদাৰ, ৰামচন্দ্ৰগিৰি, দন্দৰ দলৈ, তামূলী দলৈ, বৰচোমদাৰ, দলিদ খাঁ, এইসব প্ৰমুখ্যে যুদ্ধক মনে আছে।" চুক্লেনমুং গড়গঞা ৰজা ১৪৬১ শকত পাটত বহিয়ে ভূঞা-দমনত লাগিব লগীয়া হৈছিল।[৭] দেওধাই বুৰঞ্জীত খোৰাৰজাৰ দিনত প্ৰতাপ ৰায়ৰ নাতিয়েক আৰু আলুয়া ভূঞাই মূৰ তুলি উঠা কথা লিখিছে। গুৰুচৰিততো আছে যে ভূঞাসকলে এসময়ত কামৰূপত ৰাজত্ব কৰিছিল—

ভূঞাৰ বুৰঞ্জী

পূৰ্ব্বে বাৰভূঞা চণ্ডীবৰ আদি কৰি
অনুক্ৰমে ভুঞ্জে কামৰূপ বসুন্ধৰী॥

নীলাম্বৰৰ পতনৰ পিছত কামৰূপ ৰাজ্যত কেন্দ্ৰীভূত ৰাজ-শক্তি নোহোৱা হ'ল। হুছেন শাহ বা তুৰ্ব্বক আদি বিদেশী মুছলমান শক্তিও আহোমৰ দূৰস্পৰ্শী শক্তিৰ প্ৰভাৱত এই দেশত থান-থিত লাগি ৰ'ব নোৱাৰিলে। এই সময়তে পশ্চিম ফালে ভূঞাসকলৰ মূৰ তুলি উঠিবলৈ সুবিধা হ'ল আৰু ঠায়ে ঠায়ে ভূঞা ৰাজ্য স্থাপিত হ'ল। ৰামচৰণৰ চৰিতত আছে, ধৰ্ম্মপাল নামে এজন কামেশ্বৰত সকলো ভূঞাই খাটিছিল। ধৰ্ম্মপালক কামাখ্যা গোসানীয়ে অভিসম্পাত দিয়াত আপোনাৰ ৰাজ্য এৰি বিদেশলৈ গ'ল। তেতিয়া "দেখিলেক লোক যেৰে ভৈলেক অৰাজ। গাঁৱে গাঁৱে

ভৈল ভেবে সবে ভূঞাৰাজ॥” দুৰ্ল্লভনাৰায়ণ নামে ধৰ্ম্মপালৰ এজন ‘বেলগীয়া ভাই’ আছিল; তেওঁ বেহাৰৰ ওচৰত কিছু দিন ৰাজত্ব কৰে। এইজন দুৰ্ল্লভনাৰায়ণ শঙ্কৰৰ আজোককাক চণ্ডীবৰৰ সমসাময়িক দুৰ্ল্লভনাৰায়ণ নহয়; অসম বুৰঞ্জীত উল্লিখিত দুৰ্ল্লভ-ইন্দ্ৰই সম্ভৱতঃ এই দ্বিতীয় দুৰ্ল্লভনাৰায়ণ। ‘অসম বুৰঞ্জী’ত আছে, কমতা ধ্বংসৰ পিছত দিহিঙীয়া স্বৰ্গদেৱে কমতেশ্বৰক (?) চন্‌খাম্ দেবসন্ধিকৈৰ হতুৱা বেহাৰত থাপি থয়। “ৰজাৰ দুৱাৰত বাজে পশ্চিম ফালে কমতেশ্বৰ গোসাঁইৰ পূৰ্ব্বে যি পাষাণময় ভৈৰৱ” আছিল, তেওঁ ৰজাৰ ওপৰত অসন্তুষ্ট হৈ ৰাজ্য ত্যাগ কৰে আৰু সেই বাবে দেশত বিপ্লৱ ঘটে। ৰামানন্দৰ চৰিতত আছে, কমতাৰ অধিপতি দুৰ্ল্লভনাৰায়ণ অপুত্ৰক হৈ ঢুকায়। তেতিয়া “অন্যোঅন্যে কৰে যুদ্ধ লোক নিৰন্তৰ”; আৰু এইদৰেই বাৰ বছৰ গৈছিল। প্ৰেমচৰণ, ৰামানন্দ আৰু ভূষণ দ্বিজৰ লিখাৰপৰা বুজা যায়, এই সময়তে বৰ্ত্তমান গোৱালপাৰাৰ অন্তৰ্গত খুণ্টাঘাট পৰগণাৰ চিকণা-পুৰত বিশ্বেশ্বৰ বা বিশ্বসিংহ শক্তিশালী হৈ উঠে। দৰংৰাজ-বংশাৱলীতো এই সময়ৰ অৰাজকতাৰ ইঙ্গিত দিয়া হৈছে: “কতো দিন অনন্তৰে অৰাজক ভৈলা।”

কোনো ভূঞাই এই সময়ত সকলো ভূঞাকে সংহতি-শক্তিৰে লগ লগাই এখন ডাঙৰ ৰাজ্য স্থাপন কৰিব পাৰিলেহেঁতেন; কিন্তু তেনে প্ৰচেষ্টা কৰা নহ'ল। বৰং তেওঁ-লোকৰ মাজত ঐক্য নোহোৱা বাবে ভূঞা ৰাজ্য দমন কৰি কোচ শক্তি সহজতে ঠন ধৰি উঠিল।

বিশ্বসিংহৰ ভূঞা-দমন

কথিত আছে, বাঁহৰ তৰোৱাল আৰু ঢকুৱাৰ বাকৰেই বিশ্বসিংহই সৰু সৰু ৰাজ্যবোৰ লোৱা আৰম্ভ কৰে। গেইট ছাহাবে অনুমান কৰিছে, অন্য লোকৰ আক্ৰমণৰ সময়ত ভূঞাসকলে একেলগ হৈ যুঁজ কৰিছিল; তেওঁ কয় যে, কোচ ৰজাৰ উত্থানৰ সময়ত সোণ-কোষ আৰু ৰৰনদীৰ মাজত যিসকল স্থানীয় শাসকক দমন কৰা

হৈছিল, তেওঁলোকৰ লগত গুৰু-চৰিত আৰু বাৰ-ভূঞাৰ কিম্বদন্তীৰ ভূঞাসকলৰ কোনো সম্পৰ্ক নাই। সি যি হওক, বিশ্বসিংহৰ কাম হৈছিল ভূঞাসকলক বশ কৰা। তেওঁ ঔগুৰিৰ ব্ৰাহ্মণ ভূঞা, দৈৱজ্ঞ ছুটি ভূঞা, কুসুম, দীঘলা, কলিয়া, ঝাৰগঞা, কবিলাস আদি ভূঞাক দমন কৰে। কৰ্ণপূৰ ভূঞাৰ, অন্যমতে চাৰু ভূঞাৰ ওচৰত পোনতে হাৰ মানি ছল চাই চ'তৰ বিহুত তেওঁক বধ কৰে। ইয়াৰ পিছত ফুলগুৰিৰ আৰু বেজিনীয়া ( বিজনীৰ ) ভূঞাকে মাৰে আৰু এইদৰেই আনো ভূঞাসকলক দমন কৰে বা হত্যা কৰে। ৰামচৰণত আছে—

বাউসীয়া বিলাতে গন্ধৰ্ব্বৰায় আছে।
বিশ্বসিংহ আহি তাক জিনিলেক পাছে॥
বলে ছলে কৰি শ্ৰীৰামথাঁকো জিনিলেক।
সবাকে কৰিল বশ্য আছিল যতেক॥[৮]

গুণাভিৰাম বৰুৱাই লিখিছে, বিশ্বসিংহ আৰু ভায়েক শিৱসিংহই "ক্ৰমে ওচৰৰ লোকসকলক পৰাজয় কৰি ১৪২০।৩০ শকৰ ভিতৰত কমতাপুৰ নগৰ ল'লে।......কমতাপুৰৰ ৰজা দুৰ্ল্লভক বিশ্বসিংহই অনেক প্ৰবন্ধেৰে আন ঠাইলৈ নি মৰোৱালে।" সকলো শত্ৰু আঁতৰাই শেহত ১৪৩১ শকত বিশ্বসিংহ বেহাৰত হিন্দুমতে অভিষিক্ত হ'ল; ভায়েক শিৱসিংহ যুৱৰাজ হ'ল আৰু বাৰজন মেচক কাজি পাতিলে।[৯] কোচ ৰাজবংশাৱলীমতে ৰজা হৈ বিশ্বসিংহই অসম জয় কৰিবৰ উদ্দেশ্যে গড়গাওঁ অভিমুখে ৰণযাত্ৰা কৰি আহে; কিন্তু অৰ্থ আৰু ৰচদ-পাতি মাজ-বাটতে শেষ হোৱাত শিঙ্গৰিপৰা কান্ত ( কমতা ) নগৰলৈ ঘূৰি গ'ল। আহোম বুৰঞ্জীত কিন্তু এই ঘটনা বিপৰীতভাৱে বৰ্ণনা কৰা হৈছে। বাঁহগড়ীয়া বুঢ়াগোহাঁইৰ বুৰঞ্জীত আছে, বিশ্বসিংহ ৰজা হোৱা দেখি ফুলুংথামপেঙ্গ বৰগোহাঁয়ে খেদি যোৱাত বিশ্বসিংহই নিজেই আহি বশ্যতা স্বীকাৰ কৰিলে।[১০]

কছাৰীৰ উপদ্ৰৱত শঙ্কৰদেৱ আদি ভূঞাসকলে টেমনিৰ নিজৰ বিষয় এৰি থৈ আহোম ৰাজ্যৰ ভিতৰত গাংমৌত পাঁচ বছৰ আছিল। ৰামচৰণে শঙ্কৰদেৱৰ মুখত এই কথা দিছে,—

বিশ্বসিংহৰ আক্ৰমণত শঙ্কৰদেৱ আদি

কোচৰো মাৰণা পিছে ভৈল সেহি ঠাই।
তৈৰপৰা ভাগি বৈলো উত্তৰত যাই॥
বাৰভূঞা সমে গৈ ৰাজাক ভেটিলো।
মন্ত্ৰণা কৰিয়া পাছে কোচক ভঙ্গাইলো॥

এয়ে বিশ্বসিংহৰ বিফল অসম-অভিযান। কোনোৱে ভাবিব খোজে যে, ইয়াত নৰনাৰায়ণৰ প্ৰথম আহোম ৰাজ্য আক্ৰমণৰ কথাহে কোৱা হৈছে; কিন্তু সি নহয়। প্ৰথমতে, বিশ্বসিংহই সৰ্ব্বদলী শক্তিৰ দৰে ন্যায়ে-অন্যায়ে অনেক ভূঞাক বশ আৰু হত্যা কৰি দিগ্বিজয় কৰা দেখি আৰু দ্বিতীয়তে, বিশ্বসিংহই যে প্ৰতিষ্ঠা লাভ কৰিব, এই কথা বুজিব নোৱাৰি বা বিশ্বসিংহৰ আও-ভাও বুজিব নোৱাৰি শঙ্কৰ আদিয়ে তেওঁত আশ্ৰয় নলৈ আহোম ৰজাৰ আশ্ৰয়ত থাকি নিজৰ প্ৰতিপত্তি ৰক্ষা কৰিবৰ বাঞ্ছা কৰিছিল। ৰামচৰণৰ চৰিতত কোৱা আছে যে, আহোম-সৈন্য-সমবায়ে বাৰভূঞাই কোচক খেদোৱাৰ পিছতহে গুৰুজনা ধুৱাঁহাটালৈ যায়। ৰামানন্দৰ মতেও, যেতিয়া বিশ্বসিংহই

গাংমৌত ৫ বছৰ

ভূঞা সমস্তকো মাৰি নিবাক খোজয়॥
সেহি ভয়ে শঙ্কৰ সহিতে প্ৰজাজাক।
ব্ৰহ্মপুত্ৰে উজাইলন্ত ধূম-যে-হাটাক॥

তৃতীয়তে মন কৰিব লগীয়া কথা, গুৰুজনা ধুঁৱাহাটা-বেলগুৰিত থাকোঁতেহে নৰনাৰায়ণ চিলাৰায়ৰ নাম-যশস্যা শুনি কোচ ৰাজ্যলৈ যোৱাৰ কথা ভাবিছে,—

নৰনাৰায়ণ নামে আছে এক ৰজা।
পৰম পণ্ডিত ধৰ্ম্ম-পথে পালে প্ৰজা॥

শুক্লধ্বজ নামে তাঁন ভাই শুভানয়।
ধূঞাহাটা হস্তে শুনে লোক সমস্তয়॥ —দৈত্যাৰি।

গাংমৌ-প্ৰসঙ্গৰ আগতে কোনো কোচ-আক্ৰমণৰ উল্লেখ চৰিতবোৰত নাই। বিশ্বসিংহৰ অভ্যুদয়ৰ আৰু দিগ্বিজয়ৰ সময়ত ভূঞা আৰু পশ্চিম আহোম ৰাজ্যত যি আউল লাগিছিল, শঙ্কৰদেৱ আদি তাৰ নিশ্চয় ভুক্তভোগী আছিল; গতিকে, সি ইয়াৰ আগৰ ঘটনা হোৱা হ'লে, চৰিতত তাৰ উল্লেখ থাকিলহেঁতেন। ৰামচৰণৰ চৰিতত শঙ্কৰদেৱে গাংমৌৰ যি 'কোচৰ মাৰণা'ৰ প্ৰসঙ্গ উল্লেখ কৰিছে, সি প্ৰকৃততে বিশ্বসিংহৰ পূবপ্ৰান্ত-আক্ৰমণ বুলি বুজিব পাৰি। কথাচৰিতমতে গাংমৌলৈ যোৱাৰ আগতে শঙ্কৰদেৱ বৌটাত ছমাহ আছিল আৰু সেই সময়তহে কোচৰ যুদ্ধ লাগে। গাংমৌত পাঁচ বছৰ থকাৰ পিছত ডফলা-যুদ্ধ হোৱাত তাৰপৰা আঁতৰে। বৰদোৱা চৰিততো গাংমৌৰ পাঁচ বছৰৰ অন্তত ডফলাই গো-বধ কৰাত, বেজবৰুৱাৰ মতেও ভোটৰ ভয়ত, গাংমৌ এৰা হয়। কিন্তু গাংমৌ এৰাৰ ঘাই কাৰণ বোধ হয়, ৰামচৰণে কোৱাৰ দৰে, কোচ-আক্ৰমণৰ ভয়।

বাৰভূঞাসকলেৰে সৈতে শঙ্কৰদেৱে ৰজাৰ ফলীয়া হৈ কেনে মন্ত্ৰণা কৰি কোচক ভগুৱাইছিল, ভাবিব লগীয়া। কথাচৰিতত ধুঁৱাহাটা-বেলগুৰি-কাহিনী-প্ৰসঙ্গত এটি ইঙ্গিত আছে, চিলাৰায়ৰ দ্বিতীয় অসম-আক্ৰমণৰ সময়ত গৰুৰ পিঠিত বামুণ তুলি চিলাৰায়ক খেদোৱা বুদ্ধিটো শঙ্কৰদেৱৰ, আৰু এই আপাহতে শুক্লধ্বজৰ বংশৰ ভাই জগতানন্দ দলপতিয়ে আহোম ৰজাৰ প্ৰীতি সাধি বঁটা-বাহন লাভ কৰি 'ৰামৰায়' নাম পায়। কিন্তু আমি পিছত কৈছো, চিলাৰায়ৰ প্ৰথম আক্ৰমণৰ আগ-ভাগতে শঙ্কৰদেৱে আহোম ৰাজ্য এৰে। হেতুকেই, কথা-চৰিতৰ আখ্যানৰ প্ৰথম খণ্ড সঁচা যেন নালাগে। জগতানন্দই আহোম ৰজাৰপৰা ৰামৰায় উপাধি

জগতানন্দৰ ৰামৰায়-উপাধি-লাভ

পোৱা কথাটো সঁচা; পিছে, সিয়ে বোধ হয় গাংমৌ এৰা সময়ৰ কথা। ভূঞাসকলে গাংমৌ এৰি ধুঁৱাহাটা-বেলগুৰিত মাটি-ভেঁটি চাই ঘৰ-দুৱাৰ লোৱাত ৰজা-ঘৰৰপৰা সহায় পাইছিল বুলি ভাবিব পাৰি।[১১] ৰামানন্দ দ্বিজে লিখিছে, বেলগুৰিত থাকোঁতে এবাৰ আহোম ৰজাই ৰামৰায়ক দূত পঠিয়াই গড়গাঁৱলৈ মতাই নিছিল; ৰজাৰ সন্দিকৈয়ে তেওঁক বঁটা-বাহন পিন্ধাই ঘূৰাই পঠায়। বোধ হয়, এই সময়ত ৰামৰায়ৰ লগত ৰজাঘৰৰ কিবা চুবকাৰী সম্পৰ্ক আছিল।

ৰামানন্দ ঠাকুৰৰ জন্ম

গাংমৌৰপৰা শঙ্কৰদেৱ আদি গৈ চাঙ্গিনি কোমোৱাকটাত চাৰি মাহ আছিল। বৰদোৱা চৰিতত নিৰ্ভৰ কৰি বেজবৰুৱাই অৰণ্যে লিখিছে, হাথিয়া দলৈ বা মাধৰী দলৈ আদি কৰি জনদিয়েক বঙহৰ মানুহৰ ব্যৱহাৰত বিৰক্ত হৈ শঙ্কৰদেৱ বেলগুৰিৰপৰাহে আহি কোমোৱাকটাত ছমাহ আছিল। এই দুই প্ৰমাণমতে গাংমৌত শঙ্কৰদেৱৰ প্ৰথম পুত্ৰ ৰামানন্দৰ জন্ম হয়; সেই সময়তে সত্যানন্দ বা দেৱীদাস নামে কায়স্থ শৰণ লৈ 'বৰভকত' নাম পায়। চাঙ্গনিত ছমাহ থাকি শঙ্কৰ ধুঁৱাহাটালৈ যায়; গাংমৌতে জয়ন্ত-মাধৱ ঢুকায়। কথাচৰিতমতে, চাঙ্গিনি কোমোৱাকটা ঠাইডোখৰ পানীৰ তল যায় দেখি মলুৱালৰ আটিলৈ যায়। কোনোৰ মতে ইয়াতে বৰঠাকুৰ ৰামানন্দৰ জন্ম হয়। কিন্তু গাংমৌতে এওঁৰ জন্ম হোৱা বেছি সম্ভৱ। মলুৱালৰ আটিত ছমাহ থাকি

ধুঁৱাহাটা-বেলগুৰি

লুইত পাৰ হৈ বৰ্ত্তমান উত্তৰ লখীমপুৰৰ অন্তৰ্গত নাৰায়ণপুৰৰ ওচৰত সম্ভৱতঃ মাজুলীৰ ধুঁৱাহাটা বা বেলগুৰি বোলা ঠাইত থান পাতি বয়গৈ। শঙ্কৰদেৱেৰে প্ৰায় একে সময়তে মাধৱ আৰু তেওঁৰ বৈনায়েক গয়াপাণি আদি ধুঁৱাহাটালৈ আহে আৰু ইয়াতে শঙ্কৰ-মাধৱৰ মণি-কাঞ্চন সংযোগ হয়। কথাচৰিতত স্পষ্টকৈ লিখিছে, "গুৰুজনৰ তিনি কুৰি তেৰ বৰ্ষ বাওঁতে

শ্ৰীমাধৱদেৱৰ একুৰি বাৰ বৰ্ষত লাগ পাইছে"; অৰ্থাৎ ১৪৪৪ শকত এই মিলন ঘটে।

মহাপুৰুষ মাধৱদেৱৰ ল'ৰা কালডোখৰ নাৰায়ণপুৰ হৰশিঙা ৰবাৰ ঘৰতে যায়। "উজিৰে মাধৱক লেখা-পঢ়া শিকোৱাৰ দিহা কৰি দিলে।" অলপ ডাঙৰ হ'লত ৰবাৰ উপদেশ-মতে মাধৱে চাৰি বছৰমান খেতি-খোলাও কৰিলে। গোৱিন্দগিৰীয়ে পোনৰেপৰা ৰবাক ৰজাঘৰীয়া কামত সহায় কৰিছিল।[১২] চৈধ্য-পোন্ধৰ বছৰ হ'লত মাধৱেও ৰবাৰ লগত ঘূৰি কৰ তোলাত সহায় কৰিবলৈ ধৰিলে। হৰশিঙাৰ উপদেশমতে তেওঁৰ ঘৰৰ ওচৰৰ লেটেকু-পুখুৰীৰ কোষৰ পুখুৰীপাৰ গাঁৱত বেলেগ ঘৰ কৰি গোৱিন্দগিৰী পুত্ৰ-ভাৰ্য্যা সমে থ'ল। এই সময়ত ৰবকণাগিৰীৰ 'ঝিঙ্কুপীড়া' বা 'জিকৰি' ৰোগ হোৱাত গাঁঠিৰ ধনো শেষ হ'ল; ইফালে দেশতো মহা আকাল পৰিল। গোৱিন্দগিৰীয়ে পুত্ৰ-ভাৰ্য্যাক লগত লৈ মিত্ৰ-কুটুম্বৰ ঘৰে ঘৰে ঘূৰি ক'তো আদৰ নাপাই শেষত 'ছন্ন' গ্ৰামেদি গৈ হাবুং দেশৰ সুৱণশিৰিৰ উপনৈ ঘাঘৰৰ পাৰৰ ঘাঘৰি মাজিৰ ঘৰত বছৰদিয়েক থ'ল। ইয়াতে উৰ্ব্বশী নামে মাধৱৰ ভনীয়েকৰ জন্ম হয়। চাই থাকোঁতে থাকোঁতেই উৰ্ব্বশীক ধৰম বিয়া দিবৰ বয়স হ'ল; মাধৱলৈও ছোৱালী আনিবৰ হ'ল। সেই দেখি বুঢ়া আতাই মাজিৰপৰা বিদায় ল'ব খোজাত মাজিয়ে ভালেদিনৰ জোখাৰে খাব-পিন্ধিবৰ যোগাৰ কৰি দি নাও-বৈচা দিয়াই গোটেই পৰিয়ালকে ভূঞাসকলৰ কেন্দ্ৰ-ঠাই টেমনিলৈ পঠাই দিলে। কথাচৰিতমতে গোৱিন্দগিৰী হৰশিঙাৰ ঘৰত ন বছৰ, পুখুৰীপাৰত ছবছৰ আৰু ঘাঘৰি মাজিৰ ঘৰত চৈধ্য বছৰ আছিল; বেজবৰুৱাৰ মতে কিন্তু মাজিৰ ঘৰতে ওঠৰ বছৰ গৈছিল আৰু তাৰপৰা যাবৰ বেলিকা উৰ্ব্বশীৰ বয়স হৈছিল দহ বছৰ। ৰবকণাগিৰীয়ে টেমনিৰ বাটতে বৌটাত সৰস্বতী ভূঞাৰ বংশৰ হোঁকোবাকুচিৰ (শিৱসাগৰ জিলা)

মাধৱদেৱৰ আদি জীৱন

কায়স্থ হেঁকোৰাকুচীয়াৰ পুত্ৰ গয়, গয়পাণি বা গয়াপাণিক পাই তেওঁৰ ঘৰৰ ওচৰতে ঘৰ কৰি ৰ'ল আৰু গয়াপাণিলৈকে উৰ্ব্বশীক বিয়া দিলে।[১৩] ইয়াৰ পিছতে মনোৰমা আইক ন জোঁৱাইৰ ঘৰত থৈ দীঘলপুৰীয়াগিৰী মাধৱক লগত লৈ বাণ্ডুকাৰ বৰ-পুতেকৰ ঠাইলৈ গ'ল। ইয়াতে ৰাজেন্দ্ৰ অধ্যাপকৰ ছাত্ৰ-শালত মাধৱে ব্যাকৰণ, ভাৰত, পুৰাণ, ভাগৱত, ন্যায়, তৰ্কশাস্ত্ৰ পঢ়িলে আৰু কায়স্থিকা বা কায়থালি বিদ্যা আয়ত্ত কৰিলে। বাণ্ডুকাত দীঘলাগিৰী স্বৰ্গী হয় আৰু দুই পুতেকে শ্ৰাদ্ধ-কাৰ্য্য সমাপন কৰে। মাধৱে টেমনিলৈ আহি মাক, ভনীয়েক, বৈনায়েকক এই বাতৰি দিলে; কিছু দিন তাতে তামোল-পাণৰ বেপাৰ কৰি সংসাৰ কৰিবৰ মনেৰে নেঘেৰীটিঙৰ ওচৰৰ এজনী ছোৱালীক জোৰোণ পিন্ধালে। ইয়াৰ পিছত বাণ্ডুকালৈ আকৌ এবাৰ গৈ ককায়েকেৰে কিছু দিন থাকি পুনৰ টেমনিলৈ ঘূৰিল। বাটতে মাকৰ টান নৰিয়া বুলি শুনি দেৱীৰ নামত এযোৰ বগা ছাগ আগ কৰিলে। ইতিমধ্যে মনোৰমা আইৰ শৰীৰ নিৰাময় হ'ল।

কথাচৰিতমতে বাণ্ডুকাত পিতৃ-শ্ৰাদ্ধৰ পিছতে মাধৱে খেতি-খোলা কৰি কিছু দিন থাকে। ককায়েক দামোদৰ ৰজাৰ ভঁৰালী বৰুৱা আছিল; তেওঁ মাধৱক ৰজাৰ ওচৰত ভেটায়গৈ; মাধৱেও দামোদৰক তেওঁৰ বিষয়ত সহায় কৰিছিল। বেজবৰুৱাই লিখিছে, পিতৃ-শ্ৰাদ্ধৰ পিছত মাধৱ টেমনিলৈ গৈ ঘূৰি আহিলত তেওঁক মজিন্দাৰ বা কাকতী কামত নিযুক্ত কৰিছিল। কেয়োখন চৰিততে মাধৱ আৰু দামোদৰৰ সম্পত্তিৰ ভাগ লৈ কাজিয়া লগা আৰু সম্পত্তিৰ ভাগ পাই মাধৱে পুনৰ সেইসোপা ঘূৰাই দিয়াৰ উল্লেখ আছে। এবাৰ বাটতে গ্ৰহণী হৈ ককায়েকৰ ঘৰলৈ ঘূৰি গৈ নবৌৱেকক ফুচুলাই দেৱীৰ পূজাৰ ছাগৰ মঙহ খাই ভাল হোৱা কথাও পোৱা যায়। অ'ৰপৰা ত'লৈ অহা-যোৱা কৰা সময়ত মাধৱে বেহা-বেপাৰ হাতত লৈ ফুৰিছিল।

ভূষণৰ চৰিতত আছে, প্ৰতাপৰায় ভূঞাই বিশ্বসিংহৰ আক্ৰমণত নিজ ৰাজ্য এৰি দক্ষিণ কূলত উপদ্ৰৱ সৃষ্টি কৰে। সেই আউল বা বেমেজালিৰ সময়তে মাধৱৰ মাতৃ পূব দিশলৈ উজাই জোঁৱায়েকৰ ঘৰত ৰ'ল। আনফালে মাকৰপৰা এৰা-এৰি হৈ মাধৱ আৰু পিতৃ গোবিন্দগিৰী বাণ্ডুকা পালেগৈ।

মাধৱৰ শ্ৰেষ্ঠ ভাই দামোদৰ নাম তান
বণ্ডুকা বিলাইত লিখিলন্ত।
তাহান উকীল হুয়া মাধৱে লিখিলা তৈত
কিছোমান বিত্ত কৰিলন্ত॥

ইয়াৰ পিছত লুইতে উজাই মানুহক সুধি সুধি বৈনাই গয়াপাণিৰ ঘৰ উলিয়ালে। মাক-ভনীয়েক-বৈনায়েকে আনন্দত কান্দি পেলালে; মাধৱে ক'লে, "পিতৃ-মাতৃ জ্ঞাতি যত : কুশলে আছন্ত তৈত ( বাণ্ডুকাত ) : আসিলো তোমাক দেখিবাক।" ইয়াৰ পিছতে শঙ্কৰদেৱৰ লগত মাধৱৰ দেখা হৈছে বুলি চৰিতখনিত আছে; কিন্তু আন চৰিতত শঙ্কৰ-মাধৱ মিলনৰ সময়ত গোবিন্দগিৰী জীয়াই থকাটো পোৱা নাযায়।[১৪]

মাধৱৰ জোৰোণৰ পিছতে গয়াপাণিয়ে কিছুদিনৰ কাৰণে বহুত মানুহেৰে নীলাচল জগন্নাথ-ক্ষেত্ৰৰ তীৰ্থ কৰিবলৈ ওলায়। কথিত আছে, জগন্নাথদেৱৰ আদেশ অনুসৰি তেওঁ তীৰ্থৰপৰা ঘূৰে। ইয়াৰ পিছতে—

গয়াপাণিৰ শৰণ

সেহি সময়ত টেম্বুৱানিবন্ধ আসমে মাৰিয়া নিল।
ধুৱাহাটা নামে আছে দিব্য থান তহিতে নিয়া ৰাখিল॥

এইদৰে আহোম ৰজাই ভূঞা-লোকক নিজ ঠাইৰপৰা স্থানান্তৰিত কৰাৰ উল্লেখ বুৰঞ্জীতো আছে। ধুঁৱাহাটাত ঘৰ-বাৰী কৰি থকাৰ পিছত মাধৱ বাণ্ডুকালৈ যোৱাত, গয়াপাণিয়ে মাধৱলৈ ছাগ বিচাৰি ফুৰোঁতে শঙ্কৰদেৱক লগ পায় আৰু শৰণ লৈ ভক্ত হৈ

ৰামদাস নাম পায়। মাধৱ বাণ্ডুকালৈ গৈ ককায়েকক ৰজাঘৰীয়া বিষয়ত কিছু দিন সহায় কৰিছিল।

মাধৱ বাণ্ডুকাত থাকি ককায়েকক ৰজাঘৰীয়া কামত সহায় কৰি পুনৰ ধুঁৱাহাটালৈ ঘূৰিল। বৈনায়েকযে নতুনকৈ ভকত হৈছে, তেওঁ ক'ব নোৱাৰে। ৰামদাসক ছাগলীৰ কথা সোধাত দেৱী-পূজা লৈ দুইৰো মাজত তৰ্কাতৰ্কিৰ সৃষ্টি হ'ল। গয়াপাণিৰ মুখে শঙ্কৰদেৱৰ ভকতি-ৰহস্য-পথৰ কথা শুনি তেওঁক লগত লৈ মাধৱ শঙ্কৰৰ ওচৰ পালেগৈ।

শঙ্কৰ-মাধৱৰ মিলন

তিনি প্ৰহৰ বেলা শঙ্কৰ আৰু মাধৱৰ ক্ৰমে নিবৃত্তি আৰু প্ৰবৃত্তি মাৰ্গাৱলম্বী পাণ্ডিত্যপূৰ্ণ তৰ্কৰ পিছত মাধৱে হাৰ মানি শঙ্কৰদেৱত শৰণ ল'লে। এই সময়ৰপৰাই শঙ্কৰ গুৰুৱে মাধৱক 'প্ৰাণ মাধৱ' বুলি বুকুত বান্ধি ল'লে। মাধৱ গুৰুজনৰ হ'ল 'মাধৱ বান্ধৱ', 'ৰবাৰ পো'। গুৰুজনা হ'ল মাধৱৰ 'বাপ'। শঙ্কৰ-মাধৱৰ অভিন্ন গুৰু-শিষ্য সম্পৰ্কৰ তুলনা নাই। আমাৰ জাতীয় জীৱনত আৰু সংস্কৃতিত এই মণি-কাঞ্চনৰ সংযোগ যাউতিযুগীয়া মিলনৰ সুৰ হৈ বাজি আছে আৰু আগলৈকো থাকিব। সৰুৰেপৰা দাৰিদ্ৰ্য-অনাটনৰ আৰু কায়িক কষ্টৰ মাজত ডাঙৰ হোৱা, পৈতৃক সম্পত্তি, উপাৰ্জ্জিত বিষয়-বাব আৰু বেহা-বেহাৰ এৰি ভৰ ডেকা বয়সত মাধৱে জোৰোণ পিন্ধোৱা কন্যাও ছল-বুদ্ধি কৰি এৰি দিলে; ধৰ্ম্ম আৰু গুৰুৰ হকে, ভক্ত আৰু ভগৱন্তৰ হকে চিৰকৌমাৰ্য্য-ব্ৰত ধৰি মাধৱে ত্যাগ আৰু আধ্যাত্মিক নিষ্ঠাৰ আদৰ্শ দাঙি গৈছে। আন কি, ৰামদাসেৰে ভঁৰালী ভুবিৰ ঘৰৰপৰা ধুঁৱাহাটাৰ গুৰুৰ থানলৈ অহা-যোৱা কৰোঁতে মিছাতে বহুত সময় যায় কাৰণে মনোৰমা আইক ৰামদাসৰ হাতত গতাই দি নিজে গুৰুৰ থানত থিতাপি ল'লে। গুৰু-সেৱাই হ'ল মাধৱৰ জীৱনৰ মূল মন্ত্ৰ। মাধৱ নহ'লে শঙ্কৰৰ জীৱন শূন্য লগাৰ দৰে হ'ল। ইকালে, শঙ্কৰদেৱ আছিল মধ্যম-পন্থী ধৰ্ম্ম-সমাজ-সংস্কাৰক;

মাধৱৰ ত্যাগ

কিন্তু মাধৱদেৱৰ দৃঢ়-গতি সংস্কাৰৰ অলস্ত বহ্নি। গুৰুজনে কালিন্দী আইৰ মনৰ আৰু কাৰ্য্য-ব্যৱহাৰৰ যিবিলাক ভক্তি-বিৰোধী ভাব একবাৰ নোৱাৰিছিল, মাধৱে পাই সেইবোৰ তৎক্ষণাৎ মচিমূৰ কৰিছিল। নিজে শঙ্কৰৰ শিষ্যত্ব গ্ৰহণ কৰাৰ পিছতে ৰামৰাম বিপ্ৰৰ নিচিনা পুৰণা পণ্ডিত ভক্ত এজনৰ সংস্কাৰ সম্পূৰ্ণ হোৱা নাই ভাবি মাধৱে "নৈবেদ্য উছৰ্গি দিবাঁ কৃষ্ণ দেৱতাক; অন্য দেৱৰ নামে ফুল এপাতো নিদিবাঁ" বুলি তিনি কটপা দিছিল। ধুঁৱা-হাটাৰপৰা কামৰূপ ৰাজ্যলৈ নাৱেৰে ভটীয়াবৰ সময়ত যেতিয়া তুজন ভকতক নাৱত তুলি ল'বৰ বাবেই মাধৱে নিজ বয়-বস্তুসোপা জপাই সৈতে পানীত পেলাই দিলে, তেতিয়াই তেওঁৰ ভক্ত-সৰ্ব্বস্বতাৰ প্ৰমাণ পোৱা গৈছিল; গুৰুজনাই এই প্ৰসঙ্গত কৈছিল, 'মোৰ মাধৱে সৰ্ব্বস্ব চিনি পাইছে।'

দিহিঙীয়া স্বৰ্গদেৱে উত্তৰ পাৰৰ বহুতো সৰু সৰু ৰাজ্য বশ কৰিছিল। ১৪৩৪ শকত হাবুং আৰু পাণবাৰী অধিকাৰ কৰে। বিশেষকৈ মুছলমান আক্ৰমণ প্ৰতিৰোধ কৰিবৰ কাৰণে থাওমুংকটক নামে এজন বিষয়াক প্ৰথমে ফুলবাৰীত গড় কৰি থাকিবলৈ দিছিল; আৰু ৰটা-টেমনিতো সেইদৰে গড় কৰি সেনাপতি ৰখা হৈছিল। এইবিলাক ঘটনা হ'ল ১৪৫০ শকৰ আগৰ। "পাচে থাওমুংকটকক নাৰায়ণপুৰত ৰাজ দি তাতে থাকিব দিলে।" পূৰত চুতীয়া আদিৰ লগত যুঁজ-বাগৰ লাগি থাকে দেখি শয়িদাখোৱা গোহাঁই নামে এজন বিষয়া আৰু দক্ষিণ-পশ্চিমত কছাৰী-আক্ৰমণ-প্ৰতিৰোধৰ অৰ্থে মৰঙিখোৱা গোহাঁই নামে এজন বিষয়া স্থায়ী-ভাৱে নিয়োগ কৰা হৈছিল। লুইতৰ দুই পাৰে মুছলমানক ধৰিবলৈ সলা, খিলাধাৰী আদিত গড়-প্ৰাকাৰ কৰি সদায় সতৰ্ক থাকিব লাগিছিল। নাৰায়ণপুৰো সেই সময়ত যুঁজ-বাগৰ আদিৰ কালৰপৰা চকু দিব লগীয়া এটা থানা হৈ পৰিছিল। থাওমুং-

নাৰায়ণপুৰত আহোম শাসনৰ স্বৰূপ

কটকক অন্য ৰণ-থলীলৈ নিব লগীয়া হোৱাত নাৰায়ণপুৰত অৰ্থাৎ ধুঁৱাহাটাৰ ওচৰৰ অঞ্চলত অন্য এজন উপযুক্ত বিষয়া ৰাখিব লগীয়াত পৰিছিল। পিছত কোচ-আহোমৰ ৰণত এই ঠাই এক ঘ'ই ৰণ-থলী হৈ পৰিছিল।

ধুঁৱাহাটাত গুৰুজন চৈধ্য বছৰৰ বেছি আছিল; বেজবৰুৱাই এই কাল ১৮ বছৰ ধৰিছে। সেই সময়ত নাৰায়ণপুৰ অঞ্চলত কোনো শত্ৰুৰ আক্ৰমণ বা আন অশান্তি হোৱা নাছিল। অনুমান হয়, ভূঞাসকলে ধুঁৱাহাটাত আহোম শাসনৰ তলত এক প্ৰকাৰ স্বায়ত্ত-শাসন ভোগ কৰিছিল, আৰু হৰি জোঁৱাই আৰু ৰামৰায়ে এই বিষয় চলাইছিল। হৰি জোঁৱাই "একাশত লোকৰ আছিল অধিকাৰ।"

বাঢ় ভূঞা লোক যত এক থান ভৈল তৈত
বাঢ়ভূঞা আছা সেই থানে।
অহম ৰাজাৰ তলে খাটে সবে লোক যত
আনো কিছো নাহি ৰাজা বিনে॥
শঙ্কৰৰ জমাই হৰি অধিকাৰী হুয়া আছা
তাহান্তে খাটয় লোক মানে।
শঙ্কৰৰ আজ্ঞা মানি তাৰায়ো কাৰ্য্যক সাধা
শঙ্কৰক সেবি অনুক্ষণে॥ —ৰামচৰণ।

শঙ্কৰ-মাধৱৰ গভীৰ শাস্ত্ৰচৰ্চা।

এই সময়ত আন চিন্তা এৰি শঙ্কৰদেৱে মাধৱদেৱেৰে লগ লাগি অসমীয়া জাতিৰ বাবে নতুন এক সাংস্কৃতিক, আধ্যাত্মিক আৰু সামাজিক জীৱনৰ পাতনি ৰচনা কৰিবলৈ ধৰিলে। বেজবৰুৱাই লিখিছে—"সোণত সুৱগা স্বৰূপ শঙ্কৰ-মাধৱৰ মিলন হ'লত হৰি-কীৰ্ত্তনৰ ধ্বনি ধুঁৱাহাটা-বেলগুৰিৰ গগন লঙ্ঘিবলৈ ধৰিলে। কীৰ্ত্তন-ঘোষা শাস্ত্ৰৰ পদ পূৰ্ণ কৰিবৰ নিমিত্তে শঙ্কৰদেৱে তাতে প্ৰহ্লাদ-চৰিত আৰু শিশুলীলা ৰচনা কৰে। তাৰ পিছত তেওঁ কীৰ্ত্তনৰ কংস-

বধলৈকে পদ কৰে।” আমাৰ অনুমান, কীৰ্ত্তনৰ প্ৰহ্লাদ-চৰিত খণ্ড বৰদোৱাত লিখা। ৰামৰাম আৰু ৰামদাস ওজা উঠি আৰু মাধৱ ডাইনা পালী হৈ কীৰ্ত্তন কৰিলে শঙ্কৰদেৱে তাল ধৰে; কীৰ্ত্তনৰ ধ্বনিয়ে গগন-মণ্ডল ছোৱেগৈ। সময়ত ৰত্নাকৰ কন্দলিয়ে গীতা-পাঠ কৰে আৰু শঙ্কৰ-ভক্ত ব্যাসকলাই বাপুৰে তাৰ অৰ্থ ব্যাখ্যা কৰি যায়। এদিন ওড়েষা-বৰ্ণনৰ ঘোষা-কীৰ্ত্তন গাওঁতে ক'ৰবাৰপৰা দৰনা ফুলৰ দিব্য গন্ধ আহিছিল। এইদৰে দিনৰ পিছত দিন হৰি-কীৰ্ত্তনৰ আনন্দৰ মাজত অতিবাহিত হ'ল।

কীৰ্ত্তন-ঘোষাৰ আৰু খণ্ড-ৰচনা

বৈয়াত্ৰত গাঁৱৰ ভাস্কৰ নামে এজন পণ্ডিত ব্ৰাহ্মণে বৈৰাগী হৈ ঘূৰি ফুৰোঁতে গুৰুজনৰ “গোপাল কি গতি কৈলে” বৰগীতটি শুনি মানুহক সুধি ধুঁৱাহাটালৈ আহি ভক্তি-ধৰ্ম্মৰ শৰণ লয়। তেওঁ ৰবাব বাদ্যত গুৰুজনাৰ গীত সুৰলাকৈ গাব-বজাব পাৰিছিল দেখি গুৰুৰ প্ৰিয়-পাত্ৰ হৈছিল। পিছত তেওঁ জগন্নাথ, তীৰহুত নে নৱদ্বীপলৈ বুলি খোজ লয়।

ভাস্কৰ বিপ্ৰৰ শৰণ

বেজবৰুৱাৰ মতে গাংমৌতে গুৰুজনাৰ দ্বিতীয় আৰু তৃতীয় পুত্ৰ কমললোচন আৰু হৰিচৰণৰ জন্ম হয়; কিন্তু, ৰামচৰণৰ চৰিত অনুসৰি ধুঁৱাহাটাত কনিষ্ঠ হৰিচৰণ আৰু ৰুক্মিণী ওপজে। সম্ভৱতঃ কথা-গুৰুচৰিতৰ মতেই ঠিক যে, বেলগুৰিতে কমললোচন, হৰিচৰণ আৰু দুহিত্ৰী ৰুক্মিণী বা বিষ্ণুপ্ৰিয়াৰ জন্ম হয়; বেলগুৰিতে ৰুক্মিণীৰ বিয়াৰ বয়স হৈছিল আৰু কালিন্দী আইৰ মন্ত্ৰণামতে গুৰুজনে মাধৱকে ধৰিছিল বিয়া কৰিবলৈ। কিন্তু মাধৱৰ চিৰকুমাৰ-ব্ৰত নাভাগিল। শঙ্কৰ গুৰু কামৰূপলৈ যোৱাৰ পিছত কুমাৰপাড়া বা কুমাৰ-কুছিত ৰুক্মিণীৰ হঠাৎ অবিবাহিতা অৱস্থাতে মৃত্যু ঘটে। গুৰুজন ধুঁৱাহাটাত থাকোঁতেই ৰাজ-অপবাধত জৌৱায়েক হৰিক আহোম

শঙ্কৰদেৱৰ গাৰ্হস্থ্য-জীৱন

চণ্ডভাণ্ডে কাটে। ৰামচৰণে উল্লেখ কৰিছে, ইয়াৰ সাত বছৰৰ পিছত গুৰুজনৰ প্ৰথমা কন্যা মনুৰ মৃত্যু হয়।

বেলগুৰিত নাম-প্ৰসঙ্গ চৰ্চ্চি থকাত বহুতো লোকে গুৰুজনাৰ ওচৰলৈ আহি ভক্তি-ধৰ্ম্ম গ্ৰহণ কৰিলে। ভক্তি-ধৰ্ম্মৰ প্ৰণালী গণ-তান্ত্ৰিক। ভক্তিৰ সকলো দুৱাৰ সকলো জাতি বা ধৰ্মৰ লোকৰ কাৰণেই মুকলি। "চণ্ডাল পৰ্য্যন্ত কৰি" প্ৰকৃততে "হৰিভক্তি অধিকাৰী" হ'ল। শূদ্ৰ, আন কি, তথাকথিত 'নিম্ন শ্ৰেণী'ৰ শূদ্ৰও 'উচ্চ শ্ৰেণী'ৰ লোকৰ গুৰু হ'ব পাৰে। ৰত্নাকৰ কন্দলি, ব্যাসকলাই, হৰি মিশ্ৰ বা জয়ৰাম, জগন্নাথ আদি ব্ৰাহ্মণ পণ্ডিতে এই সময়তে শঙ্কৰৰ শৰণ ল'লেহি। শঙ্কৰদেৱে অসম দেশৰ সকলো লোককে আকৰ্ষণ কৰিলে—"অসম ৰাজ্যৰ লোক; হৰিভক্তি ধৰিলেক: অহম ৰাজাৰ লোক যত।" শঙ্কৰী-ধৰ্ম্ম-প্ৰচাৰৰ আগতে অসমতো হিন্দু সৰ্ব্বসাধাৰণৰ আধ্যাত্মিক ভৰণ-পোষণৰ ভাৰ ব্ৰাহ্মণ-পুৰোহিত শ্ৰেণীৰ হাতত আছিল। ভক্তি-প্ৰচাৰৰ পিছত সৰ্ব্বসাধাৰণ ভগৱন্তৰ কাষ চাপিবলৈ এতিয়া আৰু পুৰোহিতক পাঁচনী ধৰিব লগীয়া নিয়মৰপৰা মুক্ত হ'ল। ইয়াৰ ফলত পুৰোহিতসকলৰ স্বাৰ্থত পোনে পোনেই আঘাত পৰিল "হৰি-ভক্তি প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰিলত লোকসকল প্ৰায় চলিবলৈ ধৰিলে, ভকতিৰ ৰস পাই পূজা-অৰ্চ্চনা আদি ব্ৰাহ্মণৰ কাৰ্য্য ক্ৰমে ঢিলা পৰি আহিল।" এই কৰ্ম্মকাণ্ডী বিপ্ৰসকলৰ উপজীৱিকাৰ উপায় বন্ধ হ'বৰ উপক্ৰম হ'লত তেওঁলোক জকি উঠিল। দ্বিতীয় এক শ্ৰেণী লোকৰ বিৰোধিতাৰ সৃষ্টি হল ঈৰ্ষাত। সেই সময়ৰ সমাজ-ব্যৱস্থাৰ দোষত বা গুণতে ব্ৰাহ্মণসকলে শাস্ত্ৰ-জ্ঞান, অধ্যয়ন আৰু পাণ্ডিত্যক তেওঁলোকৰ একচেতীয়া সম্পত্তি বুলি একপ্ৰকাৰ সিদ্ধান্ত কৰি লৈছিল। শঙ্কৰ-মাধৱৰ পাণ্ডিত্য আৰু কবিত্বই তেওঁলোকৰ চকুত চমক

আহোম ৰাজ্যৰ পুৰোহিত আৰু পণ্ডিত শ্ৰেণীৰ বিৰোধ

লগালে। শঙ্কৰ-মাধৱে বেদ-বেদান্ত, গীতা-ভাগৱতৰ তত্ত্ব বিচাৰ কৰা আৰু তাতোকৈ অধিক, শাস্ত্ৰসমূহৰ তত্ত্ব সৰল কবিতাৰে "চণ্ডাল পৰ্য্যন্ত কৰি" সৰ্ব্বসাধাৰণৰ মাজত বিলাই দিয়া ব্ৰাহ্মণ পণ্ডিতসকলৰ বিবেচনাত সামাজিক বিদ্ৰোহৰূপে দেখা দিলে। অৰ্থনৈতিক কাৰণত কৰ্ম্মকাণ্ডী বিপ্ৰই আৰু পাণ্ডিত্যৰ অভিমানত পণ্ডিত ব্ৰাহ্মণসকলে এই বিদ্ৰোহ দমাবৰ কাৰণে, "বৌদ্ধ মত লৈল, সৰে ভ্ৰষ্ট ভৈল, যত লোক নিৰন্তৰ" বুলি কথা উলিয়াই দিলে; তেওঁলোক মন নকৰিলে যে, শঙ্কৰৰ ভক্তসকলৰ বাহিনীত ইয়াৰ বহুতো আগৰেপৰা অনেক পণ্ডিত ব্ৰাহ্মণ মকৰল হৈ আছিল। তেওঁলোক "নানা কুমন্ত্ৰণা কৰি গাঁও ফুৰিবলৈ যোৱা ভকতসকলক সময়ত বহুত লাঞ্ছনা দিবলৈ ধৰিলে। কাৰো হাতৰ মালা কাঢ়ি নি কুকুৰৰ নেজত আঁৰে, কাকো দলি-ফৰমুটি মাৰি শৰীৰত কষ্ট দিয়ে; কোনো কোনোজনক অকৰ্ম্মী চণ্ডাল বুলি গালি দিয়ে শ্ৰীধৰ ভট্টাচাৰ্য্য, কবিৰাজ মিশ্ৰ, বামনাচাৰ্য্য, ৰত্নাকৰ কন্দলি, ব্ৰহ্মানন্দ ভট্টাচাৰ্য্য আদি আচাৰ্য্য, কন্দলি, মিশ্ৰ, উপাধ্যায়, ভাৰতী-উপাধি-ধাৰী পণ্ডিতসকলে শঙ্কৰদেৱৰ গণতান্ত্ৰিক ধৰ্ম্ম-আন্দোলন ঢাকিবলৈ ওলাল। শঙ্কৰে বুজিলে, মূৰ্খ বন্ধুতকৈ জ্ঞানী শত্ৰুও ভাল

ব্ৰাহ্মণসবক দ্বেষ্য কৰিবাক আমাৰ নুহি উচিত।
কৃষ্ণৰ ভকতি পন্থক বিপ্ৰৰ মুখত কৰো বিদিত॥

—এই বুলি পেহাক বুঢ়াখাঁৰ ঘৰত এখন সভা পতাই বিৰোধী পণ্ডিতসকলকো তালৈ অনাই গীতা, ভাগৱত আৰু পদ্ম-পুৰাণৰ সহস্ৰনাম-খণ্ডৰ আলম লৈ ৰামৰাম, ব্যাসকলাই, ৰামৰায়, মাধৱদেৱ আদিৰে গুৰুজন সভাত উপস্থিত হ'ল। ৰত্নাকৰ কন্দলি আৰু ব্ৰহ্মানন্দ আছিল পণ্ডিতসকলৰ নেতা; তেওঁলোকে যেতিয়া নাম-ধৰ্ম্ম-নিন্দুকৰ পাতক, নাম-ধৰ্ম্মৰ মহিমা আৰু কৰ্ম্ম-কাণ্ডতকৈও নাম-ধৰ্ম্মৰ শ্ৰেষ্ঠতা স্বীকাৰ কৰিলে, ভক্ত ব্যাসকলাই বিপ্ৰই হৈ-ধ্বনি দি নাম ডাকিবলৈ ল'লে। শঙ্কৰৰ জয় আৰু বিৰোধী পণ্ডিত-

সকলৰ পৰাজয় দেখি সভাত বাদ চাবলৈ অহা লোকসকলৰ মনত গুৰুজনাৰ প্ৰতি অনুৰাগ উপজিল।

এতিয়া বিৰোধী দলটোৱে বাহিৰা উৎপাত কৰিলেও মনৰ কুৰাৰি মুগুচিল। শঙ্কৰদেৱে আকৌ ব্ৰাহ্মণসকলৰ মুখে একান্ত শৰণ আৰু ভক্তৰ গৰিমা স্বীকাৰ কৰাবৰ অভিপ্ৰায়ে কোৰোলা নামে বাঢ়ৈ এজনৰ হতুৱা শুকান বেলগছ এজোপাৰপৰা মদন-মোহন চতুৰ্ভুজ জগন্নাথ মূৰ্ত্তি এটি সজালে। বিৰোধী ব্ৰাহ্মণসকলৰ হতুৱা মূৰ্ত্তি প্ৰতিষ্ঠা কৰোৱাই গুৰুজনে যথাপ্ৰসঙ্গ উত্থাপন কৰিলে। পণ্ডিত-সকলে যেতিয়া স্বীকাৰ কৰিলে, "দাৰু, মৃত্তিকা, জল প্ৰভৃতিক ঈশ্বৰভাৱে সেৱা কৰা যায়, একো দোষ হ'ব নোৱাৰে," কিন্তু "দেৱতা তীৰ্থতো হন্তে শুদ্ধ হোৱে নৰ। সাধুৱেৰে দেৱে-তীৰ্থে অনেক অন্তৰ।" তেতিয়া গুৰুজনে "আজি ধৰি অন্য দেৱ পূজা এড়িয়োক" বুলি পণ্ডিতসকলৰ হতুৱা চতুৰ্ভুজ মূৰ্ত্তিক সেৱা কৰালে।

শঙ্কৰী ধৰ্মত মূৰ্ত্তিপূজা

এই প্ৰসঙ্গত কোনোৱে প্ৰশ্ন কৰে, মূৰ্ত্তিপূজাৰ প্ৰতি শঙ্কৰদেৱৰ মনোভাৱ কি আছিল? 'নিমি-নৱসিদ্ধ-সংবাদ'ত ভক্তসকলক ভক্তিৰ গাঢ়তা অনুসৰি প্ৰাকৃত ভকত, মধ্যম ভাগৱত, মহাভাগৱত—এই তিনি শ্ৰেণীত ভাগ কৰি প্ৰাকৃত ভক্তৰ লক্ষণ বৰ্ণাইছে,

সুপূজে ভক্তক মান্য নকৰে প্ৰাণীক।
একে প্ৰতিমাত মাত্ৰ আৰাধে হৰিক॥
সেইজন জানিবাহা প্ৰাকৃত ভকত।
আৰূঢ় হৈয়াছে তেহোঁ ভক্তিৰ পথত॥
অনুক্ৰমে উত্তম হৈবেক সিওজন।
একোমতে নোহে জানা নিন্দাৰ ভাজন॥

মধ্যম বা উত্তম ভক্তৰ বাবে কৃষ্ণ-মূৰ্ত্তি-পূজাৰো ব্যৱস্থা নাই। 'ভক্তি ৰত্নাকৰ'ৰ পূজা-মাহাত্ম্যত সকামীসকলে নানা সম্ভাৱেৰে প্ৰতিমাত

পূজা কৰা কথা কৈ নিষ্কামীসকলৰ ভাব-ৰূপ দ্ৰব্যেৰে মানসিক পূজাক প্ৰশংসা কৰিছে ( ভক্তস্তু চ যথা লব্ধৈৰ্দ্ৰ্দি ভাবেন চৈৱ হি ),

মনোময় দ্ৰব্য দিয়া মনত পূজয়।
নিষ্কামীৰ পূজা সুখ-ৰূপ আতিশয়॥

বেজবৰুৱাই বৰোদা বক্তৃতাত কৈছিল, "কোনো সত্ৰতেই বিশেষকৈ শঙ্কৰদেৱৰ জীৱন-কালৰ ভিতৰত বিগ্ৰহ-পূজা কৰা নহৈছিল।"

শঙ্কৰদেৱেযে অকল এই দুইশ্ৰেণী ব্ৰাহ্মণৰপৰাই বাধা পাইছিল এনে নহয়। তেওঁৰ বংশৰ খুড়াক হাথীয়া দলৈয়ে ভকত-ভকতনীসকলক নানা লাঞ্ছনা দি শঙ্কৰৰ মনত আঘাত দিছিল। হাথীয়াৰ পুত্ৰ ৰতিকান্ত দলৈক 'ব্ৰহ্মজ্ঞানী' হোৱা বাবে শঙ্কৰে পৰিত্যাগ কৰিছিল। বেজবৰুৱাই লিখিছে, হাথিয়া দলৈ আৰু ৰতিকান্ত দলৈৰ লগনীয়া কথাতহে বামৰায়ক আহোম ৰজাই ধৰাই নিছিল ; পিছত কোনো দোষ নাপাই তেওঁক এৰি দিয়ে।

পণ্ডিত ব্ৰাহ্মণসকলে হাৰিও হাৰ নামানি ছলে-বলে-কৌশলে জিকোঁ বুলি চুহুম্মুং দিহিঙীয়া ৰজাৰ ওচৰত গোচৰ দিলেগৈ, শঙ্কৰ নামে অব্ৰাহ্মণ এজনে শ্ৰাদ্ধ-বিধি নকৰি বৈদিক আচাৰ নষ্ট কৰি পাষণ্ড-ধৰ্ম্ম প্ৰৱৰ্ত্তাইছে। আহোম স্বৰ্গদেওসকলে এই সময়লৈকে হিন্দু ধৰ্ম্ম গ্ৰহণ কৰা নাছিল ; বৈদিক আচাৰ-বিধি বা কি জানিবলৈ যত্ন কৰা যেন নালাগে। গতিকে দুই-এটা সামান্য কথা সুধিয়ে ব্ৰাহ্মণসকলক তিৰস্কাৰ কৰি গোচৰ শেষ কৰিলে। কিন্তু বিপদ আহিলে দল পাতিহে আহে। ভূঞাসকল এইবাৰ পৰিল ৰাজ-ৰোষত। আহোম ৰজাই বৰ্ত্তমান লখীমপুৰ জিলাৰ বহুতডোখৰ ঠাই বেৰি এজন সন্দিকৈৰ তলে মানুহ পঠালে হাতী-খেদালৈ। নাৰায়ণপুৰ ধুঁৱাহাটাৰ ভূঞাসকলকো একালে পালী দিয়া হ'ল। কিন্তু তেওঁলোকৰ ফালেই হাতী পলাল। হৰি জোঁৱাই 'একশত লোকৰ আছিল অধিকাৰ। হাতী ধৰিবাক লাগি নগৈল ৰাজাৰ॥'

দিহিঙীয়া ৰজাৰ চাওত শঙ্কৰদেৱ

কেইবাজনো ভূঞাৰে সৈতে হৰি জোঁৱাইক আৰু মাধৱদেৱক সন্দিকৈয়ে ধৰি নি ৰংপুৰ পোৱালেগৈ। ৰাজচ'ৰাত বিচাৰ হোৱাৰ পিছত হৰি জোঁৱাইক চাওডাঙে কাটিলে। মাধৱদেৱে ৰজাৰপৰা বিদায় পাবলৈ অপেক্ষা কৰি মেচাঘৰৰ পুখুৰী পাৰতে জুপুৰি এটি সাজি তাতে থাকি ভিক্ষা কৰি খাই আছিল; ৰজাঘৰীয়া সিধা গ্ৰহণ নকৰিছিল। ৰামানন্দ দ্বিজে লিখিছে, এই সময়ত মাধৱে এজন সন্দিকৈৰ ঘৰত থকা অযোধ্যাকাণ্ড ৰামায়ণ উলিয়াই তেওঁক ব্যাখ্যা কৰি শুনাইছিল। ইফালে, বেজবৰুৱাই লিখিছে, ধুঁৱাহাটাত শঙ্কৰদেৱে আদিয়ে প্ৰথম পালনাম আৰম্ভ কৰিছে হৰি জোঁৱাই আৰু মাধৱৰ কুশল পুনৰাগমনৰ আশা বুকত বান্ধি। "চৈত বৈশাগ আষাঢ় নিবৰ্ত্তিল। শ্ৰাৱণ ভাদ্ৰ আসি আশ্বিন মিলিল॥ তথাপি মাধৱ মোৰ নাসিল দুনাই" বুলি গুৰুজনে বেজাৰ কৰি আছে; এনেতে, "আঠ নৱ মাস বহি গৈল যেৰে। ৰাজাৰ আদেশ লৈয়া আসিলন্ত তেৰে॥" কথিত আছে, মাধৱে ৰজাৰপৰা বিদায় ল'বৰ সময়ত ৰজাঘৰীয়া সোণৰ চক, ৰূপৰ চকৰ উপহাৰ গ্ৰহণ নকৰি লোণৰ টুপলি এটি মাত্ৰ লগত ল'লে— ভৱিষ্যতে অসম ৰাজ্যক নাম-ধৰ্ম্ম দি সেই লোণৰ ঋণ পৰিশোধ কৰিব।[১০] মাধৱৰ মুখে হৰিৰ নিধনৰ বাতৰি পাই শঙ্কৰদেৱৰ আৰু এতিয়া বুজিবলৈ বাকী নৰ'ল, আহোম ৰাজ্যৰ ভিতৰতো শান্তিৰে ধৰ্ম্ম আৰু শাস্ত্ৰ-চৰ্চ্চা কৰা অসম্ভৱ হৈ উঠিছে।

হৰি জোঁৱাইৰ নিধন, মাধৱদেৱৰ কাৰাবাস

১৪৫৬ শকত মহাৰাজ বিশ্বসিংহ স্বৰ্গী হ'ল। পুতেক মল্লদেৱে নৰনাৰায়ণ নাম লৈ বেহাৰৰ পাটত উঠিল; ভায়েক শুক্লধ্বজ বা চিলাৰায়ক যুৱৰাজ পাতিলে। নৰনাৰায়ণ ৰজা হোৱাত কোচ ৰাজ্যৰ প্ৰতি ভূঞাসকলৰ মনোভাৱ বেলেগ হ'বলৈ ধৰিলে। গৌড়ৰপৰা পলাই আহি প্ৰতাপ খাঁ আৰু গাভৰু খাঁই প্ৰথমতে আহোম ৰাজ্যত আশ্ৰয়

নৰনাৰায়ণ চিলাৰায়ৰ অভ্যুদয়

লোৱা কথা ভাবিছিল যদিও, শেহাস্তৰত নৰনাৰায়ণৰ লগত মিল হোৱাকে থিবাং কৰি এশখন নাও আৰু এচৰু সোণ লৈ দেখা কৰিলে আৰু মিত্ৰতা-পাশত আবদ্ধ হ'বৰ কাৰণে প্ৰতাপৰ জীয়েকক বজাত বিয়া দিলে।[১৬] পিতৃ বিশ্বসিংহৰ আহোমক এসেকা দিবৰ কাৰণে যি হেঁপাহ অপূৰণ বৈ গ'ল, তাক পূৰাবৰ বাবে নৰনাৰায়ণ সাজু হ'বলৈ ধৰিলে। এই উদ্দেশ্যে যুদ্ধৰ আয়োজন আৰু তাৰ লগে লগে ভায়েক কমলনাৰায়ণৰ হতুৱা বেহাৰৰপৰা নাৰায়ণপুৰলৈকে প্ৰায় চাৰে তিন শ মাইল জোৰা আলি এটা কৰোৱা হ'ল। চৰিত-পুথিত আছে, দৈৱজ্ঞৰ গণনাত পোৱা গ'ল, গাভৰু খাঁৰ হাতত আহোমৰ ঘাটি হ'ব লাগে। সেইমতে গাভৰু ভূঞাক যুঁজলৈ পঠোৱাত আহোমৰ ৰাজধানী বাদ দি গোটেই ৰাজ্য ল'লে। অৱশ্যে কোচ ৰাজবংশাৱলী আৰু আহোম বুৰঞ্জীত এই কথাৰ ফুট পোৱা নাযায়। চৰিতত হ'লে আৰু আছে, মাধৱ ৰংপুৰৰপৰা ঘূৰাৰ আগতে গাভৰু খাঁৰ যোগেদি শঙ্কৰদেৱে কামৰূপলৈ উঠি যোৱাৰ আয়োজন কৰে আৰু সেই কাৰ্য্যত নৰনাৰায়ণৰো কিছু যোগ আছিল।[১৭]

সি যিয়েই হওক, কেইবাটাও কাৰণত শঙ্কৰদেৱে আহোম ৰাজ্য এৰি কোচ ৰাজ্যলৈ যোৱাৰ মীমাংসা কৰে। প্ৰথম কথা হ'ল,

শঙ্কৰদেৱৰ কামৰূপ যাত্ৰাৰ কাৰণ

যদিও ৰামৰায়ৰ যোগেদি শঙ্কৰদেৱ আদিয়ে আহোম ৰজাৰপৰা মাটি-ভেঁটিৰ সহায় পাইছিল, শেহাস্তৰত ৰজাঘৰৰ সহানুভূতিৰ অভাৱ দিনে দিনে অনুভৱ কৰি আহিবলৈ ধৰিলে। দিনে-ৰাতিয়ে নাম-কীৰ্ত্তন আৰু ধৰ্ম্ম-চৰ্চ্চা কৰি থকা শঙ্কৰ-মাধৱ আদি ভূঞাক হাতী ধৰা কামত লগোৱাত, আৰু তাতকৈও, তাৰ পিছত হাতী ধৰা কথাতে লাগি মাধৱ আৰু হৰি জেঁৱাইক ধৰি নি প্ৰথমজনক প্ৰায় এবছৰ নজৰবন্দী কৰি ৰখা আৰু দ্বিতীয়জনক চাণ্ডালৰ হতুৱা কটাত গুৰুজনাৰ দুখ কুলায়-পাচিয়ে মধৰা

হৈছিল। দ্বিতীয়তে, কাশীত থাকি ব্ৰহ্মানন্দ সন্ন্যাসীৰ ওচৰত শিক্ষা লাভ কৰা নৰনাৰায়ণৰ পাণ্ডিত্য আৰু কাব্য-প্ৰীতিৰ কথা শুনি তেওঁৰপৰা পৃষ্ঠপোষকতা বা সহানুভূতি পাবৰ আশা গুৰুজনৰ অন্তৰত প্ৰবল হৈ উঠিছিল। 'গীত-কবিত্ব গুণ শুনিয়া ৰাজাৰ। তানে ৰাজ্যে যাইবে মন ভৈল শঙ্কৰৰ॥' তৃতীয়তে, নাম-ধৰ্ম্ম প্ৰচাৰৰপৰা স্বাৰ্থত আঘাত পৰা পুৰোহিত-শ্ৰেণীৰ আহুকাল পাই তেওঁ ভাবিছিল, পাণ্ডিত্যৰ আৰু কবিত্বৰ গুণ-গ্ৰাহী নৰনাৰায়ণৰ ৰাজ্যত তেনে আমনি আৰু সহ্য কৰিব নালাগিব। চতুৰ্থতে, হৰি ভূঞাৰাইক একেটা অপৰাধতে আহোম ৰজাই কটোৱালে; আগতে ভূঞাসকলক থানৰপৰা স্থানান্তৰিত কৰি, নানা লটি-ঘটি কৰিছিল। আহোম ৰজাৰ বিশেষ অনুগ্ৰহ পোৱা ৰামৰায়কো হঠাতে এবাৰ ৰাজচ'ৰালৈ মতাই নি হঠাতে অব্যাহতি দিয়া হৈছিল। আন ফালে, প্ৰতাপৰায়, গাভৰু খাঁ আদি ভূঞাসকলে নৰনাৰায়ণৰ পক্ষ লোৱাত তেওঁলোকক সেনাপতিৰ নিচিনা বিশ্বাসযোগ্য পদবী দিয়া হৈছিল। এই ভূঞাসকলৰ যোগেদি শঙ্কৰদেৱে পণ্ডিত ৰজা মল্লদেৱৰ অনুগ্ৰহ লাভৰ আশা কৰিছিল। পঞ্চমতে, কামৰূপত ভক্তি প্ৰচাৰ কৰিবৰ অভিলাষো শঙ্কৰৰ বেহাৰ-যাত্ৰাৰ এটা ঘাই কাৰণ। 'ভক্তি প্ৰকাশিতে আছে কামৰূপে মন।' ষষ্ঠতে নৰনাৰায়ণে গোহাঁইকমল আলি ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে পূৱলৈ বঢ়াই নিয়া দেখি সকলোৱে কোচ-আহোমৰ যুদ্ধ অনিবাৰ্য্য বুলি ভাবিছিল। তাতে আকৌ নাৰায়ণপুৰতে হ'ল আহোম ৰজাৰ এটা ঘাই ৰণ-কুঠি।

ৰৰদোৱা চৰিতৰপৰা বুজা যায়, আহোম ৰজাঘৰে এই শেষ সময়তো শঙ্কৰক ধৰাই নিবলৈ দূত পঠাইছিল। 'আটাইবোৰ নাও বোজাই কৰি উজাই যাবলৈ প্ৰস্তুত হৈছে; এনে সময়তে দৈব-বাণী হৈছে—শঙ্কৰ তুমি ভটীয়াই যোৱা, উজাই নেযাবা। দুইজন মহাপুৰুষে এই বাক্য শুনি দিনৰ বেলা নাও উজাই ৰাত্ৰি যোগে ভাটী মুখে নাও মেলি দিলে।'

চুক্লেনমুং গড়গঞা ৰজাৰ দিনত ১৪৬৮-৬৯ (লাক্লি খুতচিকংচেও) শকত আৰু চুখাম্‌ফা খোৰা ৰজাৰ দিনত ১৪৮২ (লাক্লি কাপচিজ্ঞা) শকত আৰু ১৪৮৫ (লাক্লি মুংৰাও) শকত আহোম আৰু কোচৰ যুদ্ধ হয়। ১৪৬৮-৬৯ শকৰ যুদ্ধত পোনতে কোচৰ জয় হৈছিল যদিও পিছলা-পাৰৰ গড়ৰ যুদ্ধত তেওঁলোক অতি বেয়াকৈ পৰাজিত হৈ ছেদেলি-ভেদেলি হৈ পলায়। ১৪৮২ শকত প্ৰতাপৰায়ৰ নাতিয়েক আৰু শালু (বা আলুয়া) ভূঞা লগ লাগি দিখৌমুখলৈকে আগ বাঢ়ে আৰু কেইবাখনো যুদ্ধত জিকে। ১৪৮৫ শকত নৰনাৰায়ণ-চিলাৰায়ৰ পৰাক্ৰম সহ্য কৰিব নোৱাৰি খোৰা ৰজা পলাই কামৰূপৰ নগা-পৰ্ব্বতৰ চৰাই-খোৰোং পালেগৈ আৰু সোন্দৰ গোহাঁই আদি কেইবাজনো অভিজাত লোকক কোচ কাৰেঙলৈ ওল পঠিয়াই আৰু বহুত কৰ-কাটল দি সন্ধি স্থাপন কৰিলে।[১৮]

কোচৰ আহোম ৰাজ্য-আক্ৰমণ

শঙ্কৰদেৱে 'অসম ৰাজ্যৰ বিষম কথা' দেখি আৰু আনফালে নৰনাৰায়ণৰ কীৰ্ত্তি শুনাৰেপৰা কামৰূপলৈ ভৰি দাঙি আছিল পাটত উঠাৰেপৰা নৰনাৰায়ণে পিতৃৰ প্ৰতিজ্ঞা ৰাখিবলৈ আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ থিৰা কৰি আছিল আৰু সম্ভৱতঃ তাৰ লগে লগেই 'পশু কুঠাৰক লাগি' গোহাঁইকমল আলি বন্ধোৱাৰ আয়োজনত লাগিছিল। ৰামচৰণ আৰু ভূষণ দ্বিজৰ চৰিতৰপৰা অনুমান হয়, গাভৰু খাঁৰ অসম-আক্ৰমণৰ সময়ত, ৰামানন্দ চৰিতমতে গাভৰু খাঁ সলাগড়লৈকে আগ বঢ়া সময়ত, দৈত্যাৰি ঠাকুৰৰ মতে নৰনাৰায়ণে অসমৰ যুদ্ধলৈ ওলাই অহাৰ বেলিকা, শ্ৰীশঙ্কৰ-মাধৱ আদিয়ে বেলগুৰি এৰে। মুঠতে বুৰঞ্জীৰ বিচাৰত, এফালে ১৪৫৬ শক আৰু আনফালে ১৪৬৮ শকৰ ভিতৰতে, আহোম আৰু নৰনাৰায়ণৰ সৈন্যৰ যুদ্ধ হোৱাৰ আগে আগে, ইয়াৰ ভিতৰতে গুৰুজনাই বেলগুৰি-ধুঁৱাহাটা পৰিত্যাগ কৰা যেন লাগে। গুৰুচৰিতসমূহৰ

শঙ্কৰদেৱৰ আহোম ৰাজ্য ত্যাগ

কালৰপৰা চালেও অন্ততঃ ৮৭ বছৰ বয়স অৰ্থাৎ ১৪৫৮ শকৰপৰা ( বেজবৰুৱাৰ মতে গাংমৌত ৭½ আৰু ধুঁৱাহাটাত ১৮ বছৰ ধৰিলে ) প্ৰায় ৯৪।৯৫ বছৰ বয়স অৰ্থাৎ ১৪৬৫-৬৬ শকৰ ভিতৰত গুৰুজনাই কামৰূপলৈ নাও মেলে। ৰামচৰণৰ চৰিতত শঙ্কৰদেৱে ঠাকুৰ আতা ভৱানন্দৰ আগত কৈছে—

ধুঞাহাটা বিলাতে আমি আছো মহাসুখে।
শুনিলোহো পাছে এক মনুষ্যৰ মুখে॥
লোহিতৰ সিপাৰত ডাক দিয়া কৈল।
কোচ-মাৰ্গা ভৈল হেৰা সাক্ষাতে কহিল॥

বুজিব পাৰি, 'কোচৰ আক্ৰমণ আৰম্ভ হৈছে'—কাৰবাৰপৰা এইদৰে শুনিয়ে ভক্তসকল সমে শঙ্কৰদেৱে ধুঁৱাহাটা এৰে। এনে হ'ব পাৰে, আগতে গাভৰু খাঁৰ কামৰূপলৈ যাবৰ অভিপ্ৰায় জনোৱাত তেওঁ নিজে বা নৰনাৰায়ণৰ লগত পৰামৰ্শ কৰি, কোচ বাহিনী বা গাভৰু খাঁৰ কোনো অগ্ৰবাহিনীয়ে নাৰায়ণপুৰ আক্ৰমণ কৰিলেই, শঙ্কৰদেৱক ঘৰ-দুৱাৰ তুলি নিবলৈ আগতে সঙ্কেত দি থৈছিল। অনুমান হয়, গোহাঁইকমলে আলি বন্ধোৱাৰ লগে লগেই নৰনাৰায়ণৰ সৈন্যই সোণকোষৰ পাৰ, টামটুমনি, বৌটাবৰি, ভ্ৰমৰাকুণ্ড, শিঙৰি, ভৰলীপাৰ আদি ঠায়ে ঠায়ে তামীঘৰা বা তম্বু তৰি ভোজভাত, উছৱ আদি পাতি বৈ বৈ পূৱ অভিমুখে আগ বাঢ়িছিল। দিকৰাই-পাৰত দুৱাৰ আৰু খৰঙ্গি অঞ্চলত কলিয়াবৰৰ নামে আৰু সলাত যুদ্ধ হয়। সলাৰ যুদ্ধৰ সময় '১৪৬৮ শক মাঘ মাস।' ১৪৬৭ শকৰ আৰম্ভতে কোচে নাৰায়ণপুৰত কোঁঠ মাৰি পিছলাৰ আহোম গড় আক্ৰমণ কৰে, কিন্তু যুদ্ধ হ'লত বেয়াকৈ হাৰে। এই ঘটনাৰ আগতে গোহাঁইকমল আলি বান্ধোতে এবছৰ লাগিছিল; সোণকোষৰ পাৰত দেওধাই তুলি কছাৰী নাচ কৰাওঁতে, ভ্ৰমৰাকুণ্ডত পৰম দুৰ্জয় গড় বান্ধি নলখামাৰ নে নীলখামাৰ দেৱীৰ থান পাতোঁতেও যথেষ্ট সময় লাগিছিল। গতিকে অনুমান হয়, ১৪৬৮

শকৰ বহুত দিনৰ আগতে, সম্ভৱতঃ ( বেজবৰুৱাৰ লেখ ধৰিলে ) ১৪৬৫ শকমানত গুৰুজনা ধুঁৱাহাটাৰপৰা আঁতৰে।[১১]

পত্নীপ্ৰসাদ, কালিদমন, ৰাস, ৰুক্মিণীহৰণ, পাৰিজাতহৰণ আৰু সীতা-স্বয়ম্বৰ, গুৰুজনাৰ এই ছখনি নাট পোৱা গৈছে আৰু ছপা হৈও ওলাইছে। ইয়াৰ ভিতৰত পত্নীপ্ৰসাদ অঙ্কখনি আন পাঁচ-

পত্নীপ্ৰসাদ নাট

খনিৰ দৰে পূৰ্ণাঙ্গ বা পূৰঠ নহয়। গতিকে পত্নী-প্ৰসাদ ছওখনিৰ ভিতৰত প্ৰথম নাট বুলি অনুমান কৰিব পাৰি। এই নাটখনিৰ বিষয়-বস্তুৰ বাছনিও মন কৰিব লগীয়া ভোকত আতুৰ গৰখীয়া কৃষ্ণক যজ্ঞৰ দ্ৰব্য দিবলৈ অস্বীকাৰ কৰা মিশ্ৰ, ভাৰতী, কন্দলি আদি বিপ্ৰৰ পত্নীসকলে গৈ প্ৰসাদ দিয়া কথাটো ধুঁৱাহাটাৰ ভক্তি-বিৰোধী ব্ৰাহ্মণ পণ্ডিত শ্ৰীধৰ ভট্টাচাৰ্য্য, কবিৰাজ মিশ্ৰ, ৰামনাচাৰ্য্য, ৰত্নাকৰ কন্দলি আদিৰ প্ৰতি কটাক্ষ-পাত যেন লাগে। সম্ভৱতঃ এই ব্ৰাহ্মণসকলৰ লগত বাদ-প্ৰতিবাদৰ উষ্ণতাৰ মাজতে গুৰুজনে এই প্ৰথম প্ৰচাৰপৰ অঙ্কখনি ৰচনা কৰে। বেজ-বৰুৱাই পত্নীপ্ৰসাদ আদি কেয়োখন নাট পাটবাউসীত লিখা বুলি কৈছে যদিও, সি সত্য যেন নালাগে। ৰামচৰণ আৰু কথাচৰিতে স্পষ্ট ইঙ্গিত দিছে, গুৰুজনাই অসম ৰাজ্য এৰি বৰপেটা পাই চুণপোৰাত থাকোঁতেই পত্নীপ্ৰসাদ নাচ পাতিছিল। তাৰ আগতে নিশ্চয় নাটখনি ৰচিত হৈছিল। কলিকতা বিশ্ববিদ্যালয়ৰ অম্বিকানাথ বৰাই সত্ৰাদিত প্ৰচলিত মতৰ ওপৰত নিৰ্ভৰ কৰি কৈছে, গুৰুজনে পোনতে সংস্কৃত ৰূপকৰ আৰ্হিৰে কেইবাখনিও নাট লিখি সমাদৰ নাপাইছিল আৰু ১৪৪৮ শকমানত এই পত্নীপ্ৰসাদ অঙ্কখনি ৰচনা কৰে।

ধুঁৱাহাটা এৰি থৈ গুৰু আৰু ভক্তসকল নাৱেৰে কলকাটী বা

কামৰূপ ৰাজ্যৰ পথত

কলাকটা নৈ, সাধনাৰ ঘাট, খাগৰিকটা ( খাগৰিজান—নগাওঁ ? ) আৰু কলিয়াবৰেদি, শিঙৰি আৰু বৰদোৱাৰ মাজে লুইতেদি, ৰৰ কুৱাৰ গাওঁ, বনভাগ, বৰভাগ এৰাই বৰপেটাৰ কালে আগ বাঢ়িল। কেঁজি

ৰিলাতৰ কপলা বিলৰ পাৰত কপলাবৰিত ছমাহ সত্ৰ-সভা পাতি ৰৈছিল। 'পাচে ঠাই খৰাং, হাবি-কাঠৰ দুখ, তেল-টেঙাৰো ঠেক পাই, জৰে-খৰে ধৰি মাৰে, শিশু যুবা বৃদ্ধ ছয় কুৰি ভক্ত চলিল, চোট আতাৰ মাতৃ, সৰ্ব্বজয় আতৈও চলিল ( কতোসৰে কয় চোট আতাৰ মাতৃ টান, লৈ গৈছে নৌকা তুলি, চৰাবৰি বালাতে চলিছে )। এই 'কৰাকুচি কপলা' বা 'কাপালাৰ বড়ি'ৰ কথা বেজবৰুৱাই লিখিছে, 'তেওঁলোক বৌৰৱা সুঁতিৰ মুখ পাই তাতে ৰ'ল। ইয়াৰ পিছত চাউলখোৱা নৈ পাই, সেই সুঁতিয়েদি গৈ টপাবৰি নামে ঠাইত বহা-ঘৰ আদি সজাই বাস কৰি নাম-ধৰ্ম্ম প্ৰচাৰ কৰি ৰ'ল।' ইয়াত সকলোৱে জ্বৰ-নৰিয়া হৈ কতোজনৰ মৃত্যু, কতোৰ চুলি সৰা দেখি গুৰুজনে কৈছিল, 'দেখিছোঁ এই ঠাই টপাবৰি নহয়, টপলাৰ বাৰীহে, এতেকে আমি শীঘ্ৰে ইয়াৰপৰা যাব লাগে।' কপলাবৰিতে মনোৰমা আইৰ দহা-কৰ্ম্ম আদি সম্পন্ন কৰি বুঢ়ীলুইতে ভটীয়াই সুন্দৰীগাওঁ পাইছিলগৈ; কিন্তু তাত গুৰু-জনা নৰ'ল। তাৰোপৰা ভটীয়াই চিৰলিয়া মুখৰ ৰাৰাদি পায়গৈ। ইয়াতে মনোৰমা আইৰ মাহেকীয়া শ্ৰাদ্ধৰ সময় ওচৰ চপা দেখি ৰামদাসৰ বৈনাইৰে মাধৱদেৱ চকিয়া মাজি নামে এজন সজ লোকৰ ঘৰত ( বেজবৰুৱাৰ মতে, বুঢ়াদলৈ নামে এজনৰ নতুন ঘৰ পাই ) ৰ'ল। ইয়াৰ পিছত গুৰুজনা সদলে চৰ্পটেশ্বৰ গাওঁ বা চপৰা পাইছিলগৈ; কিন্তু তেৰা তাতো নৰ'ল। কথা-চৰিতত আছে, ইয়াতে দলৰপৰা এৰাই কেইজনমান ভকত ৰ'ল আৰু তেওঁ-লোকৰ মাজৰপৰাই চপৰা পৰগণাৰ চৌধাৰীসকল হ'ল। গুৰু গইজানে বা গয়াজানে উজাই বৰপেটা বিলৰ পাৰৰ পালেংদি বৰি পালেগৈ আৰু তাতে খাৰে-পানীয়ে-মাছে সুচল এডোখৰ ঠাই উলিয়াই বহা সাজিলে। তাৰে এজোপা বৰ পাৰলি গছত চৰায়ে লাদি বগাকৈ থোৱা কাৰণে আৰু ভাটীকালে চম্বাৰ-হীৰাৰ ঘৰ আছিল বাবে ঠাইডোখৰৰ নাম হ'ল চুণপৰা বা চুণপোৱা।[২০]

# চতুৰ্থ খণ্ড

## কোচ ৰাজ্যত শ্ৰীমন্ত শঙ্কৰ

স্থায়ীভাৱে বসতি কৰিবৰ মনেৰে শঙ্কৰদেৱে চুণপৰাত সকলো-টিৰে কাৰণে বহা সজোৱাৰ আয়োজন কৰিলে। ইয়াতে তেওঁৰ মাধৱৰ সমানে প্ৰিয় এজন ভক্ত লাভ হয়। তেওঁৰ আচল নাম আছিল ভৱানন্দ সাউদ। আনৰ মুখে গুৰুজনাৰ নাম-যশস্যা শুনি বিচাৰি আহি বহা সাজিবলৈ বুলি খাগৰি কটা ভকতৰ মুখে গুৰুজনাৰ গীত শুনি সাউদ শঙ্কৰদেৱৰ কাষ চাপে আৰু শিষ্য হয়। তেওঁক গুৰুৱে নাৰায়ণ নাম দিয়ে আৰু সাউদ পিছলৈ নাৰায়ণ ঠাকুৰ বা ঠাকুৰ আতা নামে জনাজাত হয়।

চুণপোৰা পাগেং-দিত শঙ্কৰদেৱ

'গুৱাহাটীৰ উত্তৰ পাৰে দুই পৰ্ব্বতৰ মাজে মালৌ বোলে, তাতে ঠাকুৰ আতাৰ জন্মভূমি।' 'সুৱায়িৰ পুত্ৰ সাগৰ, তেওঁৰ পুত্ৰৰ নাম যশধৰ, তেওঁৰ পুত্ৰ জগধৰ; তেওঁৰ পুত্ৰ ধৰ্ম্ম; ধৰ্ম্মৰ পুত্ৰ ভৱানন্দ।' ১৪১৭ শকত ভৱানন্দৰ জন্ম হয়। ষোল বছৰ বয়সত ভৱানন্দৰ পিতৃ ঢুকায়। গুৱাহাটীৰ নামে বৰভূঁইলৈ যাওঁ বুলি দদায়েক চৈতন্যেৰে বজাঘৰীয়া চকিয়ালৰ ভয়ত ভাদ-মহীয়া নিশা নাও ভৰা দি লুইত পাৰ হওঁতে লাহ-বিলাহ নামে পাকত নাও বুৰি কোনোমতেহে দুয়োটি প্ৰাণী প্ৰাণ লৈ পাৰত উঠিলহি। ইফাল-সিফাল কৰি দুয়ো আকৌ উত্তৰলৈ গৈ ডিক্সা নগৰৰ উত্তৰে 'কামৰূপ আৰু গোৱালপাৰা জিলাৰ সীমনাত' 'মন্নবড়ী সত্ৰৰ পশ্চিমে মনাহ আৰু চাউলখোৱা নদীৰ মিলন স্থলত' মামানগৰৰ হালধা বা হালধীয়া গাৱঁত ৰ'ল।[১] অলপ-অচৰপকৈ আৰম্ভ কৰি ভৱানন্দ ডাঙৰ বেপাৰী হ'ল আৰু সেই

নাৰায়ণ ঠাকুৰ



চূণপোৰা ভিটাৰ বৰ্ত্তমান কীৰ্ত্তন-ঘৰ



বৰপেটা সত্ৰৰ পকী নাদ



ভাওনাৰ মুখা

চাইৰে একনী কলিতা ছোৱালীও বিয়া কৰিলে। নিজকে 'বজাৰ জোমাই', 'বজাৰ জোঁৱাই' বা 'গোপাল কোঁৱৰ' বুলি চিনাকি দি দান, হাট আৰু ফাট, এই তিনিবিধ বেপাৰীয়ে দিব লগা বজাঘৰীয়া কৰ নিদিয়াকৈ ডিঙাৰ বজাৰ নগৰত আৰু বাহিৰত নাও-বেহা কৰি ফুৰে। শেষত বজাৰ ওচৰত হাজিৰ হৈ নিজ দোষ স্বীকাৰ কৰি বজাৰপৰা বৰ সদাগৰীৰ ছনদ পাই ভৱানন্দ উঠি বহিল। এই সময়তে উজানৰপৰা নকৈ অহা শঙ্কৰ গুৰুৰ নাম-ধৰ্ম্মৰ কথা কামৰূপৰ ফালে ওলাবলৈ ধৰিছে। ইফালে ওচৰ-চুবুৰীয়া মানুহৰ হেঁচাত পৰি ভৱানন্দই 'যোল নাম' ল'বৰ আয়োজন কৰিছিল; ইতিমধ্যে শঙ্কৰৰ ওচৰত ধৰ্ম্ম লোৱা ভাস্কৰ বিপ্ৰক সোণকোষ নৈৰ পাৰৰ সণ্ঢৰা বিলাতত লগ পায়। ভাস্কৰে বৰ সাউদক শ্ৰীশঙ্কৰ ধুৱাহাটাত থকাৰ বাতৰি আৰু 'ব্যাভিচাৰী' ধৰ্ম্মলৈ হাউচ্ এৰি তেৰাত শৰণ ল'বলৈ দৃঢ় উপদেশ দিয়ে। ভৱানন্দই বৰনগৰলৈ গৈ তাৰপৰা হালধীয়ালৈ ভটীয়াই আহি বণিজ্জৈ সৈতে মহাকালী-নামক গুৰিয়াল কৰি উজনিলৈ ডিঙৰা মেলি দিওঁতেই বাৰাদিৰ ওচৰত তিনিখন নাৱত থকা লোকে হৰি-কিঙ্কৰ শঙ্কৰৰ ভণিতা লগা গীত গোৱা শুনি গইজানে সোমাই চুণ-পৰা গছৰ তলত গুৰুজনাক সাক্ষাৎ কৰিলেগৈ। এই মিলনেই আচম্বিতে প্ৰাণৰ মিলন হ'ল। গুৰুৱে ভৱানন্দৰ আগৰ মোট সলাই ভকত কৰি নাৰায়ণ নাম দিলে। এই সময়ত ভৱানন্দ ডেকা; মাধৱদেৱেও আহোম-ৰাজ্যত প্ৰাণ-সখি হৰিক হেৰুৱাই কামৰূপত নাৰায়ণক পাই আহ্লাদ লাভ কৰিলে। ধৰ্ম্ম-গ্ৰহণৰ সময়ত ভৱানন্দৰ সদাগৰৰ ঘৰ 'বগৰীবাড়ী মৌজাৰ হালধীয়া'ত আছিল। পিছে, গুৰুজনৰ সঙ্গত প্ৰায় থাকিব লগীয়া হোৱাত, অহা-যোৱাৰ অসুবিধাৰ বাবে সেই ঠাই এৰি ক্ৰমে ৰূপসী মৌজাৰ মধ্যে আৰু জনীয়া সত্ৰ স্থাপন কৰি বাস কৰে।

মনোৰমা আইৰ শ্ৰাদ্ধ উপলক্ষে চুণপৰাত নামকীৰ্ত্তন, নটুৱাৰ

'পত্নীপ্ৰসাদ' নাচ-যাত্ৰা মহা সমাৰোহেৰে সমাপন হ'ল। মাটি-ভেঁটি কাটি ভকতৰ ঘৰ বন্দোবস্ত হ'ল। নাৰায়ণ ঠাকুৰে গুৰুজনাৰ বিদায় লৈ ৰৰদোৱা চৰিতমতে 'গুণমালা' বা ৰামচৰণৰ মতে 'ভক্তি-প্ৰদীপ' পুথি লৈ ঘৰলৈ গ'ল আৰু সেই পুথিকে গুৰু-সাক্ষী কৰি ঘৰৰ ঘৈণীয়াহীকে ভক্তি-ধৰ্ম্মত শৰণ দিলে। কথাচৰিতত আছে, ঠাকুৰ আতাৰ পৰিয়ালে গুৰুজনাৰ ওচৰতে শৰণ লয়হি।

ঠাকুৰ আতাৰ মুখে বাৰ্ত্তা লৈ গুৰুজনে দুই এজন সজ লোক গোটাই ভকত কৰিছিল। এদিনা ৰৰনদী আৰু কমতাৰ মাজত বিশিষ্ট লোক, জয়ন্তী গাঁৱৰ মাধৱৰ কথা শুনাল, তেওঁক আনি ধৰ্ম্ম দিয়াত উত্তম ভক্ত হৈ পৰিল।

জয়ন্তীৰ মাধৱ

আন এদিনাখন পীতাম্বৰ নামে এজন স্থানীয় কবিৰ দশম স্কন্ধ ভাগৱতৰ পদৰ কথা শুনাল। কিন্তু, যেতিয়া নাৰায়ণে পীতাম্বৰৰ পদ আওৰাওঁতে পালেগৈ, "বিলাপ কৰিয়া কান্দে দেৱী ৰুকমিণী। কোন অঙ্গে খুন দেখি নাইলা যদুমণি॥" গুৰুজনে বোলে, "সি শাক্ত কামসিক ( কাম-ৰসিক ), তাৰ কথা নক'বাঁ।" পীতাম্বৰে ভাগৱতৰ "দৃষ্ট্বা কিঞ্চিজ্জুগুপ্সিতম্" কথাষাৰত বঞ্চন দি কৰিছে, "কোন অঙ্গে খুন দেখি।" ভক্ত কবি অনন্ত কন্দলিয়ে অনুবাদ কৰিছে—"মই পাপিষ্ঠীত কিবা দেখিয়া কুনয়।" মনদিয়া নামে ঠাইত ঠাকুৰ আতাই ঘৰ কৰি আছিল, প্ৰতি দিনে তেওঁ মনদিয়াৰ-পৰা বাৰাদিত থকা মাধৱৰ ওচৰলৈ আহি তাৰপৰা দুয়ো একেলগ হৈ শঙ্কৰদেৱৰ থানলৈ আহি গুৰু-সেৱা কৰেহি। এদিন মনদিয়া হাটৰ ওচৰত ঠাকুৰ আতাই দেৱী-ভক্ত গোবিন্দ গৰমালিক পাই আনি গুৰুজনত শৰণ দিয়ায়হি।

গোবিন্দ গৰমালি

শঙ্কৰদেৱ চুণপৰাত থাকোঁতেই তাঁতীকুচি আদি নানা ঠাইৰপৰা অনেক লোক আহি শ্ৰীশঙ্কৰী ধৰ্ম্ম গ্ৰহণ কৰে। বুঢ়া গোপাল নামে সজ লোক এজনেও ইয়াতে শঙ্কৰদেৱৰ শৰণ লয়।

বুঢ়া গোপাল

ৰামচৰণৰ মতে গুৰুজন চুণপৰা-'পালঙ্গিত আছিলন্ত ছয়মাস মাত্ৰ।' কিন্তু দৈত্যাদিয়ে কয়, 'বৎসৰেক মাত্ৰ পালঙ্গিত আছিলন্ত।' তাৰপৰা গৈ গণককুচি বা গণক-পাৰাত তিনিমাহমান ৰ'ল আৰু তাৰপৰা কুমাৰ-কুছিলৈ যাবৰ বেলিকা ঘৰ-দুৱাৰবোৰ মাধৱক চম্‌জাই দিলে। অন্যমতে গুৰুজনাৰ চুণপোৰাত ছমাহ আৰু কুমাৰকুছিলৈ গৈ তাত থকাৰ প্ৰায় এবছৰ সময় মাধৱে বাৰাদিত থাকি তাৰপৰা গুৰুজনাৰ ওচৰলৈ অহা-যোৱা কৰিছিল। পিছে ৰৰপেটা বিলৰ নেজেদি পাক মাৰোঁতে বেলি হয় দেখি ওচৰৰ দীঘলা কাথৰ ঘৰলৈ আহিল আৰু এজন গণকৰ বাৰীত ঘৰ-দুৱাৰ কৰি ঠাকুৰ আতাই মহাকালীৰামে সৈতে তাতে মাধৱ সখিক থ'লে। এই ঠায়েই হ'ল গণককুছি। মাধৱৰ বৈনাই ৰামদাস গণকপাড়াত থাকিলগৈ মাধৱৰ লগতে।

গণককুচিত শঙ্কৰদেৱ

কটকতলী নামে বিলৰ ওচৰত কুমাৰকুচি বা কুমাৰপাৰাত গুৰুজন ভকতসমে হাটী-ঘৰ আদি কৰি এবছৰ থাকিল। কিন্তু সেই ঠাইলৈ যোৱাৰ পিছতে মুমলী কল্মিণী আইদেও ঢুকাল দেখি তাত থাকি শঙ্কৰৰ মনত সদায় অসুখ লাগিবলৈ ধৰিলে। আনো অসুবিধাৰ বাবে ইয়াৰ পিছতে সকলো ভকত পাটবাউসীলৈ উঠি গ'ল। ন-খনাৰ পাৰৰ কুমাৰকুছি থানৰ মেধিসকল বনগঞাগিৰীৰ বংশধৰ। একমাত্ৰ ৰামানন্দই লিখিছে, এই সময়তে মাধৱদেৱ ৰামৰাম গুৰুৰে গঙ্গাত মাতৃৰ অস্থি লগাবলৈ যায় আৰু ত'ৰপৰা ঘূৰোঁতে বাটত বাওকাত ককায়েক ৰূপচন্দ্ৰগিৰীৰ ঘৰত সোমাই আছে।

কুমাৰকুচিত শঙ্কৰদেৱ

মাধৱদেৱৰ বাওকা-যাত্ৰা

জগন্নাথলৈ যাওঁতে বাটতে এটি গীত লিখিলে, "দেখু দেখু আৱত বধূ বণ জিনা," আৰু ৰূপচন্দ্ৰই শিৱ-চতুৰ্দ্দশীৰ পূজা কৰিবলৈ ওলোৱা দেখি "মই সেৱোঁ ৰাম-চৰণ দুজা। কৈছে

কৰু আৰৰ পূজা ॥”—এই দেৱান্তৰ-পূজা-নিৱাৰণী গীতটি ৰচনা কৰিলে।

কুমাৰকুছিৰপৰা আহি দক্ষিণলৈ পাটবাউসীত ধেনুখন্দা বিলৰ ওচৰত ৰৰলচোং নামে ঠাঁবি ভঙাই গুৰুজনে নামঘৰ, ভকতৰ হাটী আদি সজালে। ১৪৬৫ শকত আহোম-ৰাজ্য ত্যাগ কৰা বুলি ধৰিলে, আৰু কপলাত ছমাহ, চুণপৰা পালংদিত এবছৰ (দৈত্যাৰিৰ মত ৰাখি), কুমাৰকুছিত এবছৰ, গণককুছিত তিনি মাহ আৰু বাটত খৰচ হোৱা সময় ধৰি ১৪৬৮ শকমানত গুৰুজনা পাটবাউসীত থিত লয়হি বুলি ক'ব পাৰি। পাটবাউসীত গুৰুজনা মুঠ চৈধ্য বছৰ আছিল বুলি চৰিতত আছে। তেওঁ জীৱনৰ ঘাই কৰ্ম্মখিনি ইয়াতে সম্পাদন কৰে বুলি ক'ব পাৰি। ইখনে-সিখনে অমিল চৰিতৰ-পৰা এই কালডোখৰৰ কাৰ্য্যাৱলীৰ ক্ৰম নিৰ্ণয় কৰা সম্ভৱ নহয়। অৱশ্যে পাটবাউসীত থকাৰ প্ৰথম ভাগতে শঙ্কৰ-মাধৱ আদি এবাৰ শ্ৰীক্ষেত্ৰলৈ যোৱা বুলি ধৰিব পাৰি; বোধ হয়, পাটবাউসীত থিত দিয়াৰ পিছতেই তীৰ্থ-যাত্ৰা সমাপন হয়। তীৰ্থ-ভ্ৰমণৰ আগতে ৰামৰায় আতাৰ জীয়েক কমলপ্ৰিয়া বা ভুৱনেশ্বৰীক বীৰ চিলাৰায়ে বিয়া কৰায় আৰু শ্ৰীক্ষেত্ৰৰপৰা ঘূৰাৰ কিছু দিনৰ পিছতে গুৰুজনাই বেহাৰৰ ৰাজ-সভাত দেখা দিব লগীয়া হয়। ১৪৭৫ শকত কালাপাহাৰ কামৰূপৰ ওপৰেদি ধুমুহাৰ দৰে এবাৰ আহি পুনৰ ঘূৰি যায়। কালাপাহাৰৰ এই অভিযানৰ কথাৰে “ছাসি সভাসদ কৰু বহু থিৰ” আদি ভটিমাটি ৰচনা কৰি নৰ-নাৰায়ণৰ সভাত গাইছিল। অনুমান হয় কালাপাহাৰৰ আক্ৰমণৰ কথা সকলোৰে মনত নতুন হৈ থাকোঁতেই গীতটি ৰচনা কৰি এইদৰে গোৱা হয়। গতিকে ১৪৮০ শকমানতে গুৰুজনা ৰাজসভাত উপস্থিত হয় বুলি ধৰিব পাৰি।[২]

পাটবাউসীত শঙ্কৰদেৱ

চৰিতত আছে যে নৰনাৰায়ণ ৰজাৰ শনিৰ দশা পৰাত

পণ্ডিত দৈৱজ্ঞ ব্ৰাহ্মণসকলৰ পৰামৰ্শমতে পূজা-দান-হোম কৰাই বজাই ৰবজানৰ পাৰত ৰবনগৰ পাতি ৰ'লহি। নৰনাৰায়ণৰ 'শনিৰ দশা' কুন্ত আঢ়ৈ বছৰ থাকি গড়-প্ৰাঙ্কী কৰি ডিঙা নগৰলৈ গ'ল। ইয়াতো আঢ়ৈ বছৰ বৈ পুনৰ আঢ়ৈ বছৰ কাল বৈৰাগী বেশ ধৰি 'অচম ৰাজ্য'ত ফুৰিলে। অসম ৰাজ্যত 'শুকুলা হস্তী মাণিক ধাই' দেখি বেহাৰলৈ ঘূৰি গৈ অনেক চপাহী-লস্কৰ লৈ উত্তৰে নিজে থাকি দক্ষিণে চিলাৰাই আৰু বিৰাম কণ্ডীক ৰাখি অসম আক্ৰমণ কৰি ঘটুৱাই শুকুলা হাতী আৰু ধন্ই কাঢ়ি নিলে। তেতিয়াৰপৰাহে চিলাৰায়ৰ নাম-শুক্লধ্বজ হ'ল।[৩] আহোম বুৰঞ্জীমতে লাক্নি মুংৰাও অৰ্থাৎ ১৪৮৪ শকৰ মাঘত কোচ ৰজা লুইতে উজাই দিখৌমুখৰ পোনে লুইতৰ উত্তৰে ৰ'লহি। চুখাম্‌ফা খোৰা ৰজাই পোনতে যুদ্ধৰ আয়োজন কৰিছিল যদিও শেহত দুটা হাতী পঠিয়াই কোচেৰে মিত্ৰতা কৰে; কোচ ৰজায়ো হাতী এটা আৰু ঘোঁৰা চাৰিটা প্ৰীতি-উপহাৰ দিলে। পাছে, একে লাক্নিৰে অৰ্থাৎ ১৪৮৫ শকৰ জেঠত কোচ আকৌ যুঁজলৈ আগ বাঢ়ি দিহিঙত কোঠ দি ৰ'ল। দুই-এখন সৰু যুঁজত নিজ সৈন্য হৰা দেখি ৰজাদেও চৰাইখোৰোঙলৈ পলাই গ'ল। শাওণত ৰজাদেৱৰ ভায়েক চুগামকে (আনমতে, সুন্দৰ কোঁৱৰ) আদি কৰি সাতজন গোহাঁই ল'ৰাক ওল দিলত কোচ ৰজা উত্তৰ কূলত তিনিজন নিজৰ ৰাজখোৱা পাতি ভটীয়াই গ'ল।[৪] চৰিতৰ মতে ছাৰে সাত বছৰ (অদঠ বৰ্ষ) নৰনাৰায়ণৰ ৰাশিত শনিৰ দশা আছিল; এই কেইবছৰ ঐদহে-বৈদহে কটোৱাৰ পিছত তেওঁ অসম দেশ আক্ৰমণ কৰে। গতিকে ১৪৭৭ শকত তেওঁ ৰবনগৰলৈ আহে বুলি ধৰিব পাৰি। সেয়ে সঁচা হ'লে, কমলপ্ৰিয়া আৰু চিলাৰায়ৰ বিয়া পাটবাউসীত গুৰুজনে ইতিমধ্যেই আঠ-ন বছৰ কটাইছিল। কথাচৰিতমতে, নৰনাৰায়ণ ডিঙা নগৰত থাকোঁতে অৰ্থাৎ ইয়াৰ আঢ়ৈ বছৰৰ পিছত ৰামৰায়ৰ জীয়েক

কমলপ্ৰিয়া বা ভুবনেশ্বৰীৰ অপৰূপ সৌন্দৰ্য্যত চিলাৰায় মুগ্ধ হৈ বিয়া কৰায়। 'সেই বিয়া যি ঠাইত হ'ল তাক এতিয়াও ৰামৰায় কুঠি বোলে। অদ্যাপি ইয়াত এক সত্ৰ আছে। আৰু এই সত্ৰ এতিয়াৰ গুৱালপাড়া জিলাৰ ধুব্ৰী পৰগণাত পৰিছে।' ৰামৰায় কুঠি বা ছত্ৰশাল বুলি এতিয়াও গোলকগঞ্জৰ তিনি মাইলমান আঁতৰত নিকৰ মাটিত খাত আছে। শঙ্কৰদেৱ আদিৰ এই বিয়াখনত প্ৰসন্ন মত নাছিল যদিও, বিয়াৰ পিছৰপৰা ভক্ত-সকলে কোচ ৰাজ্যত অলপ মুকলি অনুভৱ কৰিবলৈ ধৰিলে।

ধুঁৱাহাটাৰ দৰে পাটবাউসীতো হৰি-নাম-ৰসৰ প্ৰেম-অমৃতৰ নদী ব'বলৈ ধৰিলে। ভক্তৰ সংখ্যা বাৰিষাৰ লুইতৰ দৰে বাঢ়িল।

পাটবাউসীত ভক্তিৰ ঢল

ৰামচৰণে শঙ্কৰৰ লগত থকা ভক্তসকলৰ নাম দিছে—মাধৱদেৱ, নাৰায়ণ ঠাকুৰ, ৰামৰাম গুৰু, সৰ্ব্বজয়, পৰমানন্দ, উদাৰ গোবিন্দ, বলভদ্ৰ, বলৰাম, বৰ বা বুঢ়া গোবিন্দ, হৰি বিপ্ৰ, ভোবোৰা দামোদৰ, বলাই, হৰিধন, বুঢ়া দৈৱজ্ঞ, হৰিদাস বণিয়া, কেতাই খাঁ, ৰামৰায়, ৰতিকান্ত দলৈ। বেলগুৰিত মদন-গোপাল মূৰ্ত্তি সজা কাৰলা বাঢ়ৈ, ঠাকুৰ আতাৰ নাৱৰ গুৰিয়াল মহাকালীৰাম আৰু ব্যাস-কলাই দেউৰো চৰিতত উল্লেখ আছে। ভক্ত ব্যাসকলায়ে বসন্তৰ

ব্যাসকলাই

মুখত পৰা পুতেকৰ কাৰণে শিৱ বা শীতলাৰ পূজা কৰোৱাত গুৰুজনে তেওঁক বৰ্জ্জন কৰিছিল; আন কি, ব্যাসকলাইৰ কাৰণে তিনিকুৰি ৰূপ দিবলৈ ওলোৱাত নিজৰ ভায়েক ৰামৰায়কো ছমাহলৈ এৰি থৈছিল। 'শঙ্কৰদেৱৰ অব্যভিচাৰী এক-শৰণ ধৰ্ম্মৰ মুৰত আঘাত পৰাত তেওঁ ব্যভিচাৰীৰ প্ৰতি কেনে কঠোৰভাৱে শাসনদণ্ড হাতত লৈছিল, এই ঘটনাই তাৰ জাজ্জল্য উদাহৰণ।'

বৰদোৱাৰ ওচৰৰ নলচাৰপৰা আহি দামোদৰৰ ককাই-ভাই পাটবাউসীৰ বৰলচোঙত বসতি কৰে। চৰিতৰপৰা বুজা যায়,

ঘৰৰ্ত থাকোঁতে বোৱেক (বত্নাকৰৰ পত্নী) আৰু ছুই ভতিজা (বত্নাকৰৰ পুত্ৰ শ্ৰীকৃষ্ণ আৰু মুকুন্দ) বা তিনি বাঁবীৰ (মাক, বোৱেক আৰু বায়েক) বাহিৰে দামোদৰ কেও-কিছু নোহোৱা অৱস্থাত পৰে। নিজে কোৰ মাৰি চাৰিটি পেট

দামোদৰদেৱ

পুহিব লগীয়া হৈছিল। শঙ্কৰদেৱৰ থানত ৰামদাসে একাদশ ভাগৱত পাঠ কৰা শুনিবলৈ আহোঁতে দামোদৰ নামৰ অমিয়াত মুগ্ধ হয় আৰু শেহত শঙ্কৰদেৱৰ ওচৰত শৰণ লয়। ৰামানন্দ দ্বিজ আৰু কথাচৰিতমতে গুৰুজনাই দামোদৰক ৰামৰাম গুৰুৰ ওচৰ শৰণ দিয়ায়। কিন্তু দৈত্যাৰিৰ মতে দামোদৰ তেনে প্ৰস্তাৱত ৰাজী নহ'ল; ক'লে, "তোমাঠৈত বিনে গুৰু আন নমানিবোঁ।" কাৰণ,

যিটো দেৱ ভগৱন্ত নাই যাৰ আদি অন্ত
সেই তুমি জানিলো সাক্ষাৎ।
তুমি বিনে নাই আৰ কহিলোহো সাৰে সাৰ
লৈলো হেৰা শৰণ তোমাত॥

আৰু দেখুৱালে, "বিপ্ৰ ভট্টাচাৰ্য্য যত কন্দলি ব্ৰাহ্মণ। সিসবো তোমাত গুৰু লৈয়াছে শৰণ॥" ভক্তি-জ্ঞান ওপজাৰ পিছত উচ্চ-নীচ বা 'জাত'ৰ বিচাৰ নাথাকে—'নবাছে ভকতি জাতি-অজাতি'—এয়ে শঙ্কৰী ধৰ্ম্মৰ গণতান্ত্ৰিকতা।

কোনো দামোদৰ-চৰিতত আছে যে কছাৰীৰ উপদ্ৰৱত যেতিয়া শঙ্কৰদেৱে বৰদোৱা এৰিব খোজে, সেই সময়ত দামোদৰদেৱৰ মাতৃৰ বিয়োগ ঘটে।

পশ্চিমক আমি যাওঁ শঙ্কৰে জনাইলা।
আমিও যাইবো দামোদৰেও বুলিলা॥
ইঠাইত মাতৃ-কৰ্ম্ম কৰোঁ সমাপত। —ৰামৰায়

নীলকণ্ঠ দাসৰ দামোদৰ-চৰিতমতে নৰনাৰায়ণ-চিলাৰায়ে যেতিয়া গড়গাওঁ আক্ৰমণ কৰে (১৪৮৪-৮৫ শক), সেই সময়ত দামোদৰ বত্নাকৰ আহোমৰ হাতত বন্দী হয়। বন্দীশালৰপৰা

সাৰি সতানন্দেৰে লগ লাগি ঘৰৰ ঘৰোৱাহীৰে হাজোৰ ওচৰলৈ উঠি যায়। সতানন্দই শঙ্কৰদেৱৰ ৰৰপেটাত থকা শুনি দামোদৰক লৈ তাত দেখা কৰেগৈ। 'দামোদৰ শঙ্কৰ দুইৰো আত্মা-ভাব ভৈলা।' দামোদৰে গুৰুজনক কৈছিল, "ভক্তিবৃক্ষ গজিবাৰ তুমি নিজ ভূমি॥" এই চৰিতখনিতো ( পদ ২৬৫-৭৬ ) শঙ্কৰ-চৰিতবোৰৰ দৰে দামোদৰ আগৰ কালখিনি কোৰ মাৰি খেতি-খোলা কৰা আৰু পিছত গুৰুজনাৰ কথামতে ভাগৱত পাঠ কৰা কথাৰ বৰ্ণনা আছে। চৰিতখনিত আৰু আছে, গুৰুজনা তীৰ্থলৈ যাওঁতে দামোদৰক "গঙ্গা-স্নান কৰি আমি নাসিবো যাৱত। প্ৰসঙ্গ প্ৰবৰ্ত্তি তুমি পঢ়া ভাগৱত" বুলি গঙ্গা আৰু ওৰেষালৈ যাত্ৰা কৰে।

বজালীৰ মধ্যত বিজনকুচিত বৈকুণ্ঠনাথ নামে এজন সুপণ্ডিত কিন্তু মহাতান্ত্ৰিক আছিল। দামোদৰদেৱে শঙ্কৰদেৱৰ মুখে ধৰ্ম্ম লোৱা বুলি শুনি তেওঁ দামোদৰৰ লগত তৰ্ক কৰিবলৈ পাটবাউসীলৈ আহে; কিন্তু তৰ্কত ঘাটি দামোদৰদেৱৰ শৰণ লয়। এই বৈকুণ্ঠনাথেই কথা-গীতা, কথা-ভাগৱত, কথা-ভক্তিৰত্নাৱলী, কথা-সাত্বততন্ত্ৰ আৰু সংস্কৃতৰ ভক্তি-বিৱেক আদি ৰচোঁতা 'ভট্টদেৱ'—ভাগৱত ভট্টাচাৰ্য্য।

বৈকুণ্ঠনাথ ভট্টদেৱ

চিলি ( চিলা ) গ্ৰামৰ চক্ৰপাণি দ্বিজ ভট্টাচাৰ্য্যৰ 'বাংমাল' ৰোগ হওঁতে, আনমতে পুত্ৰৰ কুষ্ঠ ৰোগ হওঁতে, নাৰায়ণ ঠাকুৰৰ খুড়াক চৈতন্যই জাৰি-ফুকি ভাল কৰে। এই আপাহতে চক্ৰপাণিয়ে ষাঠিঘৰ যজমান এৰি শঙ্কৰৰ ধৰ্ম্ম ধৰিলে। চক্ৰপাণিৰ দুই পুত্ৰ—ৰাম আৰু বৈকুণ্ঠ। বৈকুণ্ঠৰ পুত্ৰ দ্বিজ ভূষণে গুৰুজনাৰ এখনি চৰিত ৰচনা কৰিছে। মনিয়ৰি গ্ৰামৰ হৰিদেৱ বিপ্ৰয়ো দামোদৰে শৰণ লোৱা শুনি গুৰুজনাত শৰণ লয়হি। উজানৰ মুৰাৰি গ্ৰামৰ হৰিহৰৰ মনত বৈৰাগ্য হোৱাত ভটীয়াই আহি বস্ত্ৰ গ্ৰহণ কৰি ভকত হৈছে। শঙ্কৰৰ ভক্তসকলৰ মাজত কেইবাজনো গোবিন্দ আছিল। দেৱীদাস নামে এজনে

চক্ৰপাণি দ্বিজ

ভক্তি-ধৰ্ম্ম গ্ৰহণ কৰি 'উদাৰ গোবিন্দ' নাম পালে। আন এজন গোবিন্দ নামৰ ব্ৰাহ্মণ ভকতে এদিন নাৱৰ টিঙত বহি মাটি-পানী লওঁতে টিংটো ভাগি থাকিল; পিছত মুখিলত তেওঁ নাও ভঙা নাই বুলি আসৈ নাচিছিল। পিছলৈ তেওঁৰ নাম হ'ল 'নাও ভঙা গোবিন্দ'। আন এজন গোবিন্দক এবাৰ ডাঁহী সাপে খুটিছিল; তেওঁ ৰাম-নাম লৈ বিষ গুচালে। গুৰুজনে বেজৰ কামত ৰাম-নামক লগোৱা দেখি বেজাৰ পাইছিল। সি যি হওক, সাপে খোৱাৰপৰা তেওঁৰ নাম হ'ল 'সাপে খোৱা গোবিন্দ'। শঙ্কৰদেৱৰ ভক্তসকলৰ ভিতৰত নিৰহ-নিপানী শ্ৰীৰাম আতা অন্যতম। ঠাকুৰ আতাই এওঁক বৰনগৰৰ শিমলীয়া বা শিমলুৱা গাঁৱৰপৰা আনে। এওঁ এবাতি গুৰুজনাৰ তাত ৰওঁতে গুৰে নিশা শঙ্কৰদেৱে মাত দিয়ে পতি সমিধান দিয়ে: তেওঁৰ হেনো সংসাৰ-চক্ৰত জীৱৰ নিকাৰ দেখি টোপনি নাহিছিল। গুৰুজনে এওঁক জীৱন্মুক্ত বুলি জ্ঞান কৰিছিল। নাৰায়ণ ঠাকুৰে সংগ্ৰহ কৰা কেইবাজনো উত্তম শঙ্কৰ-ভক্ত আছিল—ৰামপুৰীয়াৰ পুত্ৰ পৰমানন্দ, বিয়াহৰ পালি চোট বলোৰাম, শীৰা মড়লৰ পুতেক মাধৱ, গোপাল আৰু মুকুন্দ, জটীৰাম আতৈ আৰু গকুলচান্দ। ইয়াৰ বাহিৰেও তপাৰ বলৰাম, ব্ৰহ্মানন্দ বিপ্ৰ, মুৰাৰি বৰকোচ আদি নতুন ভক্তৰ নাম চৰিতত পোৱা যায়। শঙ্কৰ-ৰচিত হৰিশ্চন্দ্ৰ উপাখ্যানৰ পদ গাই গোপাল নামে এজন ভকতে ভিক্ষা খুজি মানুহৰপৰা বেছি ভিক্ষা পাইছিল। এইদৰে নানা শ্ৰেণীৰ লোক আহি ভক্তি-ধৰ্ম্মৰ শৰণ ল'লে, কিন্তু শঙ্কৰদেৱৰ আত্মীয় ৰতিকান্ত দলৈ যোগাভ্যাস কৰি ব্ৰহ্মজ্ঞানী হ'ল। অনেক প্ৰকাৰে যত্ন কৰি ব্ৰহ্মজ্ঞান একৰাৰ নোৱাৰি শঙ্কৰে তেওঁক এৰি দিলে। 'বোলন্ত আঙুলি তাৰ ছাড়িব নালত। পশিল নোজ্জাই আৰ নকাটে যাৱত॥'

উদাৰ, নাও ভঙা আৰু সাপে খোৱা গোবিন্দ

বুঢ়া শ্ৰীৰাম আতা

আন নতুন ভক্ত

ব্ৰহ্মজ্ঞানী ৰতিকান্ত দলৈ

শঙ্কৰদেৱৰ দুজনা মাতঃবৰ ব্ৰাহ্মণ শিষ্য কবি অনন্ত কন্দলি (হৰিচৰণ, শ্ৰীচন্দ্ৰভাৰতী বা ভাগৱত ভট্টাচাৰ্য্য) আৰু সাৰ্ব্বভৌম ভট্টাচাৰ্য্য। কথাচৰিতমতে গুৰুজনা বৰদোৱাত থাকোঁতেই দুয়ো ভক্তি গ্ৰহণ কৰে; কিন্তু আন-বিলাক চৰিতত অনন্ত কন্দলিৰ কথা পাটবাউসী-প্ৰসঙ্গতহে উল্লেখ কৰা হৈছে। তেওঁ ভকত হৈয়ে গুৰুজনাৰ আধকৰা দশমৰ মাজ আৰু শেহ ছোৱা পদ কৰিবলৈ অনুমতি লয়। বৰদোৱাত গুৰুজনে দশম ৰচনা কৰিছিল যেন মনে নধৰে আৰু সাধাৰণতে চৰিতভো সেই কথা নাই। ইফালে দামোদৰদেৱে শৰণ লোৱাৰ আগতে কন্দলিয়ে শৰণ লৈছিল বুলি চৰিতত ইঙ্গিত আছে। 'পোতনিপাথৰি গৈ নৈনৈৰে জলাহৰে মাজ পৰ্ব্বতৰ (কন্দলি পৰ্ব্বতৰ) নিকটে অনন্ত কন্দলিৰ গৃহ-বাৰী থাত' আছিল। এওঁ গুৰুজনৰ খাদ্যৰ অৱশেষ বিচৰাত গুৰুৱে ক'লে, "আমি আদ্য কৰিম, মধ্য-শেষক কৰিবা তুমি; কৃষ্ণৰ ভক্তি-লীলা বৰ্ণাই গাস্কিবা। সম্পূৰ্ণ কৰিব খুইছিলো, তুমিযে প্ৰাৰ্থিলা কৰাগৈ।" গুৰুসকল দ্বিতীয়বাৰ তীৰ্থৰপৰা ঘূৰাৰ পিছতহে কন্দলিয়ে দশমৰ পদ আনি গুৰুজনাক দেখুৱাইছিল; তেওঁ চাই বোলে "বামুণী-পুতেক হৈ টোকৰ মাইলা, বেল শিৰত নপেল; ভক্তি-পৰ হ'ল বছ (হ্ৰস্ব), যুদ্ধত কৈলা দীৰ্ঘ (দৃঘ)।" গুৰুজনাৰ এই সমালোচনাই ৰাম সৰস্বতী আদি সেই সময়ৰ কবিসকলৰ বীৰ-ৰসাত্মক কুলাচল-বধৰ নিচিনা বধ-কাব্য লিখাৰ প্ৰতি ধাউতি সূচনা কৰে। কন্দলিৰ দশমৰ বিষয়ে বেজবৰুৱাই লিখিছে, শঙ্কৰদেৱৰ মৃত্যুৰ পিছতহেযে কন্দলিৰ ৰচনা শেষ হৈছিল, সেই কথা কন্দলিৰ দশমৰ শেহৰ ভণিতাত স্পষ্ট: শঙ্কৰদেৱ 'কৃষ্ণ স্মৰি মৰি স্থিত ভৈল বৈকুণ্ঠত।' এই ভণিতাত কন্দলিয়ে উল্লেখ কৰিছে,—'ভক্তী-কুল-কমল বিমল গুণশালী' কেশৱদাস দলৈ—'তাহান উদ্যোগে গোবিন্দৰ প্ৰসাদত' দশম ৰচনা কৰে।

সাৰ্ব্বভৌম ভট্টাচাৰ্য্যই পোনতে পাণ্ডিত্যৰ অভিমান লৈ শঙ্কৰদেৱক বাদত ঘটুৱাবৰ মনে ঘূৰি শেষত তেওঁৰ ভক্ত হ'ল আৰু পদ্মপুৰাণৰ 'স্বৰ্গখণ্ড স্বৰ্গ-আৰোহণ, বৰস্বৰ্গ-খণ্ডত গুৰুজনৰ শক্তি পূৰ্ণে বান্ধি পণ্ডিতৰ মুখে ছাই দিলে।' স্বৰ্গখণ্ডৰ আৰম্ভণিতে সাৰ্ব্বভৌমই লিখিছে,—

সাৰ্ব্বভৌম ভট্টাচাৰ্য্য (?)

শ্ৰীমন্ত শঙ্কৰ সন্ত মূৰ্ত্তি অৱতাৰ।
তোমাৰ চৰণে কৰোঁ কোটি নমস্কাৰ।
নমো মৎস্য কূৰ্ম্ম আদি অৱতাৰ যত।
প্ৰণামো মাধৱ আদি সমস্ত ভকত॥
অনন্ত কন্দলি আদি ভক্ত বিপ্ৰগণ।
প্ৰণাম কৰোহো পৰি সবাৰো চৰণ॥

বেজবৰুৱাই অনন্ত কন্দলি আৰু সাৰ্ব্বভৌম ভট্টাচাৰ্য্য দুয়োজনেই কোচ ৰাজসভাৰ পণ্ডিত আছিল বুলি উল্লেখ কৰিছে।

ওঠৰ বছৰ ছমাহত পাটবাউসীত একুৰি সোতৰখন শাস্ত্ৰ 'ৰথিছিল' বুলি স্থানীয় বিশ্বাস। কীৰ্ত্তন-ঘোষাৰ শেহ ছোৱা পাটবাউসী পোৱালৈকে সম্পূৰ্ণ হোৱা নাছিল। তাতে শঙ্কৰদেৱে সেইছোৱা ৰচনা কৰি কীৰ্ত্তন-ঘোষা সমাপ্ত কৰে। কথাচৰিতত আছে, ধুঁৱা-হাটাৰপৰা ভকত এজন আহি গুৰুজনাক উজনিৰ বাবে এজন ধৰ্ম্ম-প্ৰচাৰক প্ৰাৰ্থনা কৰাৰ সময়ত 'সেইবেলা মধ্য দশমৰ জৰাসন্ধ-যুদ্ধ কীৰ্ত্তন কৰিছে। তাতে ঘোষা দিলে ৰহস্য : ও হৰি নাৰায়ণ মাধৱে গতি।' পাটবাউসীতে শঙ্কৰদেৱে শ্ৰীমদ্ভাগৱত শাস্ত্ৰৰ প্ৰথম, দ্বিতীয়, সপ্তম, অষ্টম, দশম স্কন্ধৰ ভাঙনি আৰু বলি-ছলনৰ পদ কৰে; কুৰুক্ষেত্ৰ, অনাদি-পাতন, নিমিনৱসিদ্ধ-সংবাদ ৰচনা কৰে। বেজবৰুৱাই কয়, ৰুক্মিণী-হৰণ ভক্তি-প্ৰদীপ পুথিও পাটবাউসীতে শঙ্কৰদেৱে ৰচনা

কীৰ্ত্তন ঘোষাৰ সমাপ্তি

ভাগৱতৰ পদ

কৰে। পাটবাউসীতে তেওঁ ভাগৱতৰ একাদশ স্কন্ধ আৰু দ্বাদশ স্কন্ধৰো পদ-ভাঙনি কৰে। তেওঁৰ কালিদমন আদি নাটবোৰ, আৰু আন আন গীত-ভটিমা বহুত পাটবাউসীতে ৰচিত হয়। বেদ-বেদান্ত গীতা-ভাগৱতৰপৰা সাৰ উদ্ধাৰ কৰি মূল সংস্কৃত ৰত্নাকৰ নামে পুথিখনো আতে শঙ্কৰদেৱে ৰচনা কৰে।' কিন্তু আমি আগতে দেখুৱাই আহিছো, ৰুক্মিণী-হৰণ কাব্য আৰু ভক্তি-প্ৰদীপ বৰদোৱাতে ৰচনা কৰা হৈছিল। নাটকেইখনিৰ ভিতৰত পত্নী-প্ৰসাদ সম্ভৱতঃ ধুঁৱাহাটাতে ৰচিত। ৰাম-বিজয় বা সীতা-স্বয়ম্বৰ গুৰুজনাৰ অন্তিম বছৰত বেহাৰত লিখা হয়; ৰুক্মিণী-হৰণ পাৰিজাত-হৰণ, ৰাস বা কেলি-গোপাল আৰু কালি-দমন এই সময়ৰ ৰচনা হোৱা সম্ভৱ অৱশ্যে পণ্ডিতসকলে কালি-দমনকো পাটবাউসীতকৈ আগতে লিখা বুলিও ভাবে। পাটবাউসীতে শঙ্কৰদেৱে মাধৱক শাস্ত্ৰ-শিৰোমণি নামঘোষা প্ৰণয়ন কৰিবলৈ নিৰ্দ্দেশ দিয়ে। অৱশ্যে অনেক ঘোষা ইয়াৰ আগতেই ৰচিত হৈছিল আৰু বেদৰ মন্ত্ৰৰ দৰে ভকতসকলৰ মুখে মুখে চলি আহিছিল; আৰু গুৰুজনা চলাৰ পিছত ১৯৪১ শকত গুৰুজনাৰ অন্তিম বাণী অনুসৰি ভেলাত মাধৱে ঘোষা-পুথি সঙ্কলন কৰে।

নাট-ৰচনা

নামঘোষাৰ সূচনা

ভাগৱতৰ দ্বিতীয়, দশম (আগছোৱা) আৰু একাদশ স্কন্ধ দ্বিতীয় তীৰ্থ-যাত্ৰাৰ আগতে ভাঙি পদ কৰা হৈছিল বুলি চৰিতে নিৰূপিত কৰি কয়। জয়ন্তীৰ মাধৱ বোলা ভক্ত-জনৰ বসন্ত ৰোগ হৈ মৃত্যু হয়। গুৰুজনে নৰিয়া টান দেখি মাধৱক তিনিবাৰ তেওঁৰ খবৰ ল'বলৈ পঠাইছিল। শেষৰ বাৰ জয়ন্তী-মাধৱে নানা খেদ কৰি গুৰু-জনালৈ কৈ পঠিয়ালে, "এ, অমৃতৰ ভাণ্ড ঘ্ৰাণ পাই মুখ মেলি দেখিলো, হাত সুমাই মথামথে ভুঞ্জিবে নপাইলো।" মাধৱে

দ্বিতীয় স্কন্ধ ভাগৱত

আহি শঙ্কৰদেৱক কথাআষাৰ জনালে। তেতিয়া গুৰুজনে দ্বিতীয় স্কন্ধৰ ছুআধ্যা মাত্ৰ ভাঙিছিল; ভকতৰ স্নেহ-শোকে আকুল হ'ল; হস্তৰপৰা কাপ-পাত-মহী খহি পৰিল। 'দ্বিতীয় শাস্ত্ৰ গোসানীৰ ভাতৃয়েহে কৰিছে পাছত।' (—কথাচৰিত।) দ্বিতীয় স্কন্ধৰ পদৰ পুথিত দেখা যায়, শঙ্কৰদেৱে সম্পূৰ্ণ মূল স্কন্ধটোৰ চমু ভাঙনি কৰিছে। এই দ্বিতীয় স্কন্ধ ভাগৱততে গুৰুজনে তিনি কটপা দি কৈছে,—

অন্য দেৱী-দেৱ নকৰিবা সেৱ প্ৰসাদ নখাইবা তাৰ।
মূৰ্ত্তিক নচাইবা গৃহো নপশিবা ভক্তি হৈবে ব্যভিচাৰ॥

একাদশ স্কন্ধৰ উল্লেখ চৰিতৰ কেইবাঠাইতো পোৱা হয়। এদিনা একাদশীত উদাৰ গোৱিন্দে মাছ খাবলৈ আনোতে গুৰুজনে কাৰণ সোধাত, তেওঁ যুক্তি দিছিল গুৰুজনাৰ একাদশ পদ উদ্ধাৰ কৰি—"নপাৰৈ আমাক একাদশী উপবাসে। নকৰয় বশ্য মোক পৰম সন্ন্যাসে॥" গুৰুজনে শাস্ত্ৰৰ অপপ্ৰয়োগ দেখি "অ, আমি পদ কৰিলো জীৱ তাৰিবৰ কাৰণ, কেনেকৈহে বুজিছে দেহোঁ" বুলি নৰণি ধৰি পদফাঁকি তুলি দিব খুজিছিল। পিছে নাৰায়ণ আতাই বুজাই দিয়াত "অনেক শ্ৰমকৈ অৰণ্য কাটি একোটি পদ কৰিছো" বুলি নাকাটিলে। ৰামচৰণৰ মতে তীৰ্থৰপৰা ঘূৰাৰ পিছতহে একাদশ ৰচনা কৰে। আনফালে, কণ্ঠভূষণ ব্ৰাহ্মণে কাশীৰ ব্ৰহ্মানন্দ সন্ন্যাসীৰপৰা মূল ভক্তি-ৰত্নাৱলী পুথি অনাৰ সময়ত গুৰু-জনৰ একাদশৰপৰা পদ উদ্ধাৰ কৰি শুনোৱা কথাও চৰিতত আছে; ইও অৱশ্যে তীৰ্থৰপৰা ঘূৰাৰ পিছৰ কথা হ'ব পাৰে। এদিনাখন-কাৰলা বাঢ়েয়ে যাদৱেন্দ্ৰ পুৰী নামে এজন সন্ন্যাসীৰ উপদেশত একাদশীতে কুঁহি মাছেৰে ভাত খোৱাৰ বাবে জবাবদিহি কৰিব লগীয়া হোৱাত একাদশৰ পদ মাতি শুনালে,—"লোভে-মোহে কামে-ক্ৰোধে বিষয়-আক্ৰোশে। নোছোৱয় মোৰ ভকতক একো

একাদশ স্কন্ধ ভাগৱত

দোষে॥” এই কথাত গুৰুজনে বেজাৰ পাই পদকাঁকি পুথিৰ-পৰা উঠাবই খুজিছিল; ঠাকুৰ আতা আৰু মাধৱে কাকুতি কৰাতহে একো নকৰিলে। শঙ্কৰদেৱে একাদশৰ পদ লিখোঁতে হৰিবংশ, প্ৰথম আৰু তৃতীয় স্কন্ধ ভাগৱতৰপৰা অনেক কথা সুমুৱাইছে,—

যিবা প্ৰস্তাৱত আনো শাস্ত্ৰ-মত
দিলো কিছু ঠাই ঠাই।

বেজবৰুৱাই লিখিছে বোলে, শঙ্কৰদেৱে পাটবাউসীত থাকোঁতে আদ্য দশম পুথি ৰচনা কৰে আৰু তাৰ পিছতে দ্বিতীয় বাৰৰ তীৰ্থ-ভ্ৰমণলৈ ওলাই যায়। সেইবাৰ পুৰীত সাগৰত স্নান কৰোঁতে শঙ্কৰে সাগৰজুলি কাপোৰ এডোখৰ পাই সকলো ভকতক ভগাই দিলত মাধৱদেৱে নিজৰ ভাগত পৰাকণ ৰাখিলে দশম পুথি মেৰাবলৈ; কিয়নো সম্ভৱতঃ দশমখন তেতিয়া গুৰুজনে নতুনকৈ ৰচনা কৰা পুথি। ‘এইটো ঠিক যে মহাপুৰুষীয়া ধৰ্ম্মৰ চাবিখন ঘাই গ্ৰন্থৰ ভিতৰত সেই ধৰ্ম্ম-সংস্থাপক শঙ্কৰদেৱৰ দ্বাৰায় ৰচিত কীৰ্ত্তন আৰু দশম শঙ্কৰদেৱৰ ধৰ্ম্ম-জীৱনৰ আৰম্ভণ আৰু সামৰণিৰ ফল। বাৰ স্কন্ধ শ্ৰীমদ্ভাগৱত আৰু গীতা আদি শাস্ত্ৰৰ সাৰ কীৰ্ত্তন পুথি শঙ্কৰদেৱে তেওঁৰ ধৰ্ম্ম-জীৱনৰ আগছোৱা কালতে ৰচনা কৰিছিল, আৰু বাৰ স্কন্ধ শ্ৰীমদ্ভাগৱতৰ ভিতৰত শ্ৰেষ্ঠ দশম স্কন্ধৰ আদিছোৱা তেওঁৰ ধৰ্ম্ম-জীৱনৰ শেহছোৱা কালত ৰচনা কৰিছিল। দশমৰ মাজছোৱা আৰু শেহছোৱা তেওঁ অনন্ত কন্দলিক এৰি দি তাৰ পিছত শ্ৰীমদ্ভাগৱতৰ একাদশ আৰু দ্বাদশ স্কন্ধৰ পদ কৰি ভাগৱত প্ৰচাৰ কাৰ্য্যৰ সামৰণি কৰে।’[৫] ৰামচৰণৰ চৰিতত আছে, তীৰ্থ-যাত্ৰাৰ আগতে ‘দশম পয়াৰ মেলি পঢ়িবে লাগিল॥ জুলি বাটি কৃষ্ণে যিটো ক্ৰীড়া কৰিলন্ত। বলৰাম আতৈ সেই পদ পঢ়িলন্ত॥’ তীৰ্থ-যাত্ৰাৰ পিছৰ প্ৰসঙ্গত কিন্তু আছে, ‘মহা মনোৰম:

দশম স্কন্ধ ভাগৱত

কীৰ্ত্তন দশম : স্বাদতো স্বাদ বিশেষ। কায়-বাক্যে চাইল : যত ৰস পাইল : পয়াৰে দিল নিশেষ॥'

কথাচৰিতত আছে বুঢ়া দৈৱজ্ঞ আতৈয়ে জ্যোতিষ কোনো-মতে নেৰা দেখি গুৰুজনে তৃতীয় স্কন্ধ ভাগৱতৰ মূল, অনাদি-পাতন তাতে জ্যোতিষ ভাঙি মিশ্র দি পদ-ৰচনা কৰিলে। আতৈয়ে জ্যোতিষ এৰি তাকে চাই-গই শ্রদ্ধাকৈ হৰি-গুণ-নাম ধৰিলে। অনাদি-পাতনত বামন পুৰাণৰো অলপ মিহলি দিয়া হৈছিল—"মহাভাগৱত পদ অদ্ভুত সাক্ষাত। বামন পুৰাণ কিছু মিশ্র দিলো তাত॥ শুনা সাৱধানমতে যত সভাসদ। তৃতীয় স্কন্ধৰ মহাভাগৱত পদ॥"

অনাদি-পাতন

নিমি-নৱসিদ্ধ-সংবাদো পাটবাউসীৰ প্রথম ছোৱাতে একাদশ ভাগৱতৰ শ্লোক ভাঙি পদ কৰি লিখা,—"নৱসিদ্ধ-কথা ইটো একাদশ স্কন্ধ॥"

নিমি-নৱসিদ্ধ সংবাদ

সমৰায় আতাই দশমৰ কালি-দমন-চৰ্চ্চাত সন্তোষ পাই গুৰুজনক প্রার্থনা কৰি জীৱৰ কৃপাৰে কালি-দমন নাট কৰালে।

শ্রীৰাম ৰাই হৰি বিনে নাই জাহেৰি হৃদয় ধিয়ান॥
ভকতি মুকুতি জাহে মিলল পৰম ঈশ্বৰ গিয়ান॥
পাষণ্ড-দণ্ডন মণ্ডন ভকতৰ হৰি-ৰস অধিক সুজান।
কালি-দমন কৰাৱত নাট কৃষ্ণ-কিঙ্কৰ ওহি গান॥

গুৰুজনে এখনিৰ পিছত এখনিকৈ পুথি ৰচি উলিওৱা দেখি ঠাকুৰ আতাই মাধৱৰ ওচৰত বিস্ময়-ভাব প্রকাশ কৰিছিল। মাধৱ পুৰুষে এদিন ৰাতি গণককুচিৰপৰা আতাৰ লগত বাউসীলৈ আহিল। দুয়ো আহি বেৰ-জলঙাই চাই দেখে, গুৰুজনে পুথি লিখি আছে। সেই পুথিখনিয়েই হ'ল ৰাসৰ 'কেলিগোপাল' অঙ্ক।

কেলিগোপাল নাট

শঙ্কৰদেৱৰ 'পূৰ্ব্বকবি অপ্রমাদী' মাধৱ কন্দলিয়ে বাল্মীকিৰ

ৰামায়ণ পদত লিখিছিল। অনন্ত কন্দলিয়ে মাধৱ কন্দলিৰ কাব্য নৱ-বৈষ্ণৱ ধৰ্ম্মৰ নতুন যুগৰ অনুপযোগী বুলিয়ে হ'বপায় তাক 'ঢাকি ছুচকৈ গুচাবৰ মন দিলে'। কিন্তু গুৰুৱে পূৰ্ব্বকবিৰ ৰামায়ণখনিৰ অনাদৰ দেখিব নোৱাৰি নিজে উত্তৰ-কাণ্ড নতুনকৈ ৰচি আৰু মাধৱৰ হতুৱা আদি-কাণ্ড ৰচনা কৰাই কাপোৰৰ গাৰি দিয়াৰ দৰে সংযোগ কৰি, তদুপৰি আধ্যাই পদি ভক্তি-উপদেশৰ 'আঁচুফুল' দি প্ৰাগ্‌বৈষ্ণৱ কবিতাক ভক্তিৰ ভেঁটিত প্ৰতিষ্ঠা কৰিলে।

উত্তৰাকাণ্ড ৰামায়ণ আৰু কন্দলি ৰামায়ণত আঁচুফুল

বাউসীৰ ওচৰত চক্ৰপাণি মজুমদাৰ নামে এজন কায়স্থৰ বিখ্যাত পাৰ্গত লোক আছিল। বৰ পুত্ৰ ৰামানন্দৰ কৃষ্ণৰ কথাত মতি নেদেখি গুৰুজনে তেওঁক মজুমদাৰৰ ওচৰত কাকত পঢ়িবলৈ লগালে। ভাল কাকতী হৈ ঘূৰি আহিলত কাম চৌধাৰীৰ জীয়েক সিন্ধুমতীৰ (সিন্ধুমণি) লগত, বেজবৰুৱাৰ মতে হৰি খাঁ নামে ভূঞা এজনৰ লক্ষ্মী নামে এটা কন্যাৰ লগত, মহাসমাৰোহেৰে ৰামানন্দৰ বিয়া সমাপন হ'ল। এই বিয়াৰ সময়তে ককা হলায়ুধে শঙ্কৰৰ বংশ-ছেদ হ'বলৈ অভিসম্পাত দিয়ে। ইয়াৰ অলপ দিনৰ পিছতেই, বোধ হয় গুৰুৰ দ্বিতীয় তীৰ্থ-যাত্ৰাৰ আগতে, মধ্যম পুত্ৰ কমললোচনৰ মৃত্যু হয়। দ্বিতীয় স্কন্ধ ভাগৱত ৰচনাৰ আৰু জয়ন্তীৰ মাধৱৰ মৃত্যুৰ আগতে এই অকাল বিয়োগ ঘটে। জয়ন্তীৰ মাধৱৰ কাল হোৱা শুনি গুৰুজনাক বিচলিত হোৱা দেখি কালিন্দী আয়ে কৈছিল, "কান-সমান পো মৰাত খেদ নহ'ল, ভকতৰ পদে আকুল কৰিছে।"৬

ৰামানন্দ ঠাকুৰৰ শিক্ষা, বিয়া

কমললোচন ঠাকুৰৰ মৃত্যু

দ্বিতীয় তীৰ্থ-যাত্ৰাৰ আগলৈকে গুৰুজনা বেহাৰলৈ যোৱা নাছিল আৰু নৰনাৰায়ণৰ লগত সাক্ষাতো হোৱা নাছিল। দৈত্যাৰি

ঠাকুৰে তীৰ্থৰ পূৰ্ব্বৰ প্ৰসঙ্গত গুৰুজনা কিছুদিন বেহাৰত—ছুবাৰো চিলাৰায়ৰ ঘৰত—থকা কথা লিখিছে; দ্বিতীয় বাৰত চিলাৰায় দেৱানে শঙ্কৰদেৱত শৰণ লোৱা কথাও আছে।

কছাৰী ৰজাৰ ধৰ্ম্ম-গ্ৰহণ

সম্ভৱতঃ, দৈত্যাৰিয়ে স্থানান্তৰত নিজে স্বীকাৰ কৰাৰ দৰে, ই পিছৰ কথা আগ হোৱাৰ এটা উদাহৰণ মাত্ৰ। ৰামানন্দই তীৰ্থৰ আগতে ব্ৰাহ্মণৰ খল আৰু নৰনাৰায়ণৰ সভাত শঙ্কৰদেৱৰ বিচাৰৰ ঘটনা বৰ্ণনা কৰিছে; কিন্তু এই চৰিতৰ নানা ওলট-পালট কথাৰ মাজৰে ইও এটা যেন লাগে। ৰায় আতাৰ কন্যা ভুৱনেশ্বৰীৰ মুখে শঙ্কৰ-কৃত গীত শুনি চিলাৰায়ে নাও পঠিয়াই শঙ্কৰদেৱক অনোৱা আৰু সেই আপাহতে নৰনাৰায়ণ ৰজাই বৃন্দাবনীয়া বস্ত্ৰ কৰিবলৈ অনুৰোধ কৰি তাঁতীকুচি মহলৰ দলপতি বা দলৈ পতা কথা বেজবৰুৱাই লিখিছে; কিন্তু চৰিতমতে ইবোৰো তীৰ্থৰ পিছৰ কাহিনী।

ৰামচৰণ আৰু ভূষণৰ চৰিতত আছে দামোদৰদেৱ আদি ভক্ত হোৱাৰ সময়তে হেড়ম্ব ৰাজ্যৰ কছাৰী ৰজাই চাৰিজন দূত পঠাইছিল শঙ্কৰক নিবলৈ। গুৰুৱে মাধৱ আৰু ঠাকুৰ আতাক পঠাই ৰজাক শৰণ দিয়ায়। বৰদোৱা চৰিতত তীৰ্থৰ পিছতহে ই কথাৰ উল্লেখ আছে। কথাচৰিতমতে শেষবাৰ বেহাৰৰপৰা পাটবাউসীলৈ আহি পুনৰ ঘূৰি যোৱাৰ আগতে গুৰুজনাই মাধৱ-নাৰায়ণক পঠিয়ায় হেড়ম্বৰাজক শৰণ দিবলৈ। দৰং-ৰাজবংশাৱলীত আছে, চিলাৰায় দেৱানে হেড়ম্ব ৰাজ্য আক্ৰমণ কৰিবলৈ গৈ চাবুকৰ একে কোৰতে সিংহদুৱাৰ ভঙা দেখি হেড়ম্বেশ্বৰে বশ্যতা স্বীকাৰ কৰে। কাছাৰৰ দেহান বোলা এটা সৰু জনজাতিয়ে নিজকে এই আক্ৰমণৰ সময়ত অহা কোচসকলৰ বংশধৰ বুলি কয়, যদিও তেওঁলোকৰ মতে এই অভিযান গোহাঁইকমলৰহে। কিন্তু চৰিত, ৰাজবংশাৱলী, কতো ভক্তি-ধৰ্ম্ম গ্ৰহণ কৰা হেড়ম্বিয়াল ৰজাৰ নাম পোৱা নাযায়।

মাধৱৰ ভনীয়েক উৰ্ব্বশীৰ এনে সময়তে ৰামচৰণ নামে এটি ল'ৰা জন্ম হয়। 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' গ্ৰন্থত আছে,

ৰামচৰণ ঠাকুৰৰ জন্ম

শ্ৰীচৈতন্য মণিপুৰলৈ সন্ন্যাসীবেশে আহি ধৰ্ম্ম প্ৰচাৰ কৰিছিল, হাজোত কিছুদিন আছিল আৰু হাজোৰপৰা ঘূৰি যাওঁতে পাটবাউসীত শঙ্কৰ-মাধৱেৰে সাক্ষাৎ কৰি 'সেহি দিনা হন্তে দেৱ চৈতন্য ঈশ্বৰ। জ্ঞানক কৰিয়া ভক্তি কৰিলন্ত সাৰ॥ শ্ৰৱণ কীৰ্ত্তন ভক্তি প্ৰবল কৰিলা।

চৈতন্যদেৱৰ কামৰূপ-আগমন(?)

জ্ঞানমানে ভকতিৰ অধীনে ৰাখিলা॥" বেজবৰুৱাই এই আখ্যান ক'ৰপৰা সংগ্ৰহ কৰিছে, আমি নাজানো। কিন্তু শ্ৰীচৈতন্য আৰু শঙ্কৰদেৱৰ কোনো প্ৰাচীন চৰিতত সি নাই দেখি কোনো প্ৰকাৰেই বিশ্বাস কৰা সম্ভৱ নহয়। হাজোৰ মণিকূট টিলাৰ তলত চৈতন্য-ঘোপা নামে এটা গহ্বৰ আছে; এই কথাই চৈতন্য অসমলৈ অহা কাল্পনিক আখ্যানটোক পৰোক্ষভাৱে সহায় কৰিছে। সন্তনিৰ্ণয়, সৎ-সম্প্ৰদায়ৰ কথা, সন্ত-বংশাৱলী আদি কেইখনমান অপ্ৰামাণিক গ্ৰন্থতো চৈতন্য হাজোলৈ অহাৰ কথাৰ উল্লেখ আছে। সন্তনিৰ্ণয় অনুসৰি নৰনাৰায়ণে টিলাৰায়ে 'মাধৱৰ থানৰ মঠ' ( নাট-ঘৰ ) বন্ধাৰ পিছত, সৎ-সম্প্ৰদায়ৰ কথামতে 'যেখন ৰাজা নৰনাৰায়ণ এই উপৰ দেশৰপৰ অনেক লোকক নমাই আনি শঙ্কৰক গোমোস্তা পাতি ৰাজ বসাইবে দিছে মাত্ৰ', তেতিয়া চৈতন্য হাজোলৈ আহিছিল। আমি আগতে দেখুৱাই আহিছো, ১৪৬৫ শকমানতহে গুৰুজন কামৰূপলৈ আহে। বুৰঞ্জীবিদ্ সোণাৰাম চৌধুৰীৰ মতে ১৪৭২ শকত নৰনাৰায়ণে মাধৱৰ মন্দিৰৰ সমুখৰ ঘৰ নিৰ্ম্মাণ কৰায়। ইফালে, ১৪৫৫ শকতে শ্ৰীচৈতন্যৰ তিৰোধান ঘটে। গতিকে চৈতন্য কামৰূপলৈ অহা বা গুৰুজনৰ লগত তেওঁৰ দেখা-সাক্ষাৎ হোৱা বিশ্বাসযোগ্য যেন নালাগে।'

মহাপুৰুষ গুৰুজন, মাধৱ পুৰুষ, ৰামৰাম, নাৰায়ণ, গোবিন্দ,

পৰমানন্দ, উদাৰ গোবিন্দ, গোকুলচান্দ, শ্ৰীৰাম, বলোৰাম, বলভদ্ৰ, হৰিদেৱ, জটাৰাম, বনিয়া আতা, ভোৰোৰা দামোদৰ আদি ছকুৰি ভক্তে সমে আঘোণ মাহৰ সাদিনৰ দিনা তীৰ্থলৈ ওলাল। এই সময়ত গুৰুজনৰ বয়স বৰ বেছি হ'লেও মাধৱৰ পৰিচৰ্য্যাৰ আৰু তীৰ্থক্ষেত্ৰত বিদেশৰ ভক্ত-সমূহক লগ পোৱাৰ আশাৰ বলত নিঃসঙ্কোচে বৃন্দাবন অভিমুখে যাত্ৰা আৰম্ভ কৰা বুলি ধৰিলে ১৩৬৮ শক অৰ্থাৎ গুৰুজনাৰ ৯৭ বছৰ বয়সত লেখত ওলায়। উপকৰাকৈ চাবলৈ গ'লে এই কথা বিশ্বাস কৰিবলৈ টান যেন লাগে। কিন্তু ইয়াৰ পিছতো প্ৰায় কুৰি বছৰ কাল নীৰোগী শৰীৰ লৈ ইহ-সংসাৰত থকা আৰু বেহাৰ-বৰপেটাৰ মাজত অহা-যোৱা কৰি থকা কথা মন কৰিব লগীয়া। গুৰুজনে যদিও বৃন্দাবনলৈ বুলিয়ে বাট লৈছিল, কালিন্দী আয়ে মাধৱক ইঙ্গিত দি থ'লে, "বঢ়াৰ পো, বৃন্দাবনলৈ যাব পাৰিলে পূৰ্ব্বৰ খেলা পালে প্ৰভু আৰু নাহে। তুমি নগ'লে গোসাঁই কেতিয়াও নেযায়; অতএব, মাধৱ, তুমি গোসাঁইত যাব নোৱাৰোঁ বুলি জনাবাঁ।" মাধৱেও নাযাওঁ বুলি আশ্বাস দিলে। আমি ভাবোঁতে গুৰুজন বয়সৰ ভৰলৈ চায়ে আই গোসানীয়ে মাধৱক এইদৰে সাৱধান কৰি দিছিল। চৰিতবোৰত কোনো যান-বাহনৰ কথা উল্লেখ নাথাকিলেও, সেই কালত নাৱেৰে কিছু বাট যোৱাৰ কথাও ভাবিব পাৰি। ঠাকুৰ আতাৰ খুড়াক চৈতন্যও আছিল অতি বুঢ়া: তেওঁ মনৰ হেঁপাহ দমাব নোৱাৰি তীৰ্থ-যাত্ৰীৰ দলত যোগ দিলে, কিন্তু এদিনৰ বাট যোৱাৰ পিছতে ঠাকুৰ আতা তেওঁক লৈ ঘূৰি আহিব লগীয়াত পৰিল। আলিনগৰ[৮] নামে ঠাইত এনিশা আৰু ভেলাত এনিশা গুৰু-ভকত সকলো ৰৈছিল। বেহাৰৰ ওচৰৰ এডোখৰ ঠাইত ৰওঁতে গুৰুৱে মাধৱক ক'লে, "বঢ়াৰ পো, তোমাৰ আমাৰ পাছত আছে মধুপুৰ নামে এখনি থান হ'ব।"

দ্বিতীয় তীৰ্থ-ভ্ৰমণ

কথাচৰিতমতে বাটতে নদিয়া গোপীনাথত শ্ৰীচৈতন্যেৰে অসমীয়া

বৈষ্ণৱসকলৰ সাক্ষাৎ হয়। এই দেখা-দেখিত ৰুকবাৰে কথা কটা-কটি আৰু ঠাঁৱে-চিঞৰে কথা বুজোৱাৰ বাহিৰে আন বিশেষ কোনো আদান-প্ৰদান নহৈছিল।

চৈতন্য আদিৰে সাক্ষাৎ?

ৰামচৰণৰ মতে 'চৈতন্য গোসাঁই গ্ৰামে', দৈত্যাৰিৰ মতে চৈতন্যৰ থান বা মঠত আৰু ভূষণৰ মতে জগন্নাথত শঙ্কৰ-চৈতন্যৰ দূৰৰপৰা দেখা-দেখি মাত্ৰ হৈছিল। ৰৰদোৱা-চৰিতমতে জগন্নাথ ক্ষেত্ৰত দুয়ো একেলগে নাট-মন্দিৰত বহি নটীৰ নাচ চাই আলাপ কৰা আৰু কোনো চৰিতত শঙ্কৰ, চৈতন্য, ৰামানন্দ আৰু হৰিব্যাস একেলগ হোৱা কথাও আছে। আগতে উল্লেখ কৰি অহা হৈছে, ৰামানন্দ দ্বিজৰ ৰচিত চৰিতমতে, প্ৰথমবাৰ তীৰ্থ-যাত্ৰাৰ সময়তে শ্ৰীক্ষেত্ৰত শঙ্কৰ-চৈতন্যৰ ভেট হয়। সেই কথা যেনেকৈ সম্ভৱ নহয়, দ্বিতীয়বাৰ তীৰ্থ-যাত্ৰাৰ সময়তো তেওঁলোকৰ দেখা-দেখি হোৱা নাছিল; আৰু হৰিব্যাস বা ৰামানন্দেৰে শ্ৰীক্ষেত্ৰত তেওঁ-লোকৰ একেলগ হোৱাটোও কাল্পনিক। এই ৰামানন্দ "পহিলহি ৰাগ নয়নভঙ্গ ভেল। অনুদিন বাঢ়ল অবধি না গেল॥" আদি গীত-ৰচয়িতা, চৈতন্য-সম্প্ৰদায়ৰ 'মহাৰসজ্ঞ' ৰামানন্দ ৰায় নহয়, কবীৰৰ গুৰু ৰামানন্দ স্বামীহে। কবীৰ গ্ৰন্থাৱলীৰ বিদ্বান সম্পাদক বাবু শ্যামসুন্দৰ দাসে লিখিছে, "ৰামানন্দজী কী মৃত্যু অধিক সে অধিক দেৰ মেঁ মাননে সে সংবৎ ১৪৬৮ মেঁ হুই, ইসমেঁ ১৪ য়া ১৫ বৰ্ষ পহলে ভী উসকে হোনে কা প্ৰমাণ বিদ্যমান হৈ।" ১৪৬৮ সম্বৎ বা ১৩৪৩ শকত ৰামানন্দৰ মৃত্যু হ'লেও শঙ্কৰদেৱে তেওঁক দেখা সম্ভৱ নহয়। নাভাদাসৰ ভক্তমাল গ্ৰন্থৰ টীকাকাৰ প্ৰিয়দাসৰ মত অনুসৰি ৰামানন্দৰ জন্ম ১৩৫৬ বিক্ৰমী শকত প্ৰয়াগত, মৃত্যু ১৫০৫ বিক্ৰমী হালত। তেনেহলেও শঙ্কৰ-ৰামানন্দৰ দেখা-সাক্ষাৎ সম্ভৱ নহয়। ১৪৫৫ শকত ৪৭ বছৰ ৫ মাহ বয়সত জগন্নাথ মন্দিৰত শ্ৰীগৌৰাঙ্গদেৱ অন্তৰ্দ্ধান হয়।[১]

গতিকে গুৰুজনাৰ দ্বিতীয় তীৰ্থ-ভ্ৰমণৰ সময়তো চৈতন্যদেৱে

দেখা হোৱা সম্ভৱ নহয়।[১০] বেজবৰুৱাই কয়, "শঙ্কৰদেৱে সেই শকতে (১৪৬৮ শক) আহোম ৰাজ্য এৰি কোচ ৰাজ্যলৈ যোৱাটো নিভুল হ'লে, তেওঁ পাটবাউসীৰপৰা দ্বিতীয় বাৰ তীৰ্থ-ভ্ৰমণ কৰিবলৈ যাওঁতে নদিয়াত বা পুৰীত (নদিয়াততো হ'বই নোৱাৰে, কাৰণ চৈতন্য তেওঁৰ জীৱনৰ শেষ ওঠৰ বছৰ পুৰীত নিগাজীকৈ আছিল) চৈতন্যেৰে সৈতে সাক্ষাৎ হোৱাটো অসম্ভৱ হয়; কাৰণ চৈতন্যৰ মৃত্যু ১৪৫৫ শকত হৈছিল।" এনে মনত ধৰে, চৰিতকাৰ-সকলে বাস্তৱ পাহৰি সেই যুগৰ মহান্‌সকলৰ মিলন কীৰ্ত্তন কৰিবৰ উদ্দেশ্যেই শঙ্কৰদেৱৰ লগত ভাৰতৰ ধৰ্ম্ম-গুৰুসকলৰ সাক্ষাৎ কল্পনা কৰিছে।

দামোদৰদেৱৰ চৰিত-লেখকসকলৰ হাতত শঙ্কৰ-চৈতন্যৰ দেখা-সাক্ষাতৰ বিৱৰণে নতুন বোল লৈছে। গুৰুজনা চলাৰ পিছত মাধৱ-দামোদৰৰ এধানমান কাজিয়াই পিছত দিনে দিনে বেছি হৈ আহ-ফলা-ফলি লগালে অসমীয়া বৈষ্ণৱসকলৰ মাজত। ইফালে একে যুগৰ প্ৰমাণযোগ্য চৰিতকাৰ দৈত্যাৰি ঠাকুৰ আৰু ভূষণে উল্লেখ কৰা শঙ্কৰ-চৈতন্যৰ মাত্ৰ দেখা-দেখিকেই বহলাই শঙ্কৰৰ হাতেদি দামোদৰলৈ চৈতন্যৰপৰা শালগ্ৰাম, মালা আৰু ভক্তি-উপদেশৰ টোপোলা অহাৰ অসত্য আখ্যানৰ সৃষ্টি কৰা হ'ল। দামোদৰৰ শিষ্য ৰামৰায় দ্বিজে লিখিছে, কণ্ঠভূষণৰ মুখে গুৰুজনে কৃষ্ণ-চৈতন্যৰ কথা শুনি ৰামৰামেৰে সৈতে দুয়ো চৈতন্যৰ ওচৰ চাপিল—

অৱনত হুয়া দুই নমিলা সাক্ষাৎ।
পূৰ্ব্বাপৰ পুছিলন্ত কথা যত যত॥
শঙ্কৰৰ আগে নমাতিলা মহাজ্ঞানী।
কমণ্ডলু-জল চালি বুঝাইলা আপুনি॥
শঙ্কৰেও বুজিলন্ত সেই অনুমানে।
এক যে শৰণ ধৰ্ম্ম চৈতন্যৰ থানে।

পিছৰ যুগত এই কাহিনীয়েই অলপ বেঁকা বোল লোৱাও দেখা গৈছে। কৃষ্ণভাৰতী নামে কোনোবা অজ্ঞাত বা ছদ্মবেশী একজন লেখকৰ সন্তনির্ণয় বোলা নিতান্ত অর্ব্বাচীন আৰু অপ্রামাণিক পুথিত আছে—শ্ৰীচৈতন্যই "আমি শূদ্ৰৰ মুখ নাদেখি" বুলি শঙ্কৰক দেখা দিবলৈ অস্বীকাৰ কৰা, পিছত ব্ৰহ্মহৰিদাসৰ হতুৱা শঙ্কৰলৈ নাম-মালিকা পুথি আৰু ভাগৱত চৰ্চ্চিবলৈ আদেশ পঠিওৱা আদি ঠেক নোহোৱা আখ্যান। হৰিদেৱ-পন্থীসকলৰ গুৰুবংশাৱলীত আছে হৰিদেৱেৰে লগ লাগি শঙ্কৰদেৱ শ্ৰীচৈতন্যৰ ওচৰলৈ যায়, কিন্তু শ্ৰীচৈতন্যই শঙ্কৰক শূদ্ৰ বুলি দেখা নিদিলে; কিন্তু গীত-পদ লিখিবলৈ তেওঁলৈ আদেশ পঠালে আৰু ভোজপত্ৰত লিখা একন চিঠি দিলে ৰামৰ (ৰামৰামৰ ?) যোগেদি, শঙ্কৰক দিবলৈ বিবিধ পন্থৰ এই অমিল-অজীর্ণ আখ্যানবোৰৰ বিষয়ে বেলেগ মন্তব্য অনাৱশ্যক।[১১]

ৰৰদোৱা চৰিত আৰু 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' গ্ৰন্থমতে জগন্নাথৰ বাটত বৈষ্ণৱসকল ভক্ত কবীৰৰ মঠ পায়। দৈত্যাৰিৰ মতে জগন্নাথৰ বাটত গয়া তীর্থ পোৱাৰ আগতে কথাচৰিতমতেও নদিয়াৰপৰা গৈ গঙ্গা পোৱাৰ আগতে, বেজবৰুৱাৰ বিৱৰণ অনুসৰি নদিয়াৰপৰ

কবীৰৰ মঠত শঙ্কৰদেৱ

গৈ নাভি গয়া, মহানদী জগন্নাথ পোৱাৰ আগতে শঙ্কৰদেৱ কবীৰৰ মঠত সোমায়। ৰামানন্দই বর্ণাইছে, গঙ্গা, গয়া তীর্থ কৰি ঘূৰি আহোঁতে কবীৰৰ মঠেদি গুৰুজন কৰতীয়া গঙ্গা পায়হি ৰামচৰণ ঠাকুৰৰ চৰিত অনুসৰি জগন্নাথ দৰশনৰ পিছত, ভূষণ দ্বিজৰ মতে গয়া, বাৰাণসী, কুৰুক্ষেত্ৰ আদি তীর্থ ফুৰি অঁতাই গুৰুজন কবীৰৰ মঠ চাবলৈ 'আলি নাম নগৰ'লৈ আহে। ৰৰদোৱা-চৰিতত আছে—"কবীৰাৰ মঠ পাইছে। তেওঁ ঘৰত নাছিল; নাতিনীয়েকত বাতৰি সোধাত নাই বুলি জনাই মনত বৰ দুখ কৰিছে, ভাগ্যহীন কবীৰাই শ্ৰীচৰণৰ পদ-ৰজ ল'বলৈ নাপালে।

বাটত কবীৰক লগ পাইছে পূৰ্ব্বৰ পৰিচয় নথকা হেতু আলাপ কৰিবলৈ নহ'ল।" আনবিলাক চৰিতমতে ইয়াৰ আগতেই কবীৰৰ মৃত্যু ঘটিছিল। শঙ্কৰদেৱে কবীৰৰ মঠত কবীৰৰ নাতি-জীয়েকক লগ পাইছিল আৰু বাটত দেখা পাইছিল তেওঁৰ গিৰিয়েককহে। প্ৰকৃত পক্ষত কবীৰ এই সময়ত জীয়াই থকা সম্ভৱ নহয়। আগতে আমি কৈ আহিছো কবীৰ-পন্থীসকলৰ সাধাৰণ বিশ্বাস ১৩২০ শকত কবীৰৰ জন্ম। ভক্তমাল গ্ৰন্থমতে সম্বৎ ১৫৪৯ বা ১৪২৪ শকত কবীৰৰ মৃত্যু হয়।

পন্দ্ৰহ সৈ উনচাস মেঁ, মগহৰ কীন্‌হোঁ গৌন্।
অগহন স্বুদি একাদশী, মিলে মৌন মেঁ। পৌন।

কিন্তু কবীৰ-পন্থীসকলৰ মাজত প্ৰচলিত দোঁহামতে সম্বৎ ১৫৭৫ অৰ্থাৎ ১৪৫০ শকতহে কবীৰ স্বৰ্গী হয়। ১৪৯৪ চনত (১৫৫১ সম্বৎ) ছিকাওৰ লোডীৰ লগত কবীৰৰ সাক্ষাৎ হয় বুলি জন্ ত্ৰিগছৰ বুৰঞ্জীত আছে ; গতিকে ভক্তমালত দিয়া তাৰিখ অশুদ্ধ বুলি ভাবিব লগীয়া হয়। মুঠতে ১৫৭৫ সম্বৎ বা ১৪৫০ শকত কবীৰৰ মৃত্যু হয় বুলি গ্ৰহণ কৰা হৈছে।[১২] এতিয়া স্পষ্ট বুজিব পাৰি, শঙ্কৰদেৱৰ দ্বিতীয় তীৰ্থ-ভ্ৰমণৰ বহুত আগতেই কবীৰৰ মৃত্যু হৈছিল। অৱশ্যে সেই সময়ত গোটেই উত্তৰ ভাৰত কবীৰৰ গীতেৰে মুখৰ হৈ আছিল। চৰিতত আছে, আলিনগৰৰ কবীৰ ভেঁটিলৈ গৈ ভক্ত কবীৰৰ কথা সুধিলত তাত থকা তোৰছি বা তৰোছি নামে তিৰোতাগৰাকীয়ে অনুমান কৰিলে,

আবাসৰ বিষ্ণু-ভকত এতেকে কবীৰক পুছিলন্ত।
কবীৰৰ জীৱ-নাতিনী আমিতো এহি বুলি কহিলন্ত।

প্ৰকৃততে এই 'যৱন' ছোৱালীজনী কবীৰৰ নাতিনী বা কবীৰৰ জী-নাতিৰ পত্নী হয়নে নহয়, ভাবিব লগীয়া। কথিত আছে, লোই নামে কবীৰৰ পত্নীৰগৰ্ভৰা কমাল আৰু কমালী নামে এহাল ল'ৰা-ছোৱালী হৈছিল ; কিন্তু এনে প্ৰৱাদো আছে যে, লোই কবীৰৰ পত্নী

নহয়, শিষ্যহে; কবীৰে বিয়াকে কৰোৱা নাছিল। কবীৰৰ প্ৰতি শঙ্কৰৰ আকৰ্ষণ মন কৰিব লগীয়া। শঙ্কৰদেৱে মাধৱক কৈছিল, "কবীৰ কেৱল ভক্ত জানিবা নিশ্চয়।" কবীৰৰ চিনাকি ভক্তৰূপে হ'লেও সুফীবাদ আৰু অদ্বৈতবাদৰ প্ৰভাৱ হেতুকে তেওঁ নিৰাকাৰ ব্ৰহ্মৰহে অনুভূতি পাবলৈ প্ৰয়াস কৰিছিল।—

নিৰ্গুণ কী সেৱা কৰো সগুণ কো কৰো ধ্যান।
নিৰ্গুণ সগুণ সে পৰে তহাঁ হমাৰো জ্ঞান ॥[১৩]

বেজবৰুৱাই পুৰণি উদ্ধৃতি দি কৈছে যে, এক কায়স্থ মালীৰ ঘৰত কবীৰৰ জন্ম; পিছে কেঁচুৱাতে মাক-বাপেক মৰাত মুছলমানে তেওঁক তুলি ল'লে। মৃত্যুত কবীৰৰ শৱ-সংস্কাৰ কৰিবলৈ হিন্দু মুছলমান দুয়ো পক্ষ বে-ৰাজী হোৱাত আত্মীয়সকলে মৃতদেহ গঙ্গাত উটাই দিয়েগৈ। উটি উটি গৈ শটো নদিয়া পালত চৈতন্যই তুলি পুতি থ'লে। সেই বাবে চৈতন্যদেৱে নদিয়াৰ ৰজা সুৰথানৰ (পাঠান্তৰ, মোৰদাস) বিৰাগ-ভাজন হ'ব লগীয়া হৈছিল বুলিও ৰামচৰণে লিখিছে। কবীৰৰ জীৱনী এনে প্ৰবাদৰ ৰহস্যেৰে ভৰা। সাধাৰণতে বিশ্বাস কৰা হয়, মগহৰ বা মাৰ্গকাশীত কবীৰৰ মৃত্যুৰ বেলিকা হিন্দু-মুছলমান উভয়ে শটো লৈ কাজিয়া কৰে। শ-ঢকা কাপোৰখন গুচালত শৱটোৰ ঠাইত ফুল কিছুমানহে দেখা গ'ল। তাকে সমানে দুভাগ কৰি হিন্দুৱে দাহ-কৰ্ম্ম কৰিলে, মুছলমানে কবৰ দিলে। ৰামচৰণে বেজবৰুৱাৰ দৰে কবীৰৰ মৃত্যুৰ স্বতন্ত্ৰ বৰ্ণনা দিছে আৰু তাৰ লগত চৈতন্যদেৱকো সংশ্লিষ্ট কৰিছে। এই প্ৰসঙ্গত 'শ্ৰীশ্ৰীচৈতন্যচরিতের উপাদান'ৰ গ্ৰন্থকাৰ ড° মজুমদাৰে কৈছে, চৈতন্য-চৰিতামৃত-মতে ১৫১৫ খ্ৰীষ্টাব্দৰ শৰৎ কালি চৈতন্য বৃন্দাবনলৈ যায়; ১৫১৬ খ্ৰীষ্টাব্দ ফাগুন-চ'তত তেওঁ কাশীত আছিল। ১৫১৮ খ্ৰীষ্টাব্দত কবীৰৰ মৃত্যু হয়। কিন্তু ৰামচৰণৰ বিৱৰণ সত্য হ'বলৈ হ'লে চৰিতামৃতৰ বা কবীৰৰ মৃত্যুৰ তাৰিখ দুই-এবছৰ ইকাল-সিকাল হোৱা আচৰিত নহয়।

আমাৰ দেশত "হায়ু কবীৰা হাৰামখোৰী। চৌদিশে শঙ্কৰ গেলা বিচাৰি॥" আদি গীত কবীৰৰ নামে প্ৰচলিত আছে। কিন্তু সিবিলাক কিমান প্ৰামাণিক সি সন্দেহৰ বিষয়। কোনো কোনোৱে ৰামানন্দক, কোনোৱেবা শেখ তকীক কবীৰৰ গুৰু বুলি ক'লেও, কবীৰ 'নিগুৰা' বা গুৰুহীন আছিল বুলি তেওঁক বহুতেই নিন্দা কৰিছিল। সেইদৰে শঙ্কৰদেৱৰো গুৰু বিচাৰি অনেকক হতাশ হোৱা দেখা যায়। মাধৱদেৱে গণককুছিৰপৰা পাটবাউসীলৈ অহা-যোৱা কৰোঁতে এজন ব্ৰাহ্মণে বাটতে আগুচি ধৰি শঙ্কৰদেৱৰ গুৰু কোন এই প্ৰশ্ন লৈ খট-বাৰকৈ নেৰেহে নেৰে। এই কথা শুনি গুৰুজনে কৈছিল বোলে, "এনেকৈ সুবুলিলা কিয়, কৃষ্ণদেউ বুলিছে, মোৰ গুৰু ভকতেসে স্বৰূপ-স্বভাৱ। যেন বায়ু আকাশৰ নাহি ভিন্ন-ভাৱ॥ আমিও ভাবিছো, সৰ্ব্বতত্ত্ব ভকতক মই গুৰু মানো। ভকত-গুৰুত পৰে আনক নজানো॥" ৰামানুজাচাৰ্য্যই বৈষ্ণৱ ধৰ্ম্মক জনপ্ৰিয় ৰূপ দিছিল যদিও, শূদ্ৰসকলক নিজৰ সম্প্ৰদায়ৰপৰা আঁতৰত ৰাখিছিল। ৰামানন্দই এই প্ৰসঙ্গত নতুন আদৰ্শ থাপনা কৰিলে; কিন্তু তেওঁ নাৰায়ণৰ ঠাইত ৰামৰ ভক্তিত বেছি ভিৰ দিছিল। তেওঁ ব্ৰাহ্মণ শূদ্ৰৰ সমান অধিকাৰ প্ৰতিপন্ন কৰিলে আৰু কথিত ভাষা হিন্দীত সকলোৱে বুজি পোৱাকৈ নিজৰ ধৰ্ম্মমত প্ৰচাৰ কৰে। ৰামা-নন্দৰ শিষ্য কবীৰে ৰামৰ ব্যক্তিত্ব অস্বীকাৰ কৰি সগুণ-নিগুৰ্ণতকৈ ওপৰত ভক্তি থাপনা কৰিলে আৰু নিজে মন্দিৰ মছজিদ দুইটাৰপৰা আঁতৰি থাকি হিন্দু-মুছলমানৰ কট্টকটীয়া বিভেদৰ বুকুত কুঠাৰাঘাত কৰিলে।

কহ হিন্দু মোহিঁ ৰাম পিয়াৰা
তুৰুক কহৈ ৰহিমানা।
আপস মেঁ দোউ লৰি লৰি মূয়ে
মৰম ন কাহু জানা॥
কোঈ হিন্দু কোঈ তুৰুক কহাৱৈ
এক জমী পৰ ৰহিয়ে।

শঙ্কৰদেৱৰ সামাজিক বিদ্ৰোহ ইমানলৈ নাগালেও জাতি-বিভেদক ধৰ্ম্মৰ ভেঁটিত তেওঁ আওহেলা কৰিছিল—"নবাছে ভকতি জাতি অজাতি।" মহাপুৰুষীয়া ভকত শাৰীত গোবিন্দ গাৰো, পৰমানন্দ মিৰি, নৰহৰি আহোম, জয়ৰাম ভোট, চান্দসাই যৱন আৰু ভট্টদেৱ ব্ৰাহ্মণে একেলগে ঠাই পুৰাইছিল।[১৪]

কবীৰৰ মঠ থকা আলিনগৰ ক'ত ঠিৰাংকৈ বুজা টান। কবীৰৰ জীৱনৰ বেছিভাগ কাল কাশীতেই অতিবাহিত হৈছিল বুলি পণ্ডিতসকলে অনুমান কৰে। ইফালে ভূষণ দ্বিজে লিখামতে দ্বিতীয়বাৰৰ তীৰ্থ-যাত্ৰাৰ সময়ত শঙ্কৰদেৱ বাৰাণসী আৰু কুৰুক্ষেত্ৰলৈ গৈছিল বুলি মনে নধৰে। এই সময়ত তেওঁৰ বয়স যথেষ্ট বেছি হৈছিলগৈ; তাতে আকৌ বৃন্দাবনলৈকে বুলি যদিও সকলো ভকত ওলাই আহিছিল, গুৰুজনক বৃন্দাবনলৈ যাবলৈ নিদিবলৈ গুৰু-পত্নীয়ে তিনি কটপা দি মাধৱক কৈ পঠাইছিল। এনে থলত পূৰ ভাৰত চেৰাই উত্তৰ ভাৰতলৈ যোৱা বুলি বিশ্বাস নহয়। বেছিভাগ চৰিতৰ উল্লেখমতে গয়াৰ ওচৰলৈকে গুৰুজন আগ বাঢ়ি গৈছিল। কথাচৰিতত গয়া-প্ৰৱেশৰ কথা নাই, গয়াৰ পথৰ কথা মাত্ৰ উল্লেখ আছে। এই চৰিতত আছে, তীৰ্থৰপৰা ঘূৰি ঘৰ পোৱাৰ পিছত ৰামৰায়ে কৈছিল, "ধাপ, গয়া, কাশী, বৃন্দাবন চাবৰ চিত থাকিল, সিবাৰো নহ'ল, যাব খোজোঁ।"

কথাচৰিতত আছে গঙ্গা পোৱাৰ আগতে তীৰ্থযাত্ৰীসকল এদিন ৰ'ল বিনাইগঞ্জৰ কাষে বটৰ তলত বাহৰ কৰি। তাৰপৰ নেলাইহাটৰ এক চাৰিআলিৰ মূৰত সকলে ৰ'লগৈ। সেই চাৰিআলিৰপৰা বৃন্দাবন, জগন্নাথ

পুৰীৰ পথত

সেতুখণ্ড আৰু গঙ্গালৈ চাৰিটা বেলেগ বেলেগ বাট। ৰামৰায়ে মুখ্য কৰি সবেও ভকতই জোৰপূৰ দি ধৰিলে বৃন্দাবনলৈ যাবলৈ গুৰুজনৰো বিশেষ ইচ্ছা আছিল বৃন্দাবনত ৰূপ-সনাতনৰ ধৰ্ম্ম বল চাবলৈ আৰু ভক্ত বৃন্দাবনদাসক লগ পাবলৈ। ৰামৰায়ে

"ৰূপ-সনাতনৰ ধৰ্ম্মেৰে আমাৰ ধৰ্ম্ম একে হয়নে, চাওঁগৈ" বোলা কথাষাৰতে চেলু পাই মাধৱে কালিন্দী আইৰ কথা স্মৰি আঁকোৰ-গোজ হৈ কেৰো-ঘেঁহো লগালে। গুৰুজনে "আমাৰ যানৰ কাণ্ডাৰী ৰবাৰ পোহে; ৰবাৰ পো নগ'লে আমি যাব নপাৰোঁ" বুলি ভক্ত-সৱেৰে দখিণলৈ পাও চলালে। "দোলামাৰি ঘাটে পদ্মা উত্তৰি ছাঁয়াগঞ্জে গঙ্গা স্নান দান পান কৰি কাটুৰা গঙ্গা পাৰ হৈ গ'ল।" গঙ্গাৰ কাষৰত তিনি দিন তিনি ৰাতি থাকি বাটত গয়াত তীৰ্থ কৰি জগন্নাথৰ ফালে আগ বাঢ়িল। বেজবৰুৱাই লিখিছে, কবীৰৰ ঘৰ চোৱাৰ পিচত নাভিগয়া পাই বৰাহ বিষ্ণুক দৰ্শন কৰি তাৰপৰা চাৰি দিনে মহানদী পালেগৈ। মহানদীত স্নান কৰি অঠৰনলা চকি পাই তাতে তেওঁলোক খাই-বৈ ৰাতি থাকিল। তাৰপৰা পাণ্ডাই শঙ্কৰদেৱক জগন্নাথ মহাপ্ৰভুৰ প্ৰসাদ দি ভকতসকলে সৈতে আগ বঢ়াই নিলে। অঠৰনলাৰ চকি পোৱাৰ আগতে সাগৰৰ পাৰে পাৰে গৈ তুলসী চ'ৰা বা তুলসী গ্ৰাম নামে-এখনি গাঁও পাই তাতে এনিশা থাকিল। কথাচৰিতত আছে,

শ্ৰীক্ষেত্ৰ পুৰীত

জগন্নাথৰ সিংহদুৱাৰত গুৰুজনা তিনি পক্ষ আছিল। ইয়াত শ্বেতগঙ্গা, মাৰ্কণ্ডেয় হ্ৰদ, ইন্দ্ৰদ্যুম্ন, চন্দন সৰোবৰ, লোকনাথ, এই পঞ্চতীৰ্থকে আদি কৰি সকলো পৱিত্ৰ থান দৰ্শন কৰে; সাগৰ স্নান কৰোঁতে সাগৰজুলি বস্ত্ৰ পাই সকলো ভকতক বঁটাই দিয়ে। মাধৱদেৱে তেওঁৰ টুকুৰা থ'লে বুঢ়ী দশম পুথি বান্ধিবলৈ। তেওঁ জগন্নাথতে "হৰিৰ গৃহৰ দ্বাৰে: বেত্ৰৰ প্ৰহাৰ যোগ্য: ব্ৰহ্মা ইন্দ্ৰ আদি দেৱৰাক" আদি ঘোষা আৰু "মোকে দেখিয়োনা কেনে আছে জগন্নাথ" আদি গীত ৰচনা কৰে। কথা-চৰিত পুথিত আৰু আছে, জগন্নাথ নাট-মন্দিৰত শ্ৰীচৈতন্য, হৰিব্যাস, ৰামানন্দ, নিত্যানন্দ, শিশু জগন্নাথ, ছোট জগন্নাথ, গৌৰিয়া, শিশু গাবিন্দ, বৰ গাবিন্দ, সৰু গাবিন্দ, হনুমান, জাম্বুবন্ত, উদ্ধৱ অশ্বত্থামা, বিভীষণ (?), এইসব মহন্ত একত্ৰ হৈ ৰহিছে। বৰদোৱা-চৰিতৰ

শঙ্কৰ-চৈতন্যৰ সাক্ষাৎ আৰু আলাপৰ দৰেই এই আখ্যান কাল্পনিক আৰু অতিবাস্তৱ। কথাচৰিতমতে ক্ষেত্ৰৰ বৰ মুখ্য পাণ্ডাজনে বৰদোৱা-চৰিতমতে ওঠৰজন পাণ্ডাই আৰু ৰেজৰকৰাৰ মতে দহজনে শঙ্কৰদেৱৰ শৰণ লয়। ৰামচৰণৰ মতে আগৰ বাৰৰ দৰে এইবাৰো গুৰুজনে সমবেত লোকৰ আগত ব্ৰহ্মপুৰাণৰপৰা জগন্নাথ-ক্ষেত্ৰৰ উৎপত্তিৰ কথা ব্যাখ্যা কৰে।

শ্ৰীক্ষেত্ৰৰপৰা ওলাই তুলসী চ'ৰাত বৈ, 'চাতি গোপালপুৰে লঙ্কাই দুৰ্দাৰ গৃহে' ( কথাচৰিত ), বালি নগৰত পসাৰী মণ্ডপত ( ৰামানন্দ ), বা সজ্জন নামে এজন কায়স্থৰ ঘৰত ( ৰামচৰণ ) এৰাতি থাকোঁতে সন্ন্যাসী-বেশী ৰূপ-সনাতনৰ ভক্ত ভাগিনক লগ পাই বহুত কথা-বতৰা হয়। দৈত্যাৰি, বৰদোৱা-চৰিত আদিৰ মতে এওঁৰ ৰূপ-সনাতনে শঙ্কৰদেৱৰ ধৰ্মৰ বতৰা ল'বলৈ পঠাইছিল। ৰামানন্দ আদিৰ মতে ইতিমধ্যেই ৰূপ-সনাতন স্বৰ্গী হয়।[১৫] ৰামচৰণৰ চৰিতত বাটত গয়াৰ পথ আৰু বিল্বমঙ্গলৰ গাঁওঁ ছুই অহাৰ কথা আছে। বিল্বমঙ্গলৰ কেনেকৈ পঞ্চম পাতক সিজিছিল, কেনেকৈ অনুতাপ-দগ্ধ হৈ নিজৰ দুই চকু কাঢ়িছিল আৰু বনত নাম লওঁতে কেনেকৈ ঈশ্বৰৰ কৃপাত দৃষ্টি ঘূৰাই পাই বকাসুৰ-বধলৈকে শ্ৰীকৃষ্ণৰ বাল্যলীলা পদবন্ধে বৰ্ণনা কৰিছিল—গুৰুজনে এইখিনি কাহিনী বিষ্ণুপুৰী সন্ন্যাসীৰ শিষ্য ব্ৰহ্মানন্দৰ সেৱক সন্ন্যাসী এজনৰপৰা শুনা বুলি ইয়াত আছে। কথাচৰিতত তীৰ্থযাত্ৰীসকলে অনেক ঠাই দেখা পোৱাৰ কথা উল্লেখ কৰিছে। কটক নগৰ, মহানন্দা পাৰ হৈ বৈতৰণী জাহাদপুৰ, বালেশ্বৰ বন্দৰত বুঢ়া নদীৰ তীৰ, কমাৰ-পুখুৰীয়া, নদিয়া গোপীনাথ, শান্তিপুৰ, কাটুৱা, গঙ্গা-ত্ৰিবেণীমুখ ( ইয়াত ৯ দিন আছিল ), কাচিমগঞ্জ, মুচোৰাবাজ, গঙ্গাৰ তীৰত জজিনপুৰ, ভগন গোলা, ভক্তিপুৰ ঘাটে পদ্মা পাৰ হৈ পুখুৰীয়াগঞ্জ, জাহ্নবী তীৰৰ খাজুৰপুৰ, কালিন্দী গঙ্গাৰ কাষত বিনাজপুৰ,

কৰতিয়া গঙ্গা পাৰ হৈ গোবিন্দগঞ্জ, কিন্তা গঙ্গা পাৰ হৈ তাৰ কাষত মৎস্য বজাৰ বাৰী ঘোৰাঘাট, গৌবাঙ্গ পাৰ হৈ শিলিগুৰিগঞ্জ ; —এইখিনিতে কোচবিহাৰৰ ৰজাৰ মাটিৰ সীমা আৰু চিলাৰায়ৰ গড়। কথা-চৰিতমতে বুঢ়ানদীৰ তীৰত, দৈত্যাৰিৰ মতে বাহিৰ বিলাতত, মাধৱদেৱে এজনী বুঢ়ীৰপৰা সিধা লৈছিল। এই বুঢ়ীৰ পুতেক সেই সময়ত এখন ৰণলৈ গৈছিল বুলি চৰিতত আছে। বেহাৰৰ চিলাৰায় দেৱানৰ বিলাতত গুৰুজনে দহদিনমান ৰৈছিল। ইয়াৰপৰা নলিয়া নদীৰ তীৰত খাৰুপুৰগঞ্জত, সোণকোষৰ কাষত মনাৰগঞ্জত বৈ মুঠ ছমাহত বা ন কুৰি দিনত ভ্ৰমণ শেষ কৰি ব'হাগমহীয়া পাটবাউসীত থিত হ'লহি। মাধৱ বুঢ়া শ্ৰীৰাম আতাৰে গণককুছিলৈ গ'ল। পিছৰ কাতিত ৰামৰায়, ৰামৰাম আৰু পাঁচ-সাতজন ভকত বৃন্দাবনলৈ যাবলৈ ওলাল। গুৰুজনে "নাহি নাহি ৰময়া বিনে তাপ-কাৰক কোই" গীতটি লিখি বহাৰ পোনে ছালিত খুচি থ'লে। পিছদিনা তীৰ্থব্ৰতীসকল সাজি-পাৰি ওলাই আহি গীতটি পাই তীৰ্থ-যাত্ৰা বন্ধ কৰিলে। গুৰুজনে সোধাত ক'লে, "বাপ, তোমাৰ এই গীতে কৈছে দেখোঁ, তীৰ্থ-ক্ষেত্ৰ ভ্ৰমহে, একশৰণ হৈ হৰি-ভক্তি হৰি-গুণ গালেহে জীৱৰ সংসাৰ-নিবাৰণ ; তোমাক নজানি-নিচিনি নভজো কাষ্ঠেহে তোমাৰ মায়া মুহি এই ভোৰ।"

তীৰ্থ-নিষেধৰ গীত

ৰামচৰণৰ চৰিতত আছে, গুৰুজনে তীৰ্থৰপৰা ঘূৰোঁতে ৰঙমঙ্গলৰ গাঁৱত বিষ্ণুপুৰী সন্ন্যাসীৰ শিষ্য ব্ৰহ্মানন্দৰ সেৱক সন্ন্যাসী এজন লগ পাইছিল ; আৰু আছে, বিষ্ণুপুৰীয়ে আগতে বিয়া-বাৰু কৰিছিল, পিছত লগুণ পুৰি সন্ন্যাস গ্ৰহণ কৰে আৰু শেহত বিষ্ণুৱে ব্ৰাহ্মণ-ৰূপ ধৰি তেওঁক ভাগৱত-চৰ্চা কৰিবলৈ উপদেশ দিয়ে। এওঁ ভাগৱতৰ ভক্তি-পৰ শ্লোকসমূহ উদ্ধাৰ কৰি

কণ্ঠভূষণ বিপ্ৰ আৰু ভক্তি-ৰত্নাৱলী-প্ৰাপ্তি

ভক্তি-ৰত্নাৱলী নামে গ্ৰন্থ প্ৰণয়ন কৰে। ৰামৰাম গুৰুৰ জোঁৱায়েক কণ্ঠভূষণে কলাপ আদি শাস্ত্ৰত পাৰ্গত হৈ শঙ্কৰদেৱতকৈ ডাঙৰ পণ্ডিত হওঁ বুলি কাশীত ব্ৰহ্মানন্দৰ ওচৰত বেদান্ত অধ্যয়ন কৰাত লাগিলগৈ। এদিন পাঠ-প্ৰসঙ্গত কণ্ঠভূষণে শঙ্কৰ-কৃত পদ মাত্ৰি কঠিন তত্ত্বৰ সহজ ব্যাখ্যা দিয়া দেখি ব্ৰহ্মানন্দ চমৎকৃত হ'ল।[১১] তেওঁ বৈকুণ্ঠীভূত গুৰুৰ এটি আদেশ সুঁৱৰি ভক্তি-ৰত্নাৱলী পুথিখিনি পেৰাৰপৰা উলিয়াই কণ্ঠভূষণৰ হাতে শঙ্কৰদেৱলৈ পঠাই দিয়ে। কণ্ঠভূষণে তিনি মাহ বাটকুৰি গাই আহি পুথিখনি দিলত গুৰুজনে গোটেই পুথিখনি মাধৱৰ হতুৱা পঢ়াই শুনি আনন্দত অধীৰ হ'ল। কথিত আছে, তেওঁ তেৰটি পদ লিখোঁতেই হাতৰপৰা কাপ খহি পৰে দেখি মাধৱদেৱে ৰত্নাৱলীৰ পদ কৰাৰ ভাৰ পায়। ভক্তি-ৰত্নাৱলী পোৱাৰ আগতে শঙ্কৰদেৱে একে ধৰণৰ প্ৰকৰণ-গ্ৰন্থ ভক্তি-ৰত্নাকৰ ৰচনা কৰিছিল। এই একেটি আৰ্হিতে পিছত বৈকুণ্ঠনাথ ভট্টদেৱে নানা শ্ৰুতি আৰু পুৰাণৰপৰা শ্লোক তুলি ভক্তি-বিৱেক সঙ্কলন কৰে।

ভক্তি-ৰত্নাকৰ

ৰবদোৱা চৰিতত আছে, "শঙ্কৰদেৱ পাটবাউসীত নিগাজী সত্ৰ কৰি শ্ৰীমদ্ভাগৱত শাস্ত্ৰৰ স্থূল মৰ্ম্মানুসাৰে খাটি বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰি তন্ত্ৰৰ মত উঠাই দিবলৈ শাস্ত্ৰ প্ৰণয়ন কৰি মত প্ৰকাশ কৰাত ব্ৰাহ্মণসকলে নানা প্ৰকাৰে অসূয়া কৰিবলৈ আৰম্ভ কৰিছে। অনেক লোক বিপক্ষ হোৱা দেখি মাধৱদেৱে বিপদৰ বেছি আশঙ্কা কৰি শ্ৰাদ্ধাদি লোপ নকৰি তন্ত্ৰৰ মত কিছু পৰিমাণে ৰাখিবলৈ অনুৰোধ কৰাত ৰচিত শাস্ত্ৰখানি নষ্ট কৰিলে।" দৈত্যাৰিয়ে লিখিছে, ব্ৰাহ্মণসকলে "অজাতি গুচিবো ঘৰত মিলে। সুগন্ধ ৰশনৈয়া কল গিলে॥ একাদশী দিনে ভুঞ্জয় ভাত। মূড়ত নলবে তুলসী-পাত॥" এনে ধৰণৰ বিদ্রূপাত্মক পদ্য ৰচনা কৰি ভক্তসকলক বাটে-পথে মন্দ কৰা দেখি গুৰুজনে নানান শাস্ত্ৰৰ

তন্ত্ৰ আৰু শ্ৰাদ্ধাদি নিবাৰণৰ পুথি

ভুত উদ্ধাৰ কৰি এখন পুথি লিখে, কিন্তু মাধৱৰ কথামতে পুথিখনি নষ্ট কৰি 'পাষণ্ড-মৰ্দ্দন' কীৰ্ত্তন ৰচনা কৰে। দৈত্যাৰিৰ কথাৰ প্ৰথম ভাগে বৰদোৱা-চৰিতৰ আখ্যানৰ ইঙ্গিত দিয়ে; কিন্তু, কীৰ্ত্তনৰ সৰহ ভাগৰ দৰে পাষণ্ড-মৰ্দ্দন আদি কালৰহে ৰচনা।

শঙ্কৰদেৱে ঘাইকৈ যিহৰ ভয়ত আহোম ৰাজ্য এৰিছিল, ভক্তি-বিৰোধীৰ সেই বিদ্বেষ আৰু সেই ৰাজ-ৰোষৰ উপসৰ্গ পুনৰ দেখা দিলে। কিন্তু এইবাৰ ৰাজ-ভ্ৰাতৃ চিলাৰায়ৰ মন্ত্ৰতাই এই দুইটা বিৰোধী শক্তিক তল পেলোৱাত সহায় কৰিলে। ৰামৰায় আতাৰ কন্যা কমলপ্ৰিয়া বা ভুৱনেশ্বৰীৰ মুখে "মন মেৰি ৰাম-চৰণহি লাগু" গীতটি শুনি মুগ্ধ হৈ চিলাৰায়ে গুৰুজনৰ চিনাকি লয় আৰু নাও পঠাই তেওঁক নিয়াই শৰণ লয়। "শিষ্যত্ব গ্ৰহণ কৰাৰ পিছত চিলাৰায় দেৱানে শঙ্কৰদেৱৰ বৈষ্ণৱ-ধৰ্ম্ম-প্ৰচাৰত কিমান সহায় কৰিছিল, সেইটো ইতিহাসৰ কথা।" ভূষণ দ্বিজে লিখিছে, শঙ্কৰদেৱৰ পূৰ্ব্বৰ ভূঞালী কালৰ কৰণীয়া বাৰঘৰ মানুহ আছিল। শঙ্কৰে ব্ৰাহ্মণৰ বিবাদ আশঙ্কা কৰি এওঁলোকেৰে সৈতে পুত্ৰ ৰামানন্দক লৈ ছোট দেৱান চিলাৰায়ৰ ওচৰ পালেগৈ। চিলাৰায়ে সুন্দৰৰূপে আশ্বাস দি ৰামানন্দক নিজ দপ্তৰত ৰাখিলে, "যতেক কায়স্থ আছে মোৰ দোপদৰে। পত্ৰ লিখি পাতিবোহো সবাৰ উপৰে॥" ৰামানন্দই আগতেই চক্ৰপাণি মজুমদাৰৰ ওচৰত কাকতী বিদ্যা শিক্ষা কৰিছিল। বৰদোৱা-চৰিতত আছে, নৰনাৰায়ণে গুৰুজনাক ধৰিবলৈ পঠোৱা সময়ত ৰামানন্দ চিলাৰায়ৰ তাতে আছিল। শঙ্কৰ-চিলাৰায়ৰ দেখা, চিলাৰায়ৰ যোগে শঙ্কৰ-নৰনাৰায়ণৰ দেখা, আৰু বৃন্দাবনীয়া কাপোৰ কৰি দিবৰ উদ্দেশ্যে চিলাৰায়ে গুৰুজনাক তাঁতীকুচিৰ তাঁতীৰ লগে পতা কাহিনীবোৰ কেৱৰকমাই তীৰ্থ-যাত্ৰাৰ আগৰ কথাৰূপে বৰ্ণনা কৰিছে। চৰিত-পুথিবোৰ মিলাই চালে ধাৰণা হয়, তীৰ্থৰপৰা ঘূৰাৰ পিছতে কমল-

চিলাৰায়ৰ শৰণ

ৰামানন্দ ঠাকুৰৰ বিষয়

ত্রিয়াৰ যোগেদি শঙ্কৰ-চিলাৰায়ৰ দেখা হয়। ইয়াৰ কিছু দিনৰ পিছতেই ব্ৰাহ্মণসকলে গোচৰ দিয়াত নৰনাৰায়ণে চৰ পঠিয়াই গুৰুজনাক ধৰাই নিব খোজে; কিন্তু চিলাৰায়ৰ সৌজন্যত গুৰুজনা চিলাৰায়ৰ ফুলবাড়ীত কিছু দিন বৈহে, ৰাজসভাত প্ৰথম পদার্পণ কৰে। ইয়াৰ আগতে ৰজাৰ আৰু গুৰুৰ দেখা হোৱা নাছিল বুলি ভাবিবৰ যথেষ্ট যুক্তি আছে। নৰনাৰায়ণৰ পাণ্ডিত্য আৰু পাণ্ডিত্য-প্ৰীতিৰ সুখ্যাতি আছিল। নিৰুদ্বেগ অৱস্থাত দুইৰো দেখা-দেখি আগতে হোৱা হ'লে দুইৰো মাজত সহজে সৌহার্দ্য হ'লহেঁতেন, ব্ৰাহ্মণৰ কথাত উগ্ৰমূৰ্ত্তি ধৰি "শঙ্কৰৰ ছালেৰে দামা ছাম, হাড়েৰে বজাম" বুলি বৃদ্ধ গুৰুজনক বলেৰে চিপাহীৰ হতুৱাই ধৰাই আনিবৰ ব্যৱস্থা নকৰিলেহেঁতেন। ৰামানন্দৰ চৰিতত থকা মতে দ্বিতীয় তীৰ্থ-যাত্ৰাৰ আগতে ৰাজসভাত গুৰুজনা উপস্থিত হোৱা কথাও অমূলক, কাৰণ, ৰাজসভাত দেখা দিয়ে গুৰুজনে যুক্তি-তৰ্কৰ মাজত দুবাৰ তীৰ্থ লৈ যোৱাৰ কথা উল্লেখ কৰিব লগীয়া হৈছিল। বৰদোৱা-চৰিততো আছে, ৰজাৰ লগত শঙ্কৰৰ দেখা হোৱাৰ আগতে বিদ্যাবাগীশ চক্ৰবৰ্ত্তীয়ে এদিন নৰনাৰায়ণৰ আগত শঙ্কৰদেৱৰ বিপক্ষে কথা লগোৱাত কণ্ঠভূষণে কৈছিল, "শঙ্কৰে গঙ্গা আদি সমুদায় তীৰ্থ দুইবাৰ কৰিছে।" বৃন্দাবনীয়া বা বৃন্দাৱনী কাপোৰ গুৰুজনে প্ৰয়াণৰ অলপ দিনৰ আগতে মাত্ৰ চিলাৰায়ত শোধায়গৈ। কাপোৰ প্ৰস্তুত কৰোঁতে এবছৰ লাগিছিল বুলি কথাচৰিতত আছে; ৰামানন্দ দ্বিজে অৱশ্যে তিনি মাহ মাত্ৰ লাগিছিল বুলি কৈছে। গতিকে, বোধ হয় বৃন্দাবনীয়া কাপোৰ ব'বলৈ দিয়াৰ বহুত দিনৰ আগতেই গুৰুজনক তাঁতীকুছিৰ মহলা চলাবলৈ দিয়া পতা হয়। অৱশ্যে প্ৰথমবাৰ চিলাৰায়ক লগ পাওঁতেই গুৰুজনে এই বিষয়-বাব পাইছিলনে নাই, সন্দেহৰ কথা। বিষয়খন লৈ গুৰুজনে পাটবাউসীতে থাকি নিতৌ তাৰপৰা তাঁতীকুছিৰ কেন্দুগুৰিৰ কাৰখানালৈ নাৱেৰে অহা-যোৱা

কৰিছিল; "বজিয়া জানে গৈ কুমাৰকুচিত পৰি কোটো জানেদি ৰবপেটাত-পৰেগৈ" আৰু "বৎসৰি ষাৰ লাগে ৰাজাৰ ঠাই সূতা শোধোৱা ৰাৰত তাম্ভীৰ।" এই সময়ত গোপাল নামে এজন মুখিয়াল তাঁতীয়ে গুৰুজনাৰ লগত কাম কৰিছিল, কিন্তু তেওঁক চিনি নাপাই বোল নাম গ্ৰহণ কৰিছিল; পিছত এওঁ মাধৱদেৱত শৰণ লৈ মথুৰাদাস নাম পায়।

মথুৰাদাস বুঢ়া আতা

বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰপৰা যি সকল ব্ৰাহ্মণে নিজ স্বাৰ্থত আঘাত পোৱা যেন পালে, তেওঁলোকে শঙ্কৰদেৱৰ কথা সাতখন-আঠখন কৰি নৰনাৰায়ণৰ আগত লগাবলৈ ধৰিলে—অৰামুণ হৈ শঙ্কৰে ব্ৰাহ্মণক শৰণ দিছে, 'কৈৱৰ্ত্ত-কোলতা-কোচ-ব্ৰাহ্মণ'ক একেলগে পকা-কেঁচা অন্ন ভোজন কৰায় ইত্যাদি; মুঠতে, শঙ্কৰে ৰাজ্য নষ্ট কৰিলে। এইটোও বুজাই দিবলৈ বাকী নৰ'ল যে, ৰাজ্যত এনে অনীতি সোমালে ৰজাৰ ছত্ৰ-ভঙ্গ যোগ আৰু প্ৰজাৰ নিকাৰ হ'বইহে হ'ব। এই টুটকীয়াসকলৰ ঘাই হ'ল বিদ্যাবাগীশ চক্ৰবৰ্ত্তী নামে এজন। ভূষণ দ্বিজে লিখিছে যে, চক্ৰবৰ্ত্তীৰ পিতৃ বিদ্যানিধি বিপ্ৰক বিশ্বসিংহই নানা শাস্তি দিছিল। ৰামৰাম গুৰুৰ জোঁৱায়েক, ৰাজগুৰু, মাণ্ডৰিৰ কণ্ঠভূষণে শঙ্কৰদেৱক সমৰ্থন কৰি ৰজাৰ ওচৰত প্ৰতিবাদ জনোৱাতো তাৰ একো ফল নধৰিল। ৰজাই "মই থকাত মোৰ দেশত এনে কৰে" বুলি গৰ্জ্জি উঠি পাটবাউসীৰপৰা শঙ্কৰক ধৰি আনিবলৈ দহজন গৰমালি পঠাই দিলে। কথাচৰিত আৰু দৈত্যাৰিৰ মতে গৰমালিয়ে শঙ্কৰক এইবাৰ ধৰিব নোৱাৰি নাৰায়ণ ঠাকুৰ আৰু গকুলচান্দক ধৰি লৈ আহিল। গুৰুজনাই এই সময়ত আত্ম-গোপন কৰি ৰ'ল।

শঙ্কৰ ওপৰত ৰাজ নিগ্ৰহ

নাৰায়ণ আৰু গকুলচান্দৰপৰা পোনতে শঙ্কৰদেৱৰ বাৰ্ত্তা উলিয়াবৰ যত্ন কৰা হ'ল। কিন্তু কণ্ঠাচেপি, কুন্দা, গৰকা আদি

যন্ত্ৰেৰে শাস্তি দিয়াতো একো ভু উলিয়াব পৰা নগ'ল। ৰজাৰ আদেশমতে দুইকো ভোটক দি ঘোঁৰা সলাবৰ দিহা কৰিলে হয়, কিন্তু হামা আৰু পামা ভোটেও তেওঁলোকৰ দেও-মানুহ বুলি কিছু দূৰৰপৰা ঘূৰাই থৈ গ'লহি। ভক্তসকলৰ মহিমা দেখি হৰিসাঁ (হৰিষা, হৰিখাঁ) গৰমালিয়ে নিজে ছকুৰি নে পাঁচ কুৰি টকা দি ৰজাৰ দায় ভাঙিলে।

ধৰ্ম্মৰ অৰ্থে সত্যাগ্ৰহীসকল

বৰদোৱা-চৰিতমতে ঠাকুৰ আতাৰ পত্নীকো গৰমালিয়ে ধৰি নিছিল, আনমতে তেওঁ স্বামীৰ পিছে পিছে গৈছিল। এই সময়তে তেওঁৰ এটি পুত্ৰ সন্তান ওপজে। কথাচৰিতমতে পাটবাউসীত, ৰামানন্দৰ স্পষ্ট উল্লেখমতে চিলাৰায়ৰ ঘৰত, গুৰুজনাৰ আগত এই ল'ৰাটি অৰ্পণ কৰাত তেওঁ পৰমানন্দ নাম ৰাখিছে। হৰিখাঁ আৰু তেওঁৰ সঙ্গী গৰমালি শশী বা মধুক ঠাকুৰ আতাই শৰণ দিয়ে; অন্যমতে আনমতে গুৰুজনেহে হৰিখাঁক বস্ত্ৰ দিছিল। কথাচৰিতমতে গুৰুজনা ভক্তে সমে কিছুদিন আত্ম-গোপন কৰি আঁতৰি ফুৰি পুনৰ সদৰীকৈ ওলাই পাঁচ পক্ষ থাকোঁতেই পুনৰ ব্ৰাহ্মণে খল দিয়াত ৰজাই আকৌ গুৰুজনাক ধৰিবলৈ মানুহ পঠালে, "সিবাৰ পলাই ৰ'ল; ইবাৰ পালে ছালেৰে দামা ছাম, হাড়েৰে ৰাম শঙ্কৰ।" ৰাজ-গুৰু কণ্ঠভূষণে আৰু চিলাৰায়ৰ দপ্তৰত থকা ৰামানন্দ ঠাকুৰে ছোট দেৱানক এই বিষয়ে ভু-ভা দিছিল বুলি ভূষণ দ্বিজৰ চৰিতত লিখা আছে। কথাচৰিতৰ বাহিৰে আন চৰিতত দুবাৰ ৰজাৰ গৰমালিয়ে শঙ্কৰক ধৰিবলৈ অহাৰ কথা নাই।

সৰহভাগ চৰিতমতে এই সময়ত গুৰুজন চিলাৰায়ৰ ঘৰত আছিল আৰু নৰনাৰায়ণৰপৰা আশ্বাস-বাণী পোৱাতহে দেৱানে শঙ্কৰদেৱক ৰাজসভাত উপস্থিত হ'বলৈ উপদেশ দি পঠাই ঘোঁৰাৰ ডাকোৱাল নিয়োগ কৰি ঠাইে ঠাইে বাভৰি দাঁড়ে লৈ থাকিবলৈ ধৰিলে। শঙ্কৰদেৱে ৰজাৰ দৰবাৰৰ সাত খলপাৰ ওপৰলৈ এখলপা এখলপাকৈ উঠি।

নৰনাৰায়ণৰ ৰাজ-সভাত শঙ্কৰদেৱ

যাওঁতে "মধু-দানৱ-ৰাৱণ-দেৱ-ৰৰম্" আদি তোটয় মাতি, পুনৰ চাৰিটি শ্লোকেৰে ৰজাক আশীৰ্ব্বাদ কৰি, বহিবলৈ কমলি দিয়াত তাৰত্তিৰে বহি "নাৰায়ণ, কাহে ভকতি কৰু তেৰা" আদি ধনশ্ৰী ৰাগৰ গীতটি আৰু নৰনাৰায়ণ-প্ৰশস্তিৰ "জয় জয় মল্ল নৃপতি ৰসৰাজ। যাকেৰি গুণগাণ নাহিকে সমান॥"—এই ভটিমাটি গালে। ৰজা পৰম আপ্যায়িত হ'ল। মল্লদেৱ নিজেও আছিল সুপণ্ডিত; তেওঁ আঠোটি শ্লোকৰ গন্ত টীকা কৰিছিল, গুৰুজনক দেখুৱাত তাৰ গভীৰ পাৰমাৰ্থিক ব্যাখ্যা দিয়া দেখি ৰজা মুগ্ধ হ'ল। সিদিনালৈ সসম্মানে বিদায় দি ক'লে, 'নিতৌ আগবেলা মোৰ ঠাইলৈ আহিব, পিছবেলা সুন্নুৰ ঠাইত থাকিব।" ৰজাৰ দপুৰত দলিচা বা কম্বলত বহাৰ ক্ষমতা কাৰো নাই; কিন্তু গুৰুজনাই সেই খিতাপেৰে বহিবলৈ পালে। এইদৰে বেহাৰত থকা তিনিমাহ কাল শঙ্কৰদেৱ দৰবাৰলৈ অহা-যোৱা কৰি আছিল আৰু বিৰোধী দলে তৰ্কৰ মাজলৈ টানি নিলে

তোটয়, ভটিমা, গীত

যুক্তি-পাণ্ডিত্যেৰে সেই দলক মষিমুৰ কৰিছিল। কথাচৰিতত আছে, গুৰুজনে দ্বিতীয় দিনাখন "বন্দো গোবিন্দা গোপীজনমানন্দা", তৃতীয় দিনা "হাসি সভাসদ কৰু বহু থিৰ। মল্ল নৃপতিক সম নাহিকয় বীৰ", চতুৰ্থ দিনা "পেখিয়ে চাণুৰ সভা মাঝে যাই। সুনত ৰাজ-আজ্ঞা ৰাম গোসাঁই" গীত গাইছিল। তৃতীয় দিনা ব্ৰাহ্মণসকলে গোচৰ দিয়াত শঙ্কৰে তীৰ্থ নমনা কথা ওলাল; গুৰুজনে বেছি তৰ্ক নকৰি ছুবাৰ তীৰ্থ-ভ্ৰমণ কৰা কথালৈ আঙুলিয়াই দিলে মাথোন। অনাচাৰৰ অভিযোগৰ উত্তৰে ক'লে, তেওঁ গীতাৰ একশৰণ, ভাগৱতৰ নৱবিধা ভক্তি, সাত্বত তন্ত্ৰ, পঞ্চৰাত্ৰ তন্ত্ৰ, বেদবেদান্তৰ সাৰ লৈ ধৰ্ম্ম প্ৰচাৰ কৰিছে, অশাস্ত্ৰীয় অনীতি প্ৰচাৰ কৰা নাই। আন এদিনা ৰজাৰ কথামতে গুৰুজনে ছুই দণ্ডৰ ভিতৰত পাৰ পৰাকৈ সংগ্ৰহ কৰা ভাগৱত-সাৰ গুণ-মালা পুথি সম্পূৰ্ণ কৰি ৰজাৰ হাতত দিয়েহি। গুৰুজনৰ প্ৰতি নৰনাৰায়ণৰ শ্ৰদ্ধা বাঢ়ি

গ'ল ; নিতৌ সোণৰ পাকবা, দগলা বা কুৰ্ত্তা আদি বঁটা-বাহন পিন্ধাই চিলাবায়ৰ ফুল-বাড়ীলৈ বিদায় দিয়ে। কথিত আছে

গুণমালা সম্পূৰণ

ৰজাৰ সম্মান পাই শঙ্কৰৰ যশস্যা বাঢ়ি যোৱা দেখি ব্ৰাহ্মণসকলে "ব্ৰাহ্মণৰ জীৱিকাক নকৰিবা হয়" বুলি সাকূত বচন বোলাত, গুৰুজনে হাতৰ বুঢ়া আঙুলিৰে ভূমি ছুই ক'লে,

ব্ৰাহ্মণক হিংসা কৰে কোননো পামৰে॥
কিন্তু তোৰা যদি ভকতিত বিপক্ষ আচৰা।
নিষ্ঠ কৰি বোলো তেবে বাজিবো আমৰা॥

বেজবৰুৱাই লিখিছে, ব্ৰাহ্মণসকলে শঙ্কৰক বলে নোৱাৰে, অথচ নিতে কূট তৰ্ক বা কুতৰ্ক নেৰে দেখি, শেহান্তৰত ৰজাই পাত্ৰক

কাকতকুটাৰ ব্যুৎপত্তি

আদেশ দিলে, তেওঁলোকৰ শাস্ত্ৰবোৰ ফালি-ছিৰি তোৰোচা নৈত পেলাই দিবলৈ। সেইমতে পুথি-বোৰ টুকুৰা-টুকুৰকৈ কুটি পেলোৱাত তোৰোচাই সেই স্মৃতি এৰি নতুন বাট ল'লে। মৰিস্মৃতিটোক পিছত কাকত-কুটা বোলা হয়।

এই সময়তে নদিয়া শান্তিপুৰৰপৰা তিনি কুৰি তিনি জন শিষ্য লগত লৈ কবিচন্দ্ৰ নামে এজন পণ্ডিত দিগ্বিজয় কৰোঁ বুলি

শান্তিপুৰীয়া কবিচন্দ্ৰ পণ্ডিত

উদয়গিৰিৰ ৰজাৰ দৰবাৰ পালেহি। ৰজাই ক'লে, ব্ৰাহ্মণ পণ্ডিত নালাগে, শঙ্কৰ নামে এজন শূদ্ৰ গৰমালি বা লস্কৰ আছে, কবিচন্দ্ৰই তেওঁক জিনিব পাৰিলেই কবিচন্দ্ৰক পণ্ডিত বুলি জনা যাব। চিলাবায়ৰ চন্দন-চ'ৰাত বহি নৱম স্কন্ধ ভাগৱতৰ ভাঙনি কৰি থাকোঁতেই কবিচন্দ্ৰৰ মুখ্য শিষ্য কেইজনমানে শঙ্কৰদেৱক পালেগৈ। শূদ্ৰই ভাগৱত পঢ়িব নাপায় বুলি তৰ্কৰ ওপৰত তৰ্ক জুৰিলে, কিন্তু শান্তি-পুৰীয়াইতে একোপধ্যে যুক্তিৰে গুৰুজনক বলে নোৱাৰিলে। সেই বাতিয়ে পণ্ডিতসকল পলাই গ'ল। "শুনি ৰাজা চাপড় মাৰিয়া

কৰিছত। খলখলি হাসিলেক হৰিষে মনত॥" সিদিনাৰপৰাই বুঢ়াৰ মনত শঙ্কৰৰ প্ৰতি অৱতাৰ-জ্ঞান উপজিল। এই সময়ৰ ভাগৱতে গুৰুজনে দ্বাদশ স্কন্ধৰ পদ লিখিছিল; কাৰণ, ভাগৱত শূদ্ৰে পঢ়িব নাপায় বুলি প্ৰশ্ন তুলোঁতে দ্বাদশৰ শ্লোক আৰু ভাঙনিৰ পদ মাতি শুনায়। বুঢ়া বয়সত ৰচনা কৰা এই পুথিত গুৰুজনে নিজেই লিখিছে—

দ্বাদশ স্কন্ধ ভাগৱত

নভৈল ভকতি নছাৰিবা মোক দয়া।
জৰা-ৰোগ পীড়ে কেতিক্ষণে পৰে কায়া॥

কথাচৰিতত আছে, গুৰুজনা বেহাৰত থাকোঁতে মাধৱদেৱ সেই ফালেদিয়েই বাণুকাৰ ককায়েকৰ ঘৰলৈ গৈছিল। তেওঁ গণককুছিৰপৰা বটিয়া-মৰীয়া শূদ্ৰা পাটগিৰীৰ ঘৰত বৈ পাটগিৰীক আৰু মূলা গাঁৱৰ জলখা মিশ্ৰক ভকত কৰিলে; হাকামাইদি শালকচালৈ গৈ জেমান কছাৰীৰ গৃহত আছিল। গুৰুজনক দেখা কৰি বংশ-পৰিয়ালক শুদ্ধ ধৰ্ম্ম দিবৰ অভিপ্ৰায়েৰে বাণুকা পালেগৈ, কিন্তু সেই মনোৰথ পূৰণ নহ'ল। গুৰুজনে চিলাৰায়ৰ ঘৰত অনুচল পাৰাত তোৰোচোৰ দক্ষিণ পাৰত নকৈ পৰা ভোৱাৰৰ (ডোবাৰ, ডোবা) কাষত দেৱানে ঘৰ কৰাই দিলে। ডোবাত পৰি অনেক ভেৰা চৰায়ে মাছ খাই থাকে দেখি ঠাইডোখৰক লোকে ভেলা বা ভেলাডঙ্গা বোলে; ই বৰ্ত্তমান নগৰৰপৰা ডেৰ মাইল আঁতৰত অৱস্থিত। এঘাৰ দিন ঘূৰি মাধৱ ভেলা পালেহি আৰু তাৰপৰা বিজয়পুৰেদি গণককুছিলৈ ঘূৰিল।[১১]

মাধৱদেৱৰ বাণুকা-যাত্ৰা

শঙ্কৰদেৱ ভেলাডঙ্গাত

গুৰুজনা ভেলা-মধুপুৰত থাকোঁতে বজাই (চিলাৰায়ে?) এজনা চান্দসাই নামে মুছলমান দৰ্জ্জীক গুৰুৰ বাবে দগলা সীবলৈ দিছিল। কথিত আছে, দৰ্জ্জীয়ে গুৰুজনক চতুৰ্ভুজ জ্ঞান কৰি চাৰিখন হাত দি চোলাটো সীছিল। ৰামানন্দৰ চৰিতমতে চান্দসায়ে

পোনতে শঙ্কৰক ইতিকিং কৰি ঘূৰি ফুৰিছিল। এদিনাখন গুৰুজনৰ চতুৰ্ভুজ মূৰ্ত্তি দেখা পাই স্তম্ভিত হ'ল। ইয়াৰ পিছত তেওঁ জাতি-মিত্ৰক এৰি দি নাম-ধৰ্ম্ম লৈ শঙ্কৰদেৱৰ এজন প্ৰিয় ভক্ত হৈ পৰিল। আন কি, এৰছৰৰ পিছতে এই যৱন ভক্তজনে তাৰ্কিক ব্ৰাহ্মণসকলক সাধাৰণ যুক্তি-তৰ্কত ঘটুৱাবও পৰা হ'ল। চান্দসাইৰ নামে দুই-এটি ভকতীয়া গীত আমাৰ দেশত প্ৰচলিত আছে।

চান্দসাই যৱনৰ শৰণ

দৰং ৰাজবংশাৱলীত আছে, পুৰণি শাস্ত্ৰ-গ্ৰন্থাদি প্ৰণয়ন কৰাৰৰ কাৰণে নৰনাৰায়ণে পুৰুষোত্তম ভট্টাচাৰ্য্যক সংস্কৃত ৰত্নমালা ব্যাকৰণ ৰচিবলৈ, ৰাম সৰস্বতীক মহাভাৰত, সাতকাণ্ড ৰামায়ণ আৰু ওঠৰ পুৰাণৰ পদ কৰিবলৈ, শঙ্কৰক বাৰ স্কন্ধ ভাগৱত ভাঙিবলৈ, শ্ৰীধৰক জ্যোতিষ ভাঙিবলৈ আৰু বকুল কায়স্থক লীলাৱতীৰ গণিত ভাঙিবলৈ আজ্ঞা কৰে। এই উক্তি অৱশ্যে নিখুঁত নহয়। নৰনাৰায়ণৰ আদেশত গুৰুজনে ভাগৱত ভঙা কথা ক'তো নাই। অৱশ্যে নৰনাৰায়ণৰ আমোলতে কামৰূপত শঙ্কৰদেৱে ভাগৱতৰ কেইস্কন্ধমান ভাঙনিৰ সামৰণি মাৰে।

দৰং ৰাজবংশাৱলীত শঙ্কৰদেৱৰ কথা

কিমান বয়সত গুৰুজনেৰে মহাৰাজ নৰনাৰায়ণৰ সাক্ষাৎকাৰ হয়, থিৰাংকৈ কোৱা টান। ১৪৮০ শকৰ ওচৰা-উচৰি সময়ত শঙ্কৰদেৱে ৰাজসভাত পদাৰ্পণ কৰে বুলি আমি অনুমান কৰিছো। ইয়াৰ পিছত বেহাৰ আৰু বৰপেটাৰ মাজত তেওঁ কেইবাবাৰো অহা-যোৱা কৰিছিল। প্ৰথমবাৰ বেহাৰত তিনিমাহমান আছিল বুলি বেজবৰুৱাই লিখিছে। বৰদোৱা-চৰিতত অৱশ্যে এইবাৰত ছমাহ থকা হৈছে। এবাৰ কিছুদিন বেহাৰত থাকি পাটবাউসীলৈ আহিবলৈ ওলোৱাত চিলাৰায় দেৱানে জন্মপুৰাণৰ (?) শ্লোক পাই গুৰুজনক ভাঙিবলৈ দিছিল মাদৈসকলৰ কাৰণে; শঙ্কৰদেৱে পাটবাউসীৰপৰা

মাধৱদেৱৰ জন্ম-ৰহস্য

ভাঙি আনি দিম বুলি বিদায় ল'লে। মাধৱক এই কামৰ ভাৰ দিয়া হ'ল। তেওঁ ভাগৱত মিশ্র দি অভিনৱ গঢ়ত পুথিখনি ভাঙিলে; গুৰুজনে দেখি বোলে, "আমি বঢ়াবহে পাৰোঁ, টুটাব নোৱাৰোঁ, তুমি বস্ত্র ( হ্রস্ব ) দীৰ্ঘ সবে পাৰা দহো।"

গুৰুজন বেহাৰৰপৰা বেছি দিন আঁতৰি থাকিলে, দেৱানে তেওঁক পুনৰ মতাই নিছিল। নৰনাৰায়ণৰ ৰাজবাড়ীত এটা যোগী আছিল, চিলাৰায়ে এই কথা কোৱাত গুৰুজনে একেদিনাই মহাৰাজৰ হুতুৰা তাক তাৰপৰা খেদোৱালে।

খহটা সন্ন্যাসী

মহাৰাজে গুৰুজনক ক'লে, "বাপ, মনুষ্যে আপোনাক ঈশ্বৰবদ্ধে মানিছে। ভিতৰত খহটা নামে বৌদ্ধ এটা আছে, কৈছেনে?". খহটা সন্ন্যাসীক দেৱানে গুৰুজনৰ দৰেই একেশ্বৰবাদী বুলি ভাবি মান কৰিছিল আৰু নিজৰ ঘৰত আশ্রয় দি ৰাখিছিল। এতিয়া গুৰুজনৰ কথামতে দেৱানে খহটাক দৰবাৰলৈ মতাই আনি সুধিলত সি ক'লে, "যত শাস্ত্র, যত ধৰ্ম্ম, সবে মিছা। মই কোনো ঈশ্বৰক উপাসা নকৰোঁ, ময়েই ঈশ্বৰ।" শঙ্কৰদেৱৰ অনুমতি লৈ এই 'বৌধা-চাৰী'ক গটিয়াই খেদোৱা হ'ল। কথাচৰিতত আছে, সি 'সেই খজে গৈ গুৰুজনৰ পাছত খেৰ-পুজি সাজি চিলাৰায়ৰ মূৰ্ত্তিক খৰিকা-বাণ হানি হেৰা দিলে। আঢ়ৈ কুৰি সোঁ বয়সতে গুৰুজনৰ আঢ়ৈ বৰ্ষৰ পাছত চলিবৰ ভু পাই ধুনা পৰ্ব্বতৰ কাষে গৈ পোৰা বামা দিলে। অনেক বৈষ্ণে চাব সুৱাইলে, পুৰি শুকাই চলিল।'

চিলাৰায় দেৱানে গুৰুজনাৰ মুখে শ্রীকৃষ্ণৰ লীলা শুনি মোহিত হৈ চিত্রত দেখিবৰ বাবে বাঞ্ছা জনালে। শঙ্কৰদেৱে বস্ত্রত সেই চিত্র কৰিবলৈ গাত ল'লে। "বাপ, তেনে যকগৈ; আমি ত'তে বাবেও মৰলক সূতা পতাই দিওঁ, কৰক যাই" বুলি চিলাৰায়ে নাও আৰু নাৱৰীয়া দিলে। ন দিনে গুৰু পাটবাউসী পালেহি। এই সময়তে উজানৰপৰা অনন্ত কন্দলি আহি গুৰুজনক তেওঁ কৰা দশমৰ পদ দেখুৱালে। কথা আৰু

বৃন্দাবনী বস্ত্র

ৰামচৰণ চৰিততো আছে, কন্দলিৰ পদ শঙ্কৰদেৱৰ মনঃপূত নোহোৱাত মাধৱক "ৰবাব পো, মই আগে-গুৰিয়ে ধৰোঁ, তুমি উঠা মাজত," এই বুলি মধ্য আৰু শেষ দশম স্কন্ধৰ 'সাৰ কাঢ়ি গুৰুজনে কৈলে হৰিবংশ মিশ্ৰ দি ৰুক্মিণী-হৰণ, কুৰুক্ষেত্ৰ, চোট আৰু ৰাজসূয়।' ইয়াত ৰুক্মিণী-হৰণ নাটৰ কথাহে কোৱা হৈছে; কাৰণ ৰুক্মিণী-হৰণ কাব্য বৰদোৱাত থাকোঁতেই ৰচনা কৰা হয়। বেজবৰুৱাই লিখিছে—"ৰতিকান্ত দলৈয়ে 'দদাই শাস্ত্ৰ কৰে, তুমিও কৰিবা, লোকে এইটো কথা শুনিলে কি বুলিব' বুলি উপহাস কৰাত" মাধৱে ৰাজসূয় গ্ৰন্থ ৰচনা কৰা কাম পেলাই থৈছিল। গুৰুজন শেষবাৰ বেহাৰলৈ যাবৰ সময়ত বুজনি দিয়াতহে আকৌ কাপ ধৰে।

ৰুক্মিণী-হৰণ নাট, কুৰুক্ষেত্ৰ, ৰাজসূয় যজ্ঞ

গুৰুজনে বুঢ়াগোপাল আদি কৰি বাৰেও মৰলক চপাই ৰঙা, বগা, ক'লা, হালধীয়া, সেউজ, কাচনীল, গৌৰশ্যাম ৰঙেৰে সূতা ৰণকাই ছকুৰি হাত ঘৰ কৰালে, কাপোৰ ছকুৰি হাত বাটি কৰালে। কংসৰ বন্দীশালত কৃষ্ণৰ জন্মৰেপৰা কংস-বধলৈকে সকলো লীলা 'পূতনা-স্বৰূপে' চিত্ৰিত কৰা হ'ল। আখৰ তুলি প্ৰতি চিত্ৰৰ নাম দি বুজাই দিয়া হ'ল। এই বৃন্দাবনীয়া বা বৃন্দাৱলী বস্ত্ৰৰ পৰিকল্পনা লোক-গীতৰ শ্ৰীকৃষ্ণই তাঁতীৰ ঘৰলৈ গৈ দিহা দিয়া কাপোৰৰ নক্সাৰ দৰেই মনোৰম। ছমাহ কি বছৰেকতে বিচিত্ৰ কাপোৰ ওলাল। বছৰৰ মূৰত চিলাৰায়ৰ ঘৰলৈ গৈ দেৱানক এনিশা হৰিৱ্হাস কৰাই অন্দৰ মহলত এচলীয়া চাং পতাই চাৰি-পাটী পৰাই স্বৰ্ণলকৰে চিত্ৰবোৰ পৰিপাটিকৈ দেখুৱালে। চিলাৰায়ে আনন্দতে গুৰুক এশ টকা ৰূপ, সোণ চাৰি টকা, বস্ত্ৰ এযোৰ, দিগ্বিজয় কৰোঁতে অনা যুধিষ্ঠিৰ-যজ্ঞৰ বাসুদেৱ মূৰ্ত্তি দিলে। পিছদিনা মহাৰাজ নৰনাৰায়ণে চাই পৰম সন্তোষ পাই ঈশ্বৰ মানি পছিমে মোৱামাৰি, দখিণে মানচৈ, উত্তৰে ভোৰোচা আৰু পূবে ভেলা, এই চাৰি হুজ সীমা কৈ ছশ মাটি নানকৰ ব্ৰহ্মোত্তৰ কৰি গৃহ-বাৰী কৰাই দিলে সৈতে দিলে।

বৰ্জ্জৰকৰাই লিখিছে, এইডোখৰ কালত অৰ্থাৎ তীৰ্থ-ভ্ৰমণৰ পিছত শঙ্কৰদেৱে নাট কেইখনি আৰু অনেক গীত ৰচনা কৰে।

**শঙ্কৰদেৱৰ জন্ম-যাত্ৰা, কংস-বধ নাট**

ৰামচৰণৰ চৰিতত আছে, তীৰ্থৰ প্ৰসাদ জ্ঞাতি-সকলৰ মাজত বিলোৱাৰ কিছু দিনৰ পিছতে পাটবাউসীত জন্মযাত্ৰা নাট লিখি ভাওনা কৰায়। গুৰুজনৰ জন্মযাত্ৰা অঙ্ক আজি-কালি পাৰলৈ নাই। ৰবদোৱা চৰিতত দ্বাত্ৰিংশৎ অধ্যায়ত প্ৰচলিত ছখনি নাটৰ আৰু কংস-বধ অঙ্কৰ উল্লেখ কৰি লিখা হৈছে, 'তাৰে এখনি হেৰাইছে, ছয়খানি থাকিল।' অনুমান হয়, এই হেৰোৱা কংসবধ নাটেই জন্মযাত্ৰা নাট।

**পাৰিজাত-হৰণ নাট**

একে সময়তে 'পাৰিজাত হেন নাম অঙ্ক মহা অনুপাম কৰিলা শঙ্কৰে তাত পাছে।' এই নাটখনিও ৰামৰায় আতাৰ অনুৰোধত লিখা হয়।

**ৰামবিজয় নাট**

কথাচৰিতত আছে, বৃন্দাবনীয়া কাপোৰ শোধাবলৈ যোৱা সময়ত চোট দেৱানে প্ৰাৰ্থনা কৰিলে ৰামায়ণৰ নাট কৰিবলৈ। গুৰুজনাই একে নিশায় নাট-সূত্ৰ-গীত-ভটিমা-কথা কৰি চোট ৰজাক শুনালে। চিলাৰায়ে তেওঁৰ এশ পত্নীক লঘোনে ৰাখি বস্ত্ৰ-টকা দি সেৱা কৰালে। 'গুৰুজনে তাতে কাপ-কাঠি এৰিছে' অৰ্থাৎ এই সীতা-স্বয়ম্বৰ বা ৰামবিজয় অঙ্কই গুৰুজনাৰ শেষ ৰচনা। 'পয়াণৰ গন্ত শ্লোক শক দিছে' বুলি ১৪৯০ শকত নাটখনি লিখাৰ ইঙ্গিত এই চৰিতত দিয়া আছে। ইয়াৰ পিছত গুৰুজন বেহাৰত তিনি পক্ষ থাকি বৰপেটালৈ আহে আৰু সোনকালেই পুনৰ বেহাৰলৈ যায়। ইয়াৰ পিছত তেওঁ পাটবাউসীলৈ আৰু নুঘূৰিল। ৰামানন্দৰ চৰিতমতে শেষবাৰ বেহাৰলৈ গৈ ছমাহমান থকাৰ পিছত চিলাৰায়ৰ অনুৰোধমতে ৰামৰ বিবাহ-কথাৰে সীতা-স্বয়ম্বৰ ৰচনা কৰিলে, আৰু

গুক্লধ্বজ নৃপতিকো অঙ্কে নিবন্ধিলা।
অক্কত শ্লোকক কৰি অঙ্ক সমাপিলা॥

শুক্লধ্বজে সিখনি ঘৰলৈ অনাই পঢ়ি চাই সকলো সমল দি অঙ্কখনিৰ যাত্ৰা কৰিবলৈ খাটিলে। গুৰুজনে দেৱানৰ নৰ্ত্তকসকলক শিকাই ভাওনা কৰালে। ৰামানন্দই লিখিছে, ভাওনাৰ পিছত শঙ্কৰদেৱে গৃহলৈ আহি চাৰিমাহমান থাকে আৰু এই সময়তে একো অধ্যায়ৰ বাৰ স্কন্ধ ভাগৱত ভাঙিবলৈ আৰম্ভ কৰি প্ৰথম দুই স্কন্ধ ভাঙোতেই সোঁ হাতৰ গাঁঠিত ফোহোৰা এটা উঠাত আৰু সেয়ে কাল হৈ স্কন্ধ তোলাত ভাঙনিৰ কাম কাতি কৰি থ'ব লগীয়া হ'ল। প্ৰকৃততে, জয়ন্তীৰ মাধৱ ঢুকাবৰ সময়তে পাটবাউসীত দ্বিতীয় স্কন্ধৰ ভাঙনি কৰা হৈছিল। প্ৰথম স্কন্ধও ইতিমধ্যেই ৰচিত হৈছিল। সীতা-স্বয়ম্বৰ অঙ্কত চিলাৰায়ক 'নিবন্ধন' কৰা হৈছে এইদৰে—

পৰম ৰসিক-গুৰু শ্ৰীশুকলধ্বজ
ৰাজা নৃপতি প্ৰধান।
জয়তি জয়তি নিত্য ঈশ্বৰ কৃষ্ণক
কেলি-লীলা-ৰস-জান ॥

আকৌ— ৰামক পৰম ভকতি-ৰস জানা।
শ্ৰীশুক্লধ্বজ নৃপতি-প্ৰধানা ॥

অঙ্ক-সমাপতিৰ শ্লোক—

শ্ৰীগোপালপদচ্ছত্ৰচ্ছায়ালালসমানসঃ।
(শ্ৰী)শুক্লধ্বজনৃপশ্ৰেষ্ঠঃ কাৰয়ামাস নাটকম্ ॥
বিন্দু-ৰন্ধ্ৰ-বেদ-চন্দ্ৰশাকে শঙ্কৰসংজ্ঞকঃ।
শ্ৰীৰামবিজয়ো নাম নাটকং বিদধেঽধুনা ॥

বৰগীতখিনি শঙ্কৰ আৰু মাধৱে বেলেগ বেলেগ সময়ত ৰচনা কৰিছিল। প্ৰথমবাৰ তীৰ্থলৈ যাওঁতে গুৰুজনে "মন মেৰি ৰাম-চৰণহি লাগু" গীতটি বদৰিকাশ্ৰমত ৰচনা কৰে। এয়ে বোধ হয় প্ৰথম বৰগীত-ৰচনা। পাটবাউসীত থাকোঁতেই শঙ্কৰদেৱৰ ৰচিত গীতবিলাক একেলগে গোটাই লিখাত

বৰগীত-সঙ্কলন

২৪০টি হ'ল। ববপেটাব কমল নামে গায়নে গীতৰ পুথিখনি আওবাবলৈ 'নিওঁতে ঘৰ পোৰা জুইত পুৰিলে। এই সময়ত গুৰুজনাৰ বয়স একেবাৰেই ভাটী দিছিল; সম্ভৱতঃ প্ৰয়াণৰ বেলালৈ ছুবছৰমান মাত্ৰ বাকী আছে। গীতখিনি পোৰা বাতৰি পাই তেওঁ মনতে কষ্ট পাই নিজে আৰু গীত নকৰি মাধৱক সেই ভাৰ দিলে, "বৰাৰ পো, অনেক শ্ৰমকৈ গীতখানি কৈলো, পুইলে, তুমি কিছু গীত কৰা, আমি নকৰোঁ আৰু।" শঙ্কৰদেৱ-ৰচিত যি দুই-এটি গীত ভকতসৱৰ মুখত আছিল, তাৰে সৈতে মাধৱদেৱে নিজৰ ন পুৰণি গীত যোগ দি মুঠ নকুৰি এঘাৰটি বৰগীত কৰিলে।

গুৰুজনাৰ জীৱন-কালতে মাধৱে দধিমথন নাট ৰচনা কৰিছিল। ববদোৱা-চৰিতত আছে, দধিমথন যাত্ৰা হওঁতে গুৰুজনে নন্দৰ আৰু মাধৱে উপনন্দৰ ভাও লৈছিল। বৃন্দাবনীয়া কাপোৰ বোওৱা সময়ত তাঁতীকুচিলৈ অহা-যোৱা কৰোঁতে বাটত ভাটে ভটিমা গোৱা শুনি গুৰুৰ আদেশমতে মাধৱে "প্ৰাতস সময়ে যশোৱা জননী মুখ চুম্বিত জগাৱনকু" এই ভটিমাটি ৰচনা কৰে। এই মনোৰম গীতটি ভোজন-ব্যৱহাৰ নাটৰ পোনতে দিয়া হৈছে। কথাচৰিতমতে দ্বিতীয় তীৰ্থ-ভ্ৰমণৰ পৰা ঘূৰোঁতে এই ভটিমাটি ৰচিত হৈছিল।

মাধৱদেৱৰ দধিমথন নাট

ৰামানন্দ ঠাকুৰৰ পুত্ৰ পুৰুষোত্তম ঠাকুৰ পাটবাউসীতে জন্মে। চুঁচৰি ফুৰা বয়সত বোকায়-পানীয়ে কোলাত উঠিব খুজিলে বুঢ়ীমাক কালিন্দী আয়ে আঁতৰাই থয় দেখি গুৰুজনে কৈছিল, "তোমাৰ আমাৰ জানিবা নিশ্চয় নাতিভেসে পুমু আশ।" গুৰুৰ মুমলীয়া পুত্ৰ হৰিচৰণ ঠাকুৰলৈ ৰামদাসৰ জীয়েক, মাধৱদেৱৰ ভাগিনীয়েকক বিয়া কৰোৱা হৈছিল; এওঁলোকৰ এটি ল'ৰা হয়—চতুৰ্ভুজ। এদিন পাটবাউসী থাকোঁতে ৰামৰাম, ঠাকুৰ আতা আদিয়ে গুৰুজনক সুধিলে, "বাপ, এই ধৰ্ম্ম-বস্তু কঁত থ'ব পাছলৈ?" শঙ্কৰদেৱে উত্তৰ কৰিলে,

"তুই নাতিভেসে আশ"

"মোৰ বৰা পোত, দুই নাতিত, আৰাসৰৰ আজ্ঞা দহ বান্ধুজনকৈও ধৰিব।" গুৰু-নাতি দুজনেই পুৰুষ-সংহতিৰ আদি।

গুৰুজনা পাটবাউসীত থকা সময়ত ধুঁৱাহাটা অঞ্চলৰপৰা কেইজনমান লোক আহি গুৰুজনাক খাটিলে উজানত ধৰ্ম্ম প্ৰচাৰিবৰ বাবে এজনক পঠাবলৈ। শঙ্কৰদেৱে মাধৱক পঠাব খুজিছিল কিন্তু নাৰায়ণ ঠাকুৰে হুকা-বধা কৰিলে। উজনীয়া লোকসকলৰ লগত এটি মাউৰা ব্ৰাহ্মণৰ ল'ৰাও আহিছিল, তেওঁৰ নাম বংশীগোপাল। এওঁ শঙ্কৰদেৱক পাই এৰি যাব নুখুজিছিল; কিন্তু লগৰ মানুহে তেওঁক নেৰিলে। বংশীগোপালে পিছত উজনি খণ্ডত শঙ্কৰী ধৰ্ম্ম প্ৰচাৰ কৰি ধৰ্ম্মাধিকাৰ হয়। এওঁৰ ককাকৰ নাম হৰিবৰ আচাৰ্য্য. পিতৃৰ নাম বলদেৱ বা ধৰ্ম্মাই আচাৰ্য্য। জন্ম ১৪৭০ শকৰ ফাগুনৰ পূৰ্ণিমা, বৃহস্পতিবাৰে, প্ৰয়াণ ১৫৯০ শকৰ মাঘৰ কৃষ্ণা চতুৰ্থীত। এওঁ শঙ্কৰদেৱৰ বৈকুণ্ঠ-প্ৰয়াণৰ পিছত সুন্দৰীত মাধৱৰপৰা ধৰ্ম্ম গ্ৰহণ কৰে। তেলী কৃষ্ণ (বাণ্ডুকাৰ বাটত ঘৰ), শিৱানন্দ লস্কৰ, বুঢ়া গোপাল, হৰিদাস আতৈ আদি অনেক লোক স্থান-স্থানান্তৰৰপৰা আহি শঙ্কৰী ধৰ্ম্ম লয়।

বংশীগোপালদেৱ, তেলী কৃষ্ণ আদি

গুৰুজনে শেষবাৰ পাটবাউসীত এমাহমান থাকে, নাৰায়ণ ঠাকুৰ, দক্ষিণ কূলৰ বৰ বিষ্ণু আদি ভকতসকলক মতাই আনি দেখা-শুনা কথা-বাৰ্ত্তা হয়। ৰামচৰণৰ মতে, জগন্নাথলৈ যাওঁ বুলি, সকলোৰেপৰা মেলানি বিচাৰিলে। নিপুণ বৈছা নাৰায়ণ ঠাকুৰ আতাই নাও সজোৱাৰ দিহা-পোহা কৰিলে। "সাত দিনে যান্তে পাছে ফাগুন মাহৰ" লগত ৰামানন্দক লৈ ধনুখন্দা জানেদি গণককুছিৰ মাধৱৰ থানত এৰাতি থ'লগৈ। তাতে মাধৱেৰে সৈতে মুকলিকৈ বহুত কথা হ'ল আৰু গুৰুজনে "হৃদয়-ভাণ্ডাৰ খুলি মাধৱক দিলা।" মাধৱক ক'লে, "বঢ়া-পো, আমাৰ ধৰ্ম্ম সাত পুৰুষলৈ প্ৰৱৰ্ত্তিব।

বেহাৰলৈ শেষ যাত্ৰা

জীয়াৰীৰ নাতি-পুত্ৰে ভকতি ৰাখিব। সাত পুৰুষ শেষ হ'লে ঘৰ দোকান দাং খাব। দশম-কীৰ্ত্তনত আমাক পাবা। ব্ৰাহ্মণৰ বাদে আমাৰ হৃদয় আঠ আঙুললৈকে ক'লা পেলাইছে। তুমি ঘৰঘৰ, ঘৰমেল নকৰিবাঁ, কৰিলে দুখ পাবা। আৰু কীৰ্ত্তন-ঘোষা শাস্ত্ৰখানি সংগ্ৰহ কৰিবাঁ। ঘোষাত দুলৰি, ঝুনা, ছবি, ঝুমুৰি, লেছাৰি, ছন্দ দিবাঁ। নমস্কাৰ, ভজন, অনুধৃতা, অনুনাথনা, হৰৰাৰ, প্ৰশংসা, মহিমা, কাৰুণ্য, এইসকল যোগ কৰিব লাগিব। আৰু ঘোষাৰ শেষত ঈশ্বৰৰ নাম-গুণ লগাবাঁ। মই তোমাক এৰি নাযাওঁ।"

সকলো ভকতৰপৰা বিদায় লৈ পিছদিনা ভাটীলৈ নাও মেলিলে। শঙ্কৰদেৱে পানী-কুম্ভিৰপৰা চ'ৰথত ঠিয় দি ৰিণি-ৰিণি দেখালৈকে ভকতসকললৈ চাই ৰ'ল। বটিয়ামাৰীৰ শূদ্ৰা পাটগিৰীৰ ঘৰত ৰৈ, যোগীঘোপাৰ ওচৰত দুধনাথ, কুমাৰ গাৰিয়েদি নাও গদাধৰত পৰিলগৈ; ভগামোৰ, বিজয়পুৰত ৰৈ তোৰোচাইদি উজালে। ঘৰঘৰি ঘাটত এদিন ৰৈ পিছদিনা কাকতকুটাত নাও ৰখাই গুৰু তাৰ পিছদিনা ৰাজবাড়ীলৈ গ'ল। দেৱান আৰু কমলপ্ৰিয়াৰ আনন্দৰ পাৰ নোহোৱা হ'ল। বেহাৰত বাটত আঠ-দহ দিন, অন্যমতে ছয়-সাত দিন লাগিছিল। "দিনা আঠ দশে পাইলা বেহাৰ নগৰ। ভেলা ডোঞ্ৰাৰত যাই ৰহিলা শঙ্কৰ॥" ৰামানন্দৰ চৰিতত যদিও আছে, গুৰুজনাই এইবাৰ ছমাহমান বেহাৰৰ থাকি সীতা-স্বয়ম্বৰ নাট ৰচি ভাওনা কৰাইছিল আৰু প্ৰথম, দ্বিতীয় স্কন্ধ ভাগৱতৰ পদ কৰিছিল, আন কোনো চৰিতত সেই কথা নাই আৰু সেই কথা আমাৰ মনেও নধৰে। বেজবৰুৱাই লিখিছে, এইবাৰ শঙ্কৰদেৱ বেহাৰত আঢ়ৈ বছৰ থাকে, ৰজা-দেৱানে সহৰা কাজীৰ কল-বাৰীৰ কল গছ কাটি সত্ৰ পাতি দিয়ে, আৰু ইয়াত থকাৰ ডেৰ বছৰৰ মূৰত মাধৱে বেহাৰত গুৰুক দেখা কৰি বাতুকালৈ যায়। কিন্তু, আন চৰিতত এইবোৰ কাহিনী ইয়াৰ কিছু কাল আগৰহে।

সম্ভৱতঃ যি ফাগুনত গুৰুজনাই বেহাৰলৈ যাত্ৰা কৰে, সেয়ে তেওঁৰ জীৱনৰ শেষ ফাগুন। তাৰ পিছৰ ভাদলৈকে সময়খিনি শঙ্কৰদেৱে আগবেলা চিলাৰায়ৰ ত'ত, পিছবেলা ৰজাৰ সভাত, এনেদৰে কটাবলৈ ধৰিলে। ইয়াৰ মাজতে ৰজাই এদিনাখন শঙ্কৰদেৱক ভক্তি-ধৰ্ম্মত শৰণ দিবলৈ প্ৰাৰ্থনা কৰে। ইপিনে ৰজা, স্ত্ৰী আৰু কৰ্ম্মকাণ্ডী ব্ৰাহ্মণৰ গুৰু নহ'বলৈ শঙ্কৰদেৱৰ দৃঢ়সংকল্প। তাৰ উপৰি বোধ হয় মহাৰাজ নৰনাৰায়ণৰ শাক্ত ধৰ্ম্মৰ প্ৰতি প্ৰবল প্ৰীতি দেখি অব্যভিচাৰী ভক্তি-ধৰ্ম্মত কোবামুঠীয়াকৈ ধৰি চলিব পাৰিব বুলি তেওঁৰ সমূলি বিশ্বাস নহৈছিল। ছুবছৰমান আগতে মাত্ৰ 'শাকে তুৰঙ্গ-গজ-শশাঙ্ক-সংখ্যে' অৰ্থাৎ ১৪৮৭ শকত মহাৰাজৰ আদেশত কামাখ্যা মন্দিৰৰ নতুন গাঁথনি শেষ হয়। কি কৰিব, ভাবি-চিন্তি শঙ্কৰদেৱ এঘাৰ দিনমান ৰজাক দেখা দিয়া নাই। তাৰ পিছত ৰজাই মাতি নিয়ালত নানাভাৱে বুজাবলৈ যত্ন কৰাতো ৰজা সৈমান নহ'ল। "ৰাক কাইলৈ দেখা যাব" বুলি কৈ চিন্তান্বিতভাৱে গুৰুজন বহালৈ ঘূৰিল।

শঙ্কৰদেৱৰ মহাপ্ৰয়াণ

কথিত আছে, সোঁ হাতৰ গাঁঠিত, অন্যমতে বুঢ়া আঙুলিত বা 'জাদণ্ডি'ত বা 'আথান'ত কোঁহোৰা এটা হৈ গুৰুজনৰ তীব-কঁপে জৰ উঠিল আৰু তিনি দিনৰ মূৰত ১৪৯০ শকৰ ভাদৰ একৈশ (ৰামানন্দৰ মতে সাত) দিন যাওঁতে শুক্লা দ্বিতীয়া তিথিত বৃহস্পতিবাৰে দিনৰ এক-ডেৰ প্ৰহৰ বেলা বা ছুপৰ চাৰি দণ্ড বেলা যাওঁতে, আৰ্দ্ৰা নক্ষত্ৰত, প্ৰায় ছকুৰি বছৰীয়া জীৱনৰ অন্তত ভেলা কাকতকুটাত গুৰুজনে নৰ-নাট সামৰিলে। আগ-নিশা যেতিয়া ৰৰপুত্ৰ ৰামানন্দই পৰমাৰ্থ-বস্তু বিচাৰিছিল, গুৰুজনে ইয়াকে মাথোঁ ক'লে, "আমি শক্তি-ভক্তি বল-পৰাক্ৰম ৰৰা-পোৰ হাতে থৈ আহিছো সবেখানি।" দশম-কীৰ্ত্তনৰ আঁৰত নিজকে লুকুৱাই প্ৰাণ-বান্ধৱ' মাধৱত তেওঁৰ সকলো শক্তি-ভক্তি অৰ্পণ কৰি, গুৰু-

জনাই বেহাৰ নগৰ পবিত্ৰ কৰি তোৰচা নৈৰ পাৰত নশ্বৰ দেহাৰ চিন হেৰুৱালে। তেওঁৰ অপৰিসীম প্ৰতিভা আৰু গভীৰ প্ৰাণ-স্পন্দনে সাঁচ চালি থৈ গ'ল অসম কামৰূপৰ অসমীয়া জাতিৰ, নতুন প্ৰাণ আৰু নতুন সঙ্গীত, নতুন সাহিত্য আৰু নতুন শিল্প-কলা, নতুন ধৰ্ম্ম আৰু নতুন সমাজ-নীতি দি, নতুন সংস্কৃতিৰ ভেটিত প্ৰতিষ্ঠা কৰি।

## পঞ্চম খণ্ড

# শঙ্কৰী সাহিত্য, সংস্কৃতি আৰু দৰ্শনৰ আভাষ

শঙ্কৰদেৱৰ ধৰ্ম্ম-প্ৰচাৰৰ সময়ত তেওঁৰ নিজৰ ৰচনাৱলী আৰু তেওঁৰ অনুৰক্ত মাধৱদেৱ, অনন্ত কন্দলি, ৰাম সৰস্বতী আদিৰ পদ-পুথি আৰু নাট-গীতে এক প্ৰধান মাধ্যমৰূপে কাম কৰিছিল। অনেক লোককে গীত-পদৰ মাধুৰ্য্যই আৰু নাট-অভিনয়ৰ উল্লাসপূৰ্ণ সৌন্দৰ্য্যই আকৰ্ষণ কৰি ভক্তিধৰ্ম্মৰ সোঁতত পেলাইছিলহি। মধ্য-যুগৰ এই ধৰ্ম্ম-আন্দোলন আৰু সেই সময়ৰ সাহিত্য ওতঃপ্ৰোত-ভাৱে ইটো সিটোৰ লগত জড়িত। শঙ্কৰদেৱে নিজেই এই বিৰাট বৈষ্ণৱ সাহিত্যৰ সৃষ্টিৰ পথ মুকলি কৰি দিছিল। তেওঁৰ পূৰ্ব্বৰ কবিসকলৰপৰা এক সাহিত্যিক ভাষা আৰু কেইটিমান ছন্দৰ আদৰ্শ পাইছিল। নিজৰ প্ৰতিভা-শক্তিৰে তেওঁ সেই ভাষাৰ পৰিসৰ আৰু কমনীয়তা বঢ়াই আৰু নতুন ছন্দ যোগ কৰি বৈষ্ণৱ সাহিত্যৰ বিবিধ প্ৰকাশৰ উপযোগী কৰিলে। নাট আৰু বৰগীতৰ কাৰণে ভাষাৰ এটি বিশিষ্ট ভঙ্গিও তেওঁ সৃষ্টি কৰিছিল। সংস্কৃতৰ তোটক ছন্দৰ 'মধু-দানৱ-দাৰণ' স্তোত্ৰটি আৰু প্ৰকৰণ-গ্ৰন্থ ভক্তি-ৰত্নাকৰ এৰি দি তেওঁৰ অসমীয়া ৰচনাৱলীক এইকেইটা ভাগত ভগাব পাৰি—উপাখ্যান (হৰিশ্চন্দ্ৰ-উপাখ্যান, ৰুক্মিণী-হৰণ আদি); ৰামায়ণ, ভাগৱত আদিৰ ভাঙনি (এইবিলাকত একেটি উপাখ্যানৰ ঐক্য নাই); তত্ত্বমূলক আলোচনা (অনাদি-পাতন, নিমি-নৱসিদ্ধ-

বৈষ্ণৱ আন্দোলন আৰু বৈষ্ণৱ সাহিত্য

শ্ৰীশঙ্কৰ-ৰচনাৱলীৰ শ্ৰেণী-বিভাগ

সংবাদ); কীৰ্ত্তন-ঘোষা; গীত (বৰগীত, ভটিমা আদি); আৰু নাট বা অঙ্ক।

শঙ্কৰদেৱৰ ৰচনাৱলীৰ তাৰিখবোৰ নিৰূপণ কৰা টান হ'লেও কিছুমান বাহ্য আৰু অন্তৰঙ্গ প্ৰমাণৰপৰা সিবোৰৰ এটি ক্ৰম স্থিৰ কৰিব পৰা হয়। গুৰু-চৰিতৰ বিৱৰণেই এই প্ৰসঙ্গত অৱশ্যে একমাত্ৰ বাহ্য প্ৰমাণ। অন্তৰঙ্গ প্ৰমাণবোৰ সূক্ষ্ম ধৰণৰ: ভাষা আৰু ৰচনা-ৰীতি, পুথিবোৰৰ মূল, সিবিলাকৰ বিষয়-বস্তু আৰু সেই বিষয়-বস্তুৰ মূল, ধৰ্ম্মমতৰ বিকাশ, ৰামৰায়-চিলাৰায় আদিৰ উল্লেখ, গ্ৰন্থকাৰৰ নিজৰ জীৱন-কথাৰ ক্ষীণ ইঙ্গিত আৰু ক'ৰবাত কেনেবাকৈ বুৰঞ্জী-মূলক কাহিনীৰ দূৰৰপৰা পৰা ছাঁ। আদি ভাগৰ ৰচনাৱলীত ডেকা কালৰ চঞ্চল, উদ্দাম মনৰ আভাষ পোৱা যায় আৰু জতুৱা ঠাঁচ আৰু ঘৰুৱা ভাষাৰ প্ৰভাৱো বহুল ধৰণৰ; কিন্তু পিছৰ বয়সৰ ৰচনাত এই দুয়োটা লক্ষণ কমি অহা দেখা যায়। আদি জীৱনৰ কীৰ্ত্তন-ঘোষাৰ ভাষাৰ ক্ষিপ্ৰতা আৰু পিছৰ জীৱনৰ দশম পুথিৰ ভাষাৰ গাম্ভীৰ্য্য লক্ষণীয়। ডক্টৰ কাকতিয়ে আঙুলিয়াই দিয়া কথাটি আমি ইতিপূৰ্ব্বে উল্লেখ কৰিছো যে, শঙ্কৰদেৱৰ নামৰ আগত পহিলা জীৱনত ৰচিত পুথিত 'কায়স্থ' শব্দ আৰু শেহৰ ফালে ৰচিত পুথিত 'কৃষ্ণৰ কিঙ্কৰ' কথাফাকি থাকে। 'নবাছে ভকতি জাতি-অজাতি,' এই বিশ্বাসৰ ওপৰতে বোধ হয় পৰিপক্ক ভক্ত শঙ্কৰদেৱে নিজৰ আভিজাত্যৰ অভিমানক মনত ঠাই নিদিছিল। কিন্তু পিছৰ ৰচনাৰ দুই-এখনিত কাচিৎ-ক'ৰবাত 'কায়স্থ' শব্দৰ উল্লেখ নথকা নহয়। তেওঁৰ দুখনি অন্ত্য ৰচনা 'কুৰুক্ষেত্ৰ' আৰু দ্বাদশ স্কন্ধ ভাগৱতত নিজৰ নাম পৰ্য্যন্ত দিয়া হোৱা নাই, ভণিতাত 'কৃষ্ণৰ কিঙ্কৰ' মাত্ৰ সংযোগ কৰা হৈছে। শঙ্কৰদেৱৰ জীৱন-কাহিনী প্ৰসঙ্গত বেলেগ বেলেগ সময়ৰ ৰচনাৰ উল্লেখ আৰু সিবোৰৰ স্বৰূপ তাৰিখৰ কিঞ্চিৎ আলোচনাও কৰি

'ৰচনাৱলীৰ পৰিক্ৰমা-নিৰূপণ

আহিছো। তলত পুনৰ সময় অনুসাৰে আৰু ওপৰত উল্লিখিত প্ৰমাণ অনুসাৰে বিভাগ কৰি তালিকা কৰা হ'ল।

তাৰুণ্যৰ চপলতা আৰু সমৃদ্ধিৰ কাল (১) আদি বা বাৰভূঞা ৰাজ্যত কটোৱা কাল—তাৰুণ্যৰ চপলতা আৰু সমৃদ্ধি ভৰা কাল (১৪৩৮ শকলৈকে বিস্তৃত)—

(ক) ভাগৱতৰ বাহিৰৰ কাহিনী—

১। হৰিশ্চন্দ্ৰ-উপাখ্যান (মাৰ্কণ্ডেয়-পুৰাণ),

২। ভক্তি-প্ৰদীপ (গৰুড়-পুৰাণ),

৩। কীৰ্ত্তন-ঘোষাৰ উৰেষা-বৰ্ণন (ব্ৰহ্ম-পুৰাণ);

(খ) ভাগৱতৰ বাহিৰৰ কাহিনীৰ লগত সংমিশ্ৰিত ভাগৱতৰ কাহিনী, কিন্তু শ্ৰীধৰী টীকাৰ প্ৰভাৱৰপৰা মুক্ত—

৪। ৰুক্মিণী-হৰণ কাব্য (হৰিবংশ);

(গ) গীত—

৫। প্ৰথম বৰগীত 'মন মেৰি ৰাম-চৰণহি লাগু';

(ঘ) দশম স্কন্ধৰ বাহিৰৰ ভাগৱতৰ কথাৰে প্ৰথম থূল—

৬। ষষ্ঠ স্কন্ধ বা অজামিল-উপাখ্যান,

৭। অষ্টম স্কন্ধ বা গজেন্দ্ৰোপাখ্যান আৰু অমৃত-মথন (কীৰ্ত্তন-ঘোষাৰ 'হৰ-মোহনে' সৈতে)

৩। কীৰ্ত্তন-ঘোষাৰ অজামিল-উপাখ্যান (ষষ্ঠ স্কন্ধ), প্ৰহ্লাদ-চৰিত্ৰ (তৃতীয়, সপ্তম স্কন্ধ), হৰ-মোহন, বলি-ছলন, গজেন্দ্ৰোপাখ্যান (অষ্টম স্কন্ধ), চতুৰ্ব্বিংশতি অৱতাৰ-বৰ্ণন, ধ্যান-বৰ্ণন;

(ঙ) ৮। গুণমালা, দ্বিতীয়—ষষ্ঠ অধ্যায় (?)।

ওপৰৰ (ঘ) দফাৰেপৰা তললৈ পুথিৰ নামবোৰলৈ মন কৰিলে দেখা যাব, শঙ্কৰদেৱে জগদীশ মিশ্ৰৰপৰা ভাগৱত পোৱাৰ পিছত ভাগৱতৰপৰা তেওঁ থূব বঢ়াই নাই। ৰাজতে আৰম্ভকত পৰি উত্তৰকাণ্ড ৰামায়ণ আৰু ৰাম-বিজয় নাট লিখে। ভক্তি-ৰত্নাকৰত উদ্ধৃত শ্লোকৰ তিনি-চতুৰ্থাংশ ভাগৱতৰপৰা গৃহীত।

(২) মধ্য বা অসম-ৰাজ্যত কটোৱা কাল—অশান্তি, বিৰোধ, আত্ম-সমালোচনা আৰু শেহান্তৰত অগ্ৰসৰৰ কাল (১৪৩৮ শকৰপৰা ১৪৬৫ শকমানলৈকে)— অশান্তি আৰু বিৰোধৰ কাল

(ক) ভক্তি-বিৰোধী-দলন যুক্তি—

৩। কীৰ্ত্তন-ঘোষাৰ পাষণ্ড-মৰ্দ্দন, নাম-অপৰাধ (ভাগৱত, পদ্ম, বিষ্ণুধৰ্মোত্তৰ, বৃহন্নাৰদীয়-পুৰাণ আৰু স্কন্দ-সংহিতা),

৯। পত্নী-প্ৰসাদ নাট (ভাগৱতৰ দশম স্কন্ধ);

(খ) ভাগৱতৰ দশম স্কন্ধৰ পূৰ্ব্বাৰ্দ্ধৰ কৃষ্ণৰ শিশু-জীৱনৰ বৰ্ণনা—

৩। কীৰ্ত্তন-ঘোষাৰ শিশু-লীলা, ৰাস-ক্ৰীড়া, কংস-বধ, গোপী-উদ্ধৱ-সংবাদ, কুঁজীৰ বাঞ্ছা-পূৰণ, অক্ৰূৰৰ বাঞ্ছা-পূৰণ।

(৩) শেষ বা কোচ ৰাজ্যত কটোৱা কাল—অপেক্ষা-কৃত শান্তি, ভক্তি-আন্দোলনৰ সম্পূৰ্ণতা-লাভ আৰু শঙ্কৰদেৱৰ পূৰ্ণতম মনোবিকাশৰ কাল (১৪৬৫ শকমানৰপৰা ১৪৯০ শকলৈকে)— পূৰ্ণ-বিকাশৰ কাল

(ক) দশম স্কন্ধৰ বাহিৰৰ ভাগৱত-কথাৰে দ্বিতীয় থুপ—

১০। বলি-ছলন (অষ্টম স্কন্ধ);

১১। অনাদি-পাতন (তৃতীয় স্কন্ধ, বামন পুৰাণ আৰু অন্যান্য কথাৰে লিখিত);

(খ) ভাগৱতৰ দশম স্কন্ধৰ উত্তৰাৰ্দ্ধৰ আৰু একাদশ-দ্বাদশ স্কন্ধৰ কাহিনীৰ কীৰ্ত্তন—

৩। কীৰ্ত্তন-ঘোষাৰ জৰাসন্ধ-যুদ্ধ, কালযৱন-বধ, মুচুকুন্দ-স্তুতি, স্যমন্ত-হৰণ, নাৰদৰ কৃষ্ণ-দৰ্শন, বিপ্ৰ-পুত্ৰ-আনয়ন, দামোদৰ বিপ্ৰৰ আখ্যান, দৈৱকীৰ পুত্ৰ-আনয়ন, বেদ-স্তুতি, লীলা-মালা, ৰুক্মিণীৰ প্ৰেম-কলহ, ভৃগু-পৰীক্ষা (দশম স্কন্ধ, শেষ দুইখণ্ড বৰ্ত্তমানে কীৰ্ত্তন-ঘোষাৰ বহিষ্কৃত, অনন্ত কন্দলিৰ মধ্য, শেষ দশম ৰচনাৰ আগতে সকলো ৰচিত হৈ কন্দলিক প্ৰভাৱান্বিত কৰিছে), (তিনিটা উপখণ্ডেৰে, তৃতীয় স্কন্ধৰ সংযোগেৰে) শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ-প্ৰয়াণ, ভাগৱতৰ তাৎপৰ্য্য;

(গ) বহলভাৱে ভাগৱতৰ স্কন্ধৰ ভাঙনি আৰু কাহিনী—

১২। দশম স্কন্ধ, আদি,
১৩। একাদশ স্কন্ধ ( আন সংমিশ্ৰণেৰে ),
১৪। দ্বাদশ স্কন্ধ,
১৫। প্ৰথম স্কন্ধ,
১৬। দ্বিতীয় স্কন্ধ,
১৭। নৱম স্কন্ধ,
১৮। কুৰুক্ষেত্ৰ,
১৯। নিমি-নৱসিদ্ধ-সংবাদ,
৮। গুণ-মালা, প্ৰথম অধ্যায় ;

( ঘ ) ৰাম-কথা—
২০। ৰামায়ণ, উত্তৰা-কাণ্ড ;

( ঙ ) গীত—
৫। বৰগীত ( সঙ্কলন ),
০। তোটয়,

( চ ) প্ৰকৰণ-গ্ৰন্থ—
২১। ভক্তি-ৰত্নাকৰ ;

( ছ ) নাট—
২২। কালি-দমন,
২৩। কেলি-গোপাল,
২৪। ৰুক্মিণী-হৰণ,
২৫। পাৰিজাত-হৰণ,
২৬। ৰাম-বিজয়, অন্ত্য ৰচনা, ১৪৯০ শক।

ওপৰত ছাবিশখন মাথোন গ্ৰন্থৰ নাম দিয়া হৈছে ; ইয়াৰ ভিতৰতো নৱম স্কন্ধখনি আমি এতিয়াও দেখা পোৱা নাই। পাট-বাউসী থানৰ স্থানীয় বিশ্বাস, তাত ওঠৰ বছৰ ছমাহ থাকি শঙ্কৰ গুৰুৱে একুৰি সোতৰখন শাস্ত্ৰ মথন কৰে। কিন্তু চৰিতত এনে কথাৰ উল্লেখ পোৱা নাযায়। তদুপৰি মুখ্য সত্ৰসমূহৰ প্ৰসঙ্গৰ

পাঠ আদিত লগা সকলোটি পুথিৰ নামকেই ওপৰৰ তালিকাই সামৰিছে। বৰ্ত্তমানলৈ আমি ইয়াকেই কম-বেছি সম্পূর্ণ তালিকা বুলি ধৰিছো। ৰাম-মালিকা, বৈষ্ণৱামৃত, উৎকল-মালা, গৰুড়-পুৰাণ, কালিকা-পুৰাণ ( হৰ-গৌৰীৰ বিবাহ ), আদি-যামল আদি কোনো পুৰণি পুথিত শঙ্কৰদেৱৰ নামে ভণিতা পেলোৱা দেখা যায় আৰু বিশেষকৈ দেহ-বিচাৰ আদি বিষয়ক অনেক গীতত শঙ্কৰৰ নাম জুটি দিয়া আছে। কিন্তু সিবোৰযে অৰ্ব্বাচীন আৰু শ্ৰীশঙ্কৰৰ বিৰচিত নহয়, সেই কথা বুজাবলৈ প্ৰসঙ্গ প্ৰবৰ্ত্তন কৰাৰ আৱশ্যক বোধ নহয়। আনফালে, দশমৰ গোপী-উদ্ধৱ-সংবাদ, কীৰ্ত্তনৰ স্যমন্ত-হৰণ খণ্ড আদি অতি লোক-ৰঞ্জক হেতুকে সুকীয়া পুথি কৰি লিখা দেখা যায়; কিন্তু ওপৰৰ তালিকাত সিবিলাক বেলেগে দেখুওৱা নহ'ল।

অসমীয়াৰ আধ্যাত্মিক, সাংস্কৃতিক, সামাজিক জীৱনলৈ মহা-পুৰুষৰ যি দান, তাৰ মূল্য নিৰূপণ কৰিব লগীয়া হয় কিছু পৰিমাণে তেওঁৰ ৰচিত সাহিত্যৰ যোগেদি। বহু দেৱতাৰ মাজত প্ৰধান দেৱতাৰ সন্ধান-দানৰ যোগে বহু সত্যৰ ভিতৰত সনাতন সত্যৰ উপলব্ধিৰ প্ৰতি সামাজিক চৈতন্যৰ জাগৰণ; কৰ্ম্ম-ধৰ্ম্মৰ বিভীষিকা-নিৱাৰণ; বাহ্যিক অনুষ্ঠানৰ ঠাইত বিশুদ্ধ অন্তৰক আধ্যাত্মিক উপলব্ধিৰ প্ৰধান লীলা-ক্ষেত্ৰ বুলি ডাঠকৈ কৰা প্ৰতিপাদন; সামাজিক শ্ৰেণী-বন্ধৰ ব্যৱধান-অপসাৰণ,—এই কেইটিকে ডক্টৰ বাণীকান্ত কাকতিদেৱে অসমীয়া আধ্যাত্মিক জীৱনৰ উৎকৰ্ষৰ বিষয়ত মহা-পুৰুষৰ চতুৰঙ্গ দান বুলি আঙুলিয়াই দেখুৱাইছে। এই চাৰিটি দানৰ বিস্তাৰ আৰু বিকাশ আমি পোনে পোনে শঙ্কৰদেৱৰ আৰু তেওঁৰ অনুৰক্তসকলৰ ৰচনাৱলীতে দেখা পাওঁ। সেই ৰচনাৱলী নতুন এক আধ্যাত্মিক আৰু সামাজিক আলোড়নৰ স্পন্দনেৰে সঞ্জীৱিত। সি সময়ত বিবিধ সৰু-বৰ ৰাজনৈতিক শক্তিৰ সংঘাতে

শঙ্কৰদেৱৰ আধ্যাত্মিক দান

তেতিয়াও এক নিৰ্দ্দিষ্ট ৰূপ লৈ উঠা অসমৰ জাতীয় জীৱনৰ সঙ্কটাপন্ন অৱস্থাত পেলাবলৈ ধৰিছিল, সেই সময়ত 'বৈষ্ণৱ সাহিত্যই নতুন প্ৰাণৰ সঞ্চাৰ কৰি সৰ্ব্ব-ভাৰতীয়, মহাজাতীয় চৈতন্যৰ লগত ইয়াৰ ঐক্য-ভাৱ স্থাপন কৰে।' বৈষ্ণৱ সাহিত্যই অসমৰ জাতীয় সাহিত্য-ৰূপে প্ৰতিষ্ঠা লাভ কৰে; বৈষ্ণৱ ধৰ্ম্মৰ সামাজিক পদ্ধতিয়ে অসমৰ সামাজিক জীৱনক এটি স্পষ্ট আৰু নিটোল ৰূপ দি তোলে; সত্ৰ আৰু নাম-ঘৰ সামাজিক শৃংখলাৰ নিদৰ্শন-ৰূপে থিয় দিয়ে। বৈষ্ণৱ সাহিত্যৰ সমাদৰে ধৰ্ম্ম-মূলক ভেদ-ভাৱৰ ওপৰত মিলা-প্ৰীতিৰ বান্ধোন টানি দিয়াৰ ফলত শাক্ত-শৈৱ আদিৰ লগত বৈষ্ণৱৰ সংঘৰ্ষ অসমত কোনো দিনে ঘটিবলৈ পোৱা নাই। এই সকলোবোৰ কথালৈ লক্ষ্য কৰিলেই জাতীয় জীৱনত শঙ্কৰী সাহিত্যৰ গভীৰ প্ৰভাৱৰ মৰ্ম্ম উপলব্ধি কৰিব পাৰি।

আমি ওপৰত শঙ্কৰদেৱৰ সাহিত্যক এনে কেইটি ভাগত বিভক্ত কৰিবলৈ বিচাৰিছো—উপাখ্যান, সংস্কৃত গ্ৰন্থৰ ভাঙনি, তত্ত্বালোচনা, কীৰ্ত্তন-ঘোষা, গীত, নাট আৰু প্ৰকৰণ। ইয়াৰ

**উপাখ্যান আৰু পদ-ভাঙনি**

ভিতৰত কাহিনী-প্ৰধান উপাখ্যান শ্ৰেণীৰ মুখ্য হৰিশ্চন্দ্ৰ-উপাখ্যান আৰু ৰুক্মিণী-হৰণ শঙ্কৰদেৱৰ ডেকা কালৰ ৰচনা। ইবোৰত বিৱৰণেই ৰচনাৰ প্ৰমুখ অৱলম্বন: তাৰ সৌন্দৰ্য্য-বৃদ্ধিৰ বাবেই কবিয়ে সকলো কাব্যিক শক্তি প্ৰয়োগ কৰিছে। হৰিশ্চন্দ্ৰৰ কথা মাৰ্কণ্ডেয়-পুৰাণৰ অন্তৰ্গত এটি ক্ষুদ্ৰ উপাখ্যান। শঙ্কৰদেৱে তাকেই গোটেইখনি পুৰাণৰ সাৰ বুলি গ্ৰহণ কৰি 'কঠিনক ডৰে কথাৰ আশয়ে' বা প্ৰসঙ্গ অনুসৰি কাব্য-ৰস সঞ্চাৰ কৰি উপাখ্যানটি সজাই তুলিছে 'বৈষ্ণৱৰ কৃপাৰ মহত্ত্ব' দেখুৱাবৰ কাৰণে। ৰুক্মিণী-হৰণ কাব্যৰ মূল কাহিনীটি হৰিবংশৰ-পৰা লোৱা হৈছে; তাতে ভাগৱতৰ কথাবো মিহলি দিয়া হৈছে। কিন্তু এই কাহিনী-কাব্যৰ মৌলিক সৌন্দৰ্য্য তাৰ চৰিত্ৰ আৰু ৰচন-ভঙ্গিৰ জাতীয় ধৰ্ম্মত। এই বাবেই সি শঙ্কৰদেৱৰ সকলো

বচনাতকৈ জনপ্ৰিয়। এই ছয়োখনি উপাখ্যান-কাব্যই সম্ভৱতঃ শঙ্কৰদেৱৰ ধৰ্ম্ম-প্ৰচাৰৰ আৰম্ভণিৰ আগৰ বচনা; আৰু এনেও হ'ব পাৰে যে, তাৰ অন্তৰঙ্গ ভক্তি-পৰ কথাখিনি পিছত মহাপুৰুষে সংযোগ কৰি দিছে। আমাৰ ভকত-বৈষ্ণৱসকলৰ সাধাৰণ বিশ্বাস, হৰিশ্চন্দ্ৰ-উপাখ্যানতেই শঙ্কৰে পোনতে 'ভকতিৰ চাৰি খুটি মাৰে।' এই চাৰি খুটি হ'ল—নাম, দেৱ, গুৰু, ভকত,—অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ এই চাৰিটি পৰমাৰ্থ-বস্তু। ভক্তিৰ মূল তত্ত্ব-ৰূপে এই চাৰিটিৰ নিৰূপণ শঙ্কৰদেৱে তেনেই কম বয়সতে কৰিছিল যেন নালাগে। ষষ্ঠ স্কন্ধ ভাগৱতৰপৰা গৃহীত অজামিল-উপাখ্যান, অষ্টম স্কন্ধৰপৰা গৃহীত গজেন্দ্ৰোপাখ্যান, অমৃত-মথন আৰু বলি-ছলন, দশমৰ কুৰুক্ষেত্ৰ পুথিও এই উপাখ্যান-শ্ৰেণীৰ ভিতৰত পৰিব। বলি-ছলন পুথিৰ কাহিনী-বিৱৰণ শক্তিশালী।

ৰামায়ণৰ উত্তৰকাণ্ড আৰু ভাগৱতৰ বিবিধ খণ্ডৰ ক্ৰমিক ভাঙনি কৰোঁতে কাহিনীৰ ঐক্যৰ প্ৰতি সাধাৰণতে বিশেষ লক্ষ্য ৰখা হোৱা নাই; কাৰণ সিবিলাকত মূলৰ প্ৰধান কথাখিনিৰ পুনৰুক্তিহে বিশেষ লক্ষণীয়। প্ৰথম আৰু দ্বিতীয় স্কন্ধ ভাগৱতৰ ভাঙনি কৰোঁতে শঙ্কৰদেৱে মূলৰ কথাখিনিৰ এটি চমু বিশ্লেষণ মাত্ৰ দিবলৈ যত্ন কৰা যেন লাগে। উত্তৰকাণ্ডৰ ভাঙনিত শঙ্কৰদেৱৰ দীঘল কথা চমু কৰা চেষ্টা বিশেষভাৱে দেখা পোৱা যায়; মূলৰ কোনোটিইত অধ্যায় তেওঁ এটা বা আদটা পদতে শেষ কৰিছে। এই শ্ৰেণীৰ বচনাৰ ভিতৰত দশম স্কন্ধ ভাগৱতৰ ভাঙনি সৰ্বাতোকৈ মনোৰম আৰু কবিত্বপূৰ্ণ। একাদশ স্কন্ধ তত্ত্বপূৰ্ণ হোৱা বাবে সেই স্কন্ধৰ ভাঙনি অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ এখনি দৰ্শন-পুথিৰ দৰে হৈছে। ভাগৱতৰ সকলো ভাঙনিতে শ্ৰীধৰ স্বামীৰ টীকাৰ প্ৰভাৱ স্পষ্ট।

ভক্তি-প্ৰদীপ, অনাদি-পাতন আৰু নিমি-নৱসিদ্ধ-সংবাদ, উপাখ্যান-শ্ৰেণীৰ ভিতৰত নপৰে। সিবিলাকৰ মূল উদ্দেশ্য ভক্তি-তত্ত্ব নিৰূপণ কৰা। অনাদি-পাতনত সৃষ্টিৰ আদিৰ আৰু প্ৰলয়ৰ

কথা বৰ্ণোৱা হৈছে ; বাকী দুখনি পুথিতো বহুল কোনো একোটি কাহিনী-ভাগৰ প্ৰবৰ্ত্তন নাই। ভক্তি-প্ৰদীপ কৃষ্ণ আৰু অৰ্জ্জুনৰ

তত্ত্ব-পুথি

মাজত ( গীতাৰ দৰে ) আৰু নিমি-নৱসিদ্ধ-সংবাদত নিমি ৰজা আৰু হৰি, কবি আদি ন-জন সিদ্ধ পুৰুষৰ কথোপকথনৰ মাজেদি ভক্তি-তত্ত্ব আলোচনা কৰা হৈছে। বলি-ছলনৰ দৰে অনাদি-পাতনকো ভাগৱত আৰু বামন-পুৰাণৰ মিশ্ৰ দি লিখা বুলি কোৱা হৈছে ; কিন্তু বৰ্ত্তমানে ছপা হৈ ওলোৱা বামন-পুৰাণৰ কথাৰ লগত অনাদি-পাতনৰ বিশেষ সংশ্ৰৱ দেখা নাযায়। শঙ্কৰদেৱে নিজস্বভাৱে এই পুথিত সৃষ্টি-তত্ত্ব বিচাৰ কৰিছে। প্ৰকৃতি আৰু তত্ত্বসকলৰ উৎপত্তি ; চৰাচৰ প্ৰাণীৰ বিকাশ, সপ্ত দ্বীপ, সপ্ত সাগৰ, নৱ বৰ্ষ, জ্যোতিশ্চক্ৰ, নৰক, দেহ-তত্ত্ব ( 'ব্ৰহ্মাণ্ডৰ গুণ মানে আছে শৰীৰতে' ) আদিৰ বৰ্ণনা দক্ষতাৰে দিয়া হৈছে। ইয়াত দুৰূহ তত্ত্ববোৰৰ সহজ প্ৰকাশে শঙ্কৰদেৱৰ প্ৰতিভাকে প্ৰতিফলিত কৰিছে। অনাদি-পাতন পিছৰ যুগৰ দেহ-বিচাৰৰ গীত আৰু অসমৰ গুপ্ত সম্প্ৰদায়বোৰৰ দৰ্শনৰ প্ৰধান অৱলম্বন-স্বৰূপ হৈ পৰিছিল। নিমি-নৱসিদ্ধ-সংবাদত ন জনা সিদ্ধই ৰজাৰ নটা প্ৰশ্নৰ উত্তৰত এইখিনি বিষয় বিবৃত কৰিছে— আত্যন্তিক ক্ষেম, মহাভক্তৰ লক্ষণ, বিষ্ণুৰ মায়াৰ স্বৰূপ, মায়াৰপৰা সাৰিবৰ উপায়, পৰমাত্মাত নিষ্ঠা, কৰ্ম্মযোগ, ঈশ্বৰৰ অৱতাৰ, অভক্তৰ গতি আৰু ভগৱন্তৰ পূজা-বিধি। ইয়াৰ ভিতৰত শঙ্কৰদেৱৰ কবিতাত অৱতাৰ-বৰ্ণনৰ অংশ উজ্জ্বল হৈ উঠিছে।

কীৰ্ত্তন-ঘোষা এক স্বতন্ত্ৰ শ্ৰেণীৰ সাহিত্য। শঙ্কৰদেৱৰ কীৰ্ত্তন-ঘোষা পুথিৰ একোটি খণ্ডত একোটি কাহিনী বা আন বিষয়-বস্তু

কীৰ্ত্তন-ঘোষা

বিবৃত হৈছে। একোটি খণ্ড দুইৰপৰা কুবিমান-লৈকে কেইবাটিও কীৰ্ত্তনৰ সমষ্টি। প্ৰত্যেকটি কীৰ্ত্তন একোটি খণ্ড-কবিতাৰ দৰে ; নিৰ্দ্দিষ্ট ঘোষা এটি পুনঃ পুনঃ আবৃত্তি কৰি কীৰ্ত্তনৰ পদসমূহ গোৱা হয়। কীৰ্ত্তন-ঘোষা পুথিখনি

অতি জন-প্ৰিয়; সিখনিৰ ব্যৱহাৰ সকলো অসমীয়া হিন্দুৰ মাজত দৈনন্দিন বুলিব পাৰি। 'ধৰ্ম্ম-প্ৰচাৰ, ধৰ্ম্ম-শিক্ষা আৰু ধৰ্ম্ম-জীৱন গঢ়িবৰ নিমিত্তেই এই সৰ্ব্বাঙ্গসুন্দৰ পুথিখনি ৰচিত হৈছিল।' ব্ৰহ্মপুৰাণৰপৰা কীৰ্ত্তন-ঘোষাৰ উৰেষা-বৰ্ণন আৰু পদ্মপুৰাণৰপৰা নাম-অপৰাধ খণ্ড ৰচনা কৰা হয়। পাষণ্ড-মৰ্দ্দন খণ্ড ভাগৱত, বিষ্ণুধৰ্ম্মোত্তৰ, বৃহন্নাৰদীয় আৰু পদ্ম-পুৰাণ (সহস্ৰনাম খণ্ড) আৰু সূত-সংহিতাৰ শ্লোকৰ অৰ্থ সন্নিৱেশ কৰি প্ৰকৰণৰ দৰে ৰচনা কৰা হৈছে। এই তিনিটি খণ্ডৰ বাহিৰে কীৰ্ত্তনৰ সকলো খণ্ডৰ বিষয়-বস্তুৱেই ভাগৱত-পুৰাণৰপৰা গৃহীত। বিবিধ খণ্ড কীৰ্ত্তন-ঘোষা বিবিধ সময়ত ৰচিত আৰু শঙ্কৰদেৱৰ মৃত্যুৰ সময়তো সিবিলাক নানা থানত সিঁচৰতি হৈ পৰি আছিল। পিছত মাধৱদেৱে ভাগিন ৰামচৰণ ঠাকুৰৰ হতুৱা সকলোখিনি একেলগ কৰে। বৰ্ত্তমান কীৰ্ত্তন-ঘোষাৰ বাহিৰত থকা ৰুক্মিণীদেৱীৰ প্ৰেম-কলহৰ কীৰ্ত্তন ৰামচৰণে বিচাৰি নোপোৱা বাবে মাধৱে হেনো কৈছিল, "নাপালা ভালেই হ'ল, সি যি ঠাইলৈ যাব লাগে, গ'ল।" সম্ভৱতঃ, মাধৱদেৱে এইটি আখ্যান কীৰ্ত্তন-ঘোষাৰ অন্তৰ্গত হ'ব নালাগে বুলিয়ে বিবেচনা কৰিছিল। ইয়াৰ উপৰি ভৃগু-পৰীক্ষা নামে শঙ্কৰদেৱৰ নামৰ আৰু এটি কীৰ্ত্তন-আখ্যান পোৱা যায়। বেজবৰুৱাৰ ভাষাত, "ভাষাৰ লালিত্য, ছন্দৰ ঝঙ্কাৰ, সুৰৰ লাৱণ্য, ভাৱৰ মাধুৰ্য্য, ভক্তিৰ দৃঢ়তা, চিন্তাৰ উচ্চতা আদিৰ সমষ্টিৰে শঙ্কৰদেৱৰ কীৰ্ত্তন ৰচিত।" কীৰ্ত্তনৰ ভাষাৰ কবিত্বময় সৌন্দৰ্য্য, ক্ষিপ্ৰতা আৰু দৃঢ়তা; বৰ্ণনাৰ সৌন্দৰ্য্য আৰু জটিল কথাৰ সৰ্ব্ব-জন-গ্ৰাহ্য সৰল অথচ সূক্ষ্ম প্ৰকাশ লক্ষণীয় বিষয়। মহাপুৰুষীয়া অৰ্থাৎ অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ চাৰি-পুথি'ৰ ভিতৰত শ্ৰীমন্ত শঙ্কৰৰ কীৰ্ত্তন-ঘোষা আৰু দশম স্কন্ধ আৰু মাধৱদেৱৰ নামঘোষা আৰু ভক্তি-ৰত্নাৱলীক সামৰা হয়। শঙ্কৰদেৱৰ ক্ষিপ্ৰগতি ঝুমুৰি ছন্দৰ গুণ-মালা পুথিখনো কীৰ্ত্তন-ঘোষা-শ্ৰেণীৰ। ইয়াত কবিয়ে কোটমণি এধাৰিৰ দৰে খুদ খুদ

বাক্যেৰে 'নিগুৰ্ণ কৃষ্ণৰ গুণ'ৰ মালা গুঁঠিছে। ইখনিও মহাপুৰুষৰ বৰ্ণনা-শক্তিৰে পৰিচয়।

গীত-প্ৰবন্ধ

ভক্তি-আন্দোলন প্ৰধানতঃ অনুভূতি-প্ৰৱণ আৰু ই প্ৰাণৰ উচ্ছ্বাসক মুখৰ কৰি তোলে। ভাৰতৰ বিভিন্ন প্ৰদেশৰ বৈষ্ণৱ আন্দোলনসমূহে বিভিন্ন ভাষাত লিৰিক্ বা গীতি-কবিতাৰ জন্ম-দান দিয়ে। অসমতো বৈষ্ণৱ আন্দোলন এই বিষয়ত সৃষ্টিশীল হৈ উঠে আৰু তাৰ ফল-স্বৰূপ গীতসমূহে সেই আন্দোলনক বিস্তাৰ-লাভত সহায় কৰি ঋণমুক্ত হয়। অসমীয়া বৈষ্ণৱ গীতি-সাহিত্যৰ প্ৰধান দুটি ধাৰা বৰগীত আৰু ভটিমা।

বৰগীত

ডক্টৰ বাণীকান্ত কাকতিয়ে ইংৰাজীত বৰগীতক noble numbers, কালিৰাম মেধিয়ে great song বা song celestial আৰু অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী-প্ৰণেতা দেৱেন্দ্ৰনাথ বেজবৰুৱাই holy songs বুলিছে। শঙ্কৰ আৰু মাধৱৰ বৰগীত-ৰচনাৰ বহু কালৰ আগৰেপৰা গীতা, ভাগৱত, মহাভাৰত, ৰামায়ণ, পুৰাণ আদিৰ চৰ্চ্চাৰ লগে লগে হিন্দু অৰ্থাৎ ভাৰতীয় সঙ্গীত-শাস্ত্ৰৰ চৰ্চ্চা অসমত প্ৰচলিত আছিল। সিবিলাকৰ লগত কেৰ মাৰি অসমৰ থলুৱা সুৰো নিশ্চয় বিৰাজ কৰিছিল। শঙ্কৰী যুগৰ কিন্তু অ-শঙ্কৰ-ভক্ত গীত-ৰচয়িতা দুজনৰ ব্যৱহৃত ৰাগৰ এটি তালিকা দিয়া হ'ল।—

পীতাম্বৰ কবি—ভৈৰৱী, বিভাস, মালছি, পটমঞ্জৰী, নাগ, নাট, পাহাড়ী, মল্লাৰ, ৰামগিৰি, সুহাই, বৰাড়ী, বসন্ত, অহিৰ, ভাটিয়ালী, গোৰেগিৰি (গোওগিৰি), ধানছি (ধনশ্ৰী), গুঞ্জৰী।

দুৰ্গাবৰ—বেলোৱাৰ, বৰাড়ী, গুঞ্জৰী, ধনশ্ৰী, ৰামগিৰি, অহিৰ, পটমঞ্জৰী, ভাটিয়ালী, বসন্ত, সুৱাই (সুহাই), মঞ্জৰী, চালনি, শ্ৰীগান্ধাৰ, মালছি, মেঘমণ্ডল, দেৱমোহন, শ্ৰীগন্ধকালি, মাৰোৱাৰ, দেৱজিনি, আকাশমণ্ডলী।

বৰগীত আৰু শঙ্কৰ-মাধৱৰ অঙ্কসমূহত ব্যৱহৃত ৰাগৰ তালিকা

কৰিলে কম-বেছি এনে ধৰণবেই হ'ব। তেনে হ'লে বৰগীতক বিশিষ্ট এটা নাম দিয়াৰ অৰ্থ কি? একে ধৰণে বচিত আৰু একে ধৰণে গোৱা দুটি গীতৰ এটি বৰগীত আৰু আনটি বৰগীত নহয়। তেনে বৰগীতৰ বিশিষ্টতা ক'ত?

প্ৰথম কথা, বৰগীতৰ ভাষা। শঙ্কৰদেৱৰ প্ৰায়খিনি আৰু মাধৱদেৱৰ বেছিভাগ বৰগীতবে ভাষা ব্ৰজবুলি। গুৰুজনৰ প্ৰায় মধ্যাহ্ন জীৱনৰ সময়ত অসম, বঙ্গ আৰু উৰিষ্যাৰ—বিশেষকৈ ব্ৰজ-প্ৰিয় শ্ৰীকৃষ্ণক কেন্দ্ৰ কৰি কিছুমান গীত-মাতৰ একোটি কৃত্ৰিম উপভাষাৰ সৃষ্টি হৈছিল। বেৰেইলী, আলিগড়, আগ্ৰা, মথুৰা, ঢোলপুৰ, কেৰাউলী আদি ঠাইৰ আশেপাশে প্ৰচলিত পশ্চিমা হিন্দীৰ অপভ্ৰংশ ব্ৰজভাখাৰ লগত এই কৃত্ৰিম উপভাষাৰ সম্পৰ্ক নাই। এই সাহিত্যিক ভাষাক ব্ৰজ-বুলি, ব্ৰজ-বোল আৰু অসমত সাধাৰণ কথাত ব্ৰজাৱলী ভাষা বোলে। 'ব্ৰজাৱলী' শব্দটো 'চন্দ্ৰাৱলী' শব্দৰ দৰে গঠিত, 'আৱলী' বিশেষণ-প্ৰত্যয় যোগ কৰি সিদ্ধ কৰা হৈছে। ভাষাটোৰ এইবোৰ নামকৰণ ঠিক শঙ্কৰদেৱৰ দিনতে হোৱা যেন নালাগে। অঙ্কবিলাকতো ব্ৰজবুলি ব্যৱহাৰ কৰা হৈছে। সেই ভাষাক কোনো ঠাইৰ চলিত ভাষা বুলি ধৰি লোৱা টান। অৱশ্যে মৈথিলী কবি বিদ্যাপতিৰ বাহিৰেও অসম, উৰিষ্যা আৰু বঙ্গৰ কবিসকলে পৰস্পৰ কিছু সমিল-মিল থকা এটা ভাষা সৃষ্টি কৰি বৈষ্ণৱসকলৰ মাজত প্ৰীতি বঢ়াবলৈ যত্ন কৰা যেন লাগে। মৈথিল ভাষাই ব্ৰজবুলিৰ ভেঁটি। তাৰ ওপৰতে অসমীয়া বৈয়াকৰণিক আৰু আভিধানিক ৰূপৰ লগতে পশ্চিমা হিন্দীৰ ভগা-ছিগা টুকুৰা গোটাই আমাৰ 'অসমীয়া ব্ৰজবুলি'ৰ ঘৰটো সজা হৈছে। কবিসকলে ব্ৰজবুলি ব্যৱহাৰ কৰাৰ প্ৰকৃত উদ্দেশ্য যেন ভাৰতৰ সকলো লোকে তেওঁলোকৰ পবিত্ৰ একশৰণীয়া নাম-ধৰ্ম বুজিব পাৰে; এই ভাষাত ফাৰ্চী, আৰবী, হিন্দী, মৈথিল আদি ভাষাৰ প্ৰভাৱ পৰিবলৈ দিয়াৰ যেন ইও এটা কাৰণ।

দ্বিতীয় কথা, বিষয়-বস্তুৰ সংৰক্ষণশীলতা বা সংযম (reticence)। যথাস্থানত উল্লেখ কৰা পীতাম্বৰ কবিৰ গীত বা অন্য শ্ৰেণীৰ বৈষ্ণৱ সাহিত্যৰ ঐহিক ভাব বা চঞ্চল ভাবৰ প্ৰাধান্যৰপৰা বৰগীতসমূহ মুক্ত। 'হৰ-মোহন', 'প্ৰেম-কলহ', 'বাগ-যাত্ৰা' বা 'কেলি-গোপাল'ৰ কাহিনী বৰগীতত নাই। বৰগীতত আছে 'বেদান্তৰ মৰ্ম্ম' সহজ সৰল ভাষাত; তাত বাজি আছে আধ্যাত্মিক চিন্তা ঐকান্তিক ভক্তিৰ গদগদ সুৰত; আৰু আছে বিশ্বম্ভৰ 'ভগৱান স্বয়ং' শ্ৰীকৃষ্ণৰ বিশ্ব-বিমোহন বাল্য-ৰূপৰ বিৱৰণ জকমকীয়া শব্দৰ আধাৰত। বিশেষকৈ মাধৱদেৱৰ পৰম তৃপ্তি ত্ৰিজগত-পতিৰ ৰাখোৱাল-ৰূপত, তেওঁৰ শিশু-সুলভ ক্ৰীড়া-কৌতুকত। ৰাস-ক্ৰীড়াৰ, ৰুক্মিণী-হৰণ শ্ৰীকৃষ্ণ বৰগীতত নাই—আছে কোলাৰ কেঁচুৱা, মাখন-চোৰ, গৰখীয়া-তলীত উনৈশত বা বলোৱা আৰু সাঁজৰ বেলিকা লাল-কাল হৈ যশোদাৰ কাষলৈ ঘূৰি অহা শ্ৰীকৃষ্ণ। কিন্তু এই বৰ্ণনা আমোদপ্ৰিয় কবিৰ কল্পনা-বিলাসমাত্ৰ নহয়। এই বৰ্ণনাৰ আঁৰত লুকাই আছে এক আধ্যাত্মিক জগত, যাৰ জ্যোতিত প্ৰতিটি বৰ্ণনা হীৰা-বুলীয়া নিয়ৰৰ দৰে বা সঞ্চাৰিণী দীপ-শিখাৰ দৰে ভাস্বৰ। শ্ৰীনাথে জানকীনাথে অভেদঃ পৰমাত্মনি। সেইহে কেতিয়াবা বৰগীতৰ কবিয়ে কৃষ্ণৰ গীতৰ লগতে শ্ৰীৰামচন্দ্ৰৰ 'চৰণ তুজা'ত পূজা দিবলৈ পাহৰা নাই। শঙ্কৰে গুৰু-গম্ভীৰ ছন্দৰ এটি বৰগীতৰ পদ-ক্ষেপত 'নিশাচৰ-নাশ-নিদানা'-ভূত ৰামৰ ৰণ-যাত্ৰাৰ ৰণ-শিঙা বজাইছে।

বৰগীতৰ তৃতীয় বৈশিষ্ট্য সুৰৰ। বিষয়-বস্তু, উদ্দেশ্য আৰু উপলক্ষ্য অনুসৰি এই গীতখিনিৰ সুৰ নৃত্য-গীত-কলা-বিশাৰদ শ্ৰীমন্ত শঙ্কৰ আৰু শ্ৰীকণ্ঠ মাধৱে সংযোজনা কৰি দি গৈছে। আধ্যাত্মিক ভাব আৰু শ্ৰীকৃষ্ণৰ বালক-ৰূপৰ আৰু লীলাৰ পাৰমাৰ্থিক চিত্ৰণ আৰু আনফালে প্ৰসঙ্গৰ উপযোগী গাম্ভীৰ্য্য বৰগীতৰ সুৰত আছে। সুৰৰ লগত ৰসৰ সম্বন্ধ সদায় আছে। আৰম্ভৰ

গীতৰ আবেগ-সঞ্চাৰী সুৰে আমাৰ হিয়া টানি আনে। বৰগীতৰ সুৰে সেইদৰে ভক্তক ভক্তি-ৰস-প্রৱণ কৰি তোলে; বাহ্যিক জগতৰ পৰা আঁতৰাই নি আৰাধ্য গোবিন্দৰ চৰণ চোৱায়গৈ। এইখিনিতে তা'ৰ ওস্তাদি গানেৰে পাৰ্থক্য। ক'ব পাৰি, বৰগীত অসমৰ 'ক্লাছিকেল্' সঙ্গীত। সঙ্গীত-শাস্ত্ৰৰ মহলত উত্তৰ ভাৰতৰ ক্লাছিকেল বা উচ্চাঙ্গ সুৰ-সম্পদ ধ্রুপদৰ যি বিশিষ্ট স্থান, অসমীয়া সঙ্গীততো বৰগীতৰ ঠাই তেনেকুৱাই। ধ্রুপদক শুদ্ধ হিন্দু সঙ্গীত বুলিব পাৰি। খেয়াল আদিত মুছলমানী সঙ্গীতৰ ঢং সোমাইছে। মোগল বাদশাহসকলৰ দিনত ভাৰতীয় সঙ্গীতৰ বিপুল চৰ্চ্চা চলিছিল আৰু তাৰ ভিতৰেদি হিন্দু-ভাৰতীয় আৰু মুছলমানী কৃষ্টিৰ সমন্বয় ঘটিছিল। সেই কালত 'বড়াগানা' বুলিলে শুদ্ধ শ্রেণীৰ ধ্রুপদ-সঙ্গীতক বুজাইছিল; আৰু 'ছোটাগানা' বা 'ছুটকী' হ'ল টপ্পা, ঠুংৰী আদি। এই 'বড়াগানা' শব্দৰ লগত বৰগীত শব্দৰ মিল দেখি কোনোৱে ভাবিব পাৰে, দ্বিতীয় শব্দটো প্ৰথমটোৰপৰা উদ্ভূত। কিন্তু বৰগীতৰ-পৰ্য্যায়ৰ সকলো অসমীয়া গীতকেই বৰগীত নোবোলে কিয়? বৰগীত আৰু নাটকৰ গীত অনেক সময়ত অবিকল একে। অথচ নাটৰ গীতক 'অঙ্কৰ গীত' হুবুলি বৰগীত নোবোলে কিয়? বৰগীত হিন্দু সঙ্গীত-শাস্ত্ৰৰে অঙ্গ মাথোন, তাত সন্দেহ নাই। কিন্তু বৰগীতৰ আশোৱাৰী বা যেই কোনো ৰাগৰ সুৰ শুনাত হয় এক; আৰু উত্তৰ-ভাৰতীয় আসাৱৰী বা সেই সেই ৰাগৰ সুৰ শুনাত হয় আন প্রকাৰৰ। সঙ্গীতবিদ্‌সকলে ভাৰতীয় সঙ্গীতক বহলভাৱে উত্তৰ-ভাৰতীয় (হিন্দুস্থানী) আৰু কৰ্ণাটকী এই দুই ধাৰাত আৰু সূক্ষ্মভাৱে কলিকতা, লক্ষ্ণৌ, পুনা (গান্ধৰ্ব্ব), কৰ্ণাটকী আৰু তাঞ্জোৰ, এই পাঁচভাগত ভাগ কৰিছে। কিন্তু কামৰূপীয়-অসমীয়া সঙ্গীতৰ বিশেষ চৰ্চ্চা কৰি এই বিভাগবোৰৰ লগত মিলাই চালে ইও এক বিশিষ্ট ধাৰা ৰূপেই পৰিগণিত হ'ব পাৰে। এনে বিবেচনাত বহলভাৱে উত্তৰ-ভাৰতীয়, কৰ্ণাটকী আৰু

কামৰূপীয়, আৰু সূক্ষ্মভাৱে কলিকতা, লক্ষ্ণৌ, কর্ণাটকী, তাজোৰ আৰু কামৰূপীয়—এনে বিভাগ সম্ভৱ হয়।

বৰগীতৰ পুথিত এটা মন কৰিব লগীয়া কথা—গুৰুজনাৰ 'ষড়ছন্দৰ গীত' বোলা তিনিটি গীতৰ বাহিৰে বাকীবিলাক বৰগীতত তালৰ উল্লেখ নাই। আমাৰ ওজাসকলে কয়, সেই বাবেইহে হেনো বৰগীতক বৰগীত বোলে। প্ৰথম কথা, প্ৰসঙ্গ অনুযায়ী, বৰগীতৰ তাল নির্দ্দেশ কৰিব পৰা হয়। দ্বিতীয়তে, প্ৰাচীন কালৰেপৰা এনে কিছুমান ৰীতিত বৰগীত গোৱা চলি আহিছে যে, বিশেষ বিশেষ ৰাগত সদায় বিশেষ বিশেষ তাল পৰিবই, যেনে—আশোৱাৰীত যতি, কল্যাণত খৰমান, ইত্যাদি। তেনেহ'লে বৰগীতক সম্মান দেখুৱাবৰ বাবেই তাত তাল বান্ধি দিয়া নাইনেকি? বৰগীত অনেক সময়ত পাঠৰ সুৰত অর্থাৎ বাদ্য আৰু তালৰ সংযোগ নোহোৱাকৈ গোৱা হয়; কিন্তু কোনোমতেই নির্দ্দিষ্ট ৰাগ আৰু সুৰৰপৰা আঁতৰি যাবলৈ দিয়া নহয়।

বৰগীতৰ বিষয়ে চতুর্থ মন্তব্য বিষয়—চৈধ্য প্ৰসঙ্গৰ পৰিক্ৰমাত সিবিলাকৰ স্থান। পুৱাৰ প্ৰসঙ্গৰ আৰম্ভণিতে বৰগীতৰ তুতি, তাৰ পিছতহে ভটিমা, কীর্ত্তন আদি। সেইদৰে আন প্ৰসঙ্গতো বৰগীতক বিশিষ্ট ঠাই দিয়া হয়। এনে লাগে, প্ৰসঙ্গৰ মুখ্য অঙ্গভাৱে প্ৰার্থনা-সঙ্গীত-ৰূপে বৰগীত ৰচা হৈছিল আৰু সেই বাবেই সি বৰগীত।

পঞ্চমতে, বৰগীতৰ সীমাবদ্ধ পৱিত্ৰতাৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব। এনে অনুমান হয়, 'বাৰকুৰি বৰগীত' বুলিলে নির্দ্দিষ্ট সংখ্যাটো নুবুজায়। কোনোৰ মতে শ্ৰীশঙ্কৰ-মাধৱৰ প্ৰচলিত আৰু এতিয়াও বর্ত্তমান গীতৰ সংখ্যাই ২৪০টি। প্ৰকৃততে, শঙ্কৰদেৱে পোনতেহে বাৰকুৰি গীত ৰচিছিল, সেইখিনি গীত জুই লাগি পোৰা গ'ল, আৰু 'বাৰকুৰি গীত' বুলিলে এই পোৰা গীতখিনিহে বুজায়। বৰগীতৰ এটা সীমা আছে। শঙ্কৰ-মাধৱ-বিৰচিত সকলো

সমূহত বা ঘৰে ঘৰে সাঁচিপাতত থকা বিশেষ গীতসমূহকেইহে অবিসম্বাদিতভাৱে বৰগীত বোলা হয়। একে ৰাগ-তাল আৰু ছন্দ-ভাষাৰে আন কবিৰ ৰচিত গীতক সকলোৱে বৰগীত নাবোলে। সত্ৰ আৰু পন্থ-ভেদে ৰামচৰণ ঠাকুৰ, দৈত্যাৰি ঠাকুৰ, নাৰায়ণ ঠাকুৰ আতা, পুৰুষোত্তম ঠাকুৰ, ভৱানীপুৰীয়া গোপাল আতা, আতাৰ কন্যা পদ্মপ্ৰিয়া, বৰযদুমণি, অনিৰুদ্ধ, আঁহতগুৰীয়া ৰামৰাম বিপ্ৰ আদিৰ ৰচিত গীতকো বৰগীত বুলি ধৰা হয় আৰু সেইমতে প্ৰসঙ্গত ব্যৱহাৰ কৰা হয়। কিন্তু এইবিলাকৰ বৰগীতত্বৰ সম্পৰ্কে আন সত্ৰ বা পন্থই নিদাৰুণ প্ৰশ্ন কৰে। ইয়াৰ উপৰি ঠায়ে ঠায়ে বিষ্ণুপৰী সন্ন্যাসী, কবীৰ, বৃন্দাবনদাস, ভগীৰথ আদি সম্ভৱতঃ উত্তৰ-ভাৰতীয় ভক্তসকলৰ নামে কেইটিমান 'বৰগীত' চলি থকা পোৱা যায়।

ওপৰৰ আলোচনাবোৰৰপৰা বৰগীতৰ এটা সংজ্ঞা দিয়া যদিও টান হৈ পৰে, তথাপি এটা কথা প্ৰতীয়মান হয় যে, সঙ্গীত-শাস্ত্ৰীয় কিছুমান ধৰা-বন্ধা নিয়ম মানি চলিলেই বৰগীত নহয়; বৰগীতৰ আৰু কেইটিমান বিশেষত্ব আছে। বৰগীত সাংসাৰিক জগতৰ প্ৰেম-কাহিনীৰপৰা সম্পূৰ্ণ মুক্ত, আধ্যাত্মিক ভাৱৰ উপাসনা-প্ৰসঙ্গৰ গীত। তদুপৰি ই মহাপুৰুষৰ বিৰচিত হ'ব লাগিব। এনে প্ৰকাৰে বিবেচনা কৰিলে বৰগীতৰ এটা শ্ৰেণী নুবুলি এক পঙক্তি বা থুপ বোলাহে সমীচীন হ'ব যেন লাগে।

'ভোজন-ব্যৱহাৰ' বোলা অঙ্কখনিৰ তিনিটি গীতৰ থুপৰ দুটি গীত বৰগীতৰ লগতো ধৰা হয়। কিন্তু বৰগীত আৰু অঙ্কৰ পুথিৰ কথাখিনিহে একে; অঙ্কখনিত উক্ত "কানু সাজে সাজে" ইত্যাদি গীতটি পৰিতালত (পাঠান্তৰ, একতালি) আৰু "কৰত গোপাল ভোজন বেৱহাৰা" ইত্যাদি গীতটি যতিমানত পোৱা হৈছে। বৰগীতৰ পুথিত তালৰ উল্লেখ নাই। এই পাঠক্ৰমৰ অৰ্থ আমি এইদৰে বুজিছো—গীত দুটি 'বৰগীত' গুচি নাটৰ অন্তৰ্গত হৈ পৰি

'অঙ্কৰ গীত'ত পৰিণত হ'ল। কোনো সত্ৰত এই গীত দুটিক বেলেগে ৰাখি বাকীবিলাক বৰগীতক 'মেলা গীত' বোলা হয়। 'মেলা' মানে বোধ হয় মুকলি বা অনাবদ্ধ, নাটৰ সীমাৰপৰা মুক্ত। ব্যৱহাৰ-ভেদে এই দুটি গীতেই এবাৰ বৰগীত আৰু এবাৰ অঙ্কৰ গীত হৈছে। উল্লিখিত বৰগীত দুটিৰ বাহিৰেও গুৰুজনাৰ "হৰিক বয়ন হেৰি মাই" ইত্যাদি বৰগীতটি ভৱানীপুৰীয়া গোপাল আতাই তেওঁৰ 'জন্মযাত্ৰা' নাটত দেৱকীৰ বিলাপৰ গীতৰূপে গ্ৰহণ কৰিছে, আৰু একতালি তালত বান্ধি দিছে। আতাৰ বোকা-ভাওনা নাটৰ "ভাই ৰে, গোকুলে উদয় যদুমণি" ইত্যাদি গীতটি নি কাল-সংহতিৰ সত্ৰসমূহত বৰগীত কৰি ব্যৱহাৰ কৰা হয়। আতাৰ 'উদ্ধৱ-সংবাদ' নাটখনিতো শঙ্কৰ-মাধৱৰ বহুতোখিনি বৰগীত অঙ্কৰ গীতৰূপে ব্যৱহাৰ কৰা হৈছে।

পুথিত লিখামতে বৰগীতসমূহৰ এটি স্বাভাৱিক ক্ৰম সূক্ষ্মভাৱে চালে ধৰা পৰিব। বাস্তৱিকতে স্তুতি, উপদেশ, জাগৰণৰ গীত, খেলানৰ ( গোষ্ঠৰ ) গীত; আকৌ ফাগুৰ গীত, উদ্ধৱ-যানৰ গীত, ভোজনৰ গীত, ভূষণ-হৰণৰ গীত, দধি-মথনৰ গীত আদি বৰ্ণনামূলক নামেদি বৰগীতবিলাক পৰিচিত হৈ আহিছে। সত্ৰৰ নানা সন্ত-মহন্তৰ মতে বৰগীতসমূহ চতুৰ্ধাৰা-বিশিষ্ট—উত্থান, জাগন, খেলান আৰু নৃত্য। সঁচা কথা ক'বলৈ হ'লে, বৰগীত গাই-শুনি আমাৰ মনত পৰে ভক্ত কবি সুৰদাসৰ বাল্য-ভাৱাপন্ন শ্ৰীকৃষ্ণ-বিষয়ক পদসমূহলৈ, বিদ্যাপতি বা বঙ্গীয় মহাজনসকলৰ বৈষ্ণৱ পদাৱলীলৈ নহয়। নামঘোষাৰ বিষয়-বিভাগ মহাপুৰুষসকলে নিজে কৰি দি গৈছে। বৰগীততো তেনে বিভাগ সোমাই আছে, মহাপুৰুষে মাত্ৰ সেইবোৰ লিখি দি যোৱা নাই।

'ভটিমা' শব্দটোৰ অৰ্থ স্তুতি বা প্ৰশস্তি। ই ভাটৰ ( ভট্ট ) গীত। ভাটসকল দ্বাদশ শতিকামানৰ ৰাজপুতনা অঞ্চলৰ চাৰণ-সকলৰ দৰে। গীত আৰু অভিনয়ত পাকৈত পুৰণি ভাৰতৰ

ভকতসকলৰ আৰু বিশেষকৈ গুজৰাটৰ ভকত-গায়কৰ কথাও এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। অসমৰ বৈষ্ণৱ আৰু প্ৰাগ্‌বৈষ্ণৱ সাহিত্যত নট আৰু ভাটৰ উল্লেখ অনেক ঠাইতে আছে। শঙ্কৰদেৱৰ তীৰ্থ-যাত্ৰাৰ কালত বিদেশী ভাট লগ পোৱাৰ কথাও চৰিতসমূহত পোৱা যায়। 'ৰুক্মিণী-হৰণ' নাটৰ সুৰভি আৰু হৰিদাস ভাট শঙ্কৰদেৱৰ চকুতো যেন এনে জীৱন্ত চৰিত। এনে ভাটৰ স্তুতি-ৰূপেই বিশেষ এক শ্ৰেণীৰ গীতৰ নাম 'ভটিমা'। শঙ্কৰদেৱৰ ভটিমাবিলাকৰ তিনিটা শ্ৰেণীত ভাগ কৰিব পাৰি—নাটকীয় ভটিমা, নাটকৰ বাহিৰৰ দেৱ-ভটিমা, আৰু ৰাজ-ভটিমা। এই তিনি শ্ৰেণীৰ লগত মাধৱদেৱে আৰু এক শ্ৰেণীৰ ভটিমা যোগ দিয়ে—গুৰু-ভটিমা। নাটকীয় ভটিমাৰ বিষয়ে নাট-প্ৰসঙ্গত কিঞ্চিৎ কোৱা হ'ব। 'কালি-দমন'ৰ "জয় জয় জগত-মহেশ্বৰ" আৰু 'পাৰিজাত-হৰণ'ৰ "জয় জয় যাদৱ দেৱ", "জয় জগত-নিৱাস" আৰু "জয় জয় যাদৱ দেৱ মুৰাৰি", এই পয়াৰকেইটি নাটত ভটিমা বুলি দেখুওৱা নহ'লেও ছপা ভটিমা পুথিত সন্নিবেশ কৰা হৈছে।

বিষয়-বস্তুৰ ফালৰপৰা নাটকীয় ভটিমা আৰু দেৱ-ভটিমাৰ পাৰ্থক্য নাথাকিলেও দেৱ-ভটিমা কাৰ্য্যতঃ নাটৰ বাহিৰৰ দেৱ-স্তুতি, নাটৰ অন্তৰ্গত নহয়। "বন্দো গোবিন্দা গোপীজনমানন্দা", "জয় জগদীশ ঈশ", "পেখিয়ে চাণূৰ সভা মহ"—শ্ৰীকৃষ্ণৰ বাল্য-জীৱনৰ কথাৰে এই তিনটি দেৱ-ভটিমা।

"জয় জয় মল্ল নৃপতি ৰসজান" গীতটি ৰাজ-ভটিমাৰ নিদৰ্শন। ইয়াত মহাৰাজ নৰনাৰায়ণৰ ৰসগ্ৰাহিতা আৰু বীৰ-বিক্ৰমৰ প্ৰশস্তি গোৱা হৈছে। গুণাভিৰাম বৰুৱাৰ মতে গীতটিত পোৰা সুঠান বা কালাপাহাৰৰ কামৰূপ-আক্ৰমণৰ ইঙ্গিত সোমাই আছে; কিন্তু এই বিষয়ত গেইট্ চাহাবৰ মত বিপৰীত।

ছন্দ আৰু শব্দ-সংযোজনৰ চাতুৰ্য্য আৰু গাম্ভীৰ্য্য, অনুপ্ৰাসৰ

ধ্বনি-প্ৰতিধ্বনি ভটিমাসমূহৰ বিশিষ্ট লক্ষণ। ভটিমাৰ ভাষা বৰগীতৰ দৰেই কৃত্ৰিম ব্ৰজবুলি।

শঙ্কৰী অঙ্কৰ জন্ম-কথা যথাস্থানত আলোচনা কৰি আহিছো। এতিয়া সেই অঙ্কৰ কৌশল আৰু অৱয়ৱ-বিভাগৰ বিষয়ে দুটিমান কথা উন্মুকিয়াম। শঙ্কৰদেৱৰ ছওখন নাটৰ ভিতৰত "পত্নী-প্ৰসাদ" নাটখন পূৰ্ণাঙ্গ যেন নালাগে। ই সম্ভৱতঃ ছওখনিৰ ভিতৰত তেওঁৰ প্ৰথম ৰচনা; আৰু সেই কাৰণেই বোধ হয় নান্দী, মঙ্গল ভটিমা আদি অঙ্গ আৰু চৰিত্ৰ-চিত্ৰণ আদি নাটকীয় বৈশিষ্ট্যৰ ফালৰপৰা নাটখনি পুৰঠ নহয়। এইখিনিতে আৰু এটি কথা উন্মুকিয়াব পাৰি, কৌশলৰ বিষয়ত মাধৱদেৱৰ নাটিকা বা ঝুমুৰা কেইখন শঙ্কৰদেৱৰ পূৰ্ণাঙ্গ অঙ্ক কেইখনিৰ অনুৰূপ নহয়। চৰিতসমূহত অঙ্কৰ কথা কওঁতে নাট, গীত, সূত্ৰ, ভটিমাৰ একেলগে উল্লেখ কৰা মন কৰিব লগীয়া কথা। সম্ভৱতঃ সেই যুগত নাটকৰ অঙ্গ-বিভাগ কৰা হৈছিল এই চাৰি ভাগে। আমি তাক আগত ৰাখি নাটবোৰ এইদৰে বিশ্লেষণ কৰিব পাৰোঁ—গীত, শ্লোক, ভটিমা, কথা আৰু নাট বা নাচ।

নাট বা অঙ্ক—কৌশল আৰু অঙ্গ-বিভাগ

নাটত দুবিধ গীত আছে—এবিধ ৰাগ-সঙ্গীতৰ অন্তৰঙ্গ আৰু আনবিধ সাধাৰণ পয়াৰ। সাধাৰণতে সিন্ধুড়া ৰাগত গোৱা প্ৰৱেশৰ গীততে গীতাংশৰ আৰম্ভণ। ইয়াৰ পিছৰ বিভিন্ন চৰিত্ৰৰ মনৰ ভাব-অনুভূতি-প্ৰকাশক আৰু চাল-চলন বুজোৱা গীতবোৰ সংলাপৰ মাজে মাজে খোল-তালেৰে গোৱা হয়। পয়াৰবিলাক সাধাৰণতে করুণ ৰসৰ; বিলাপৰ বাবেই যেন নাটত পয়াৰৰ সন্নিবেশ। নাটৰ বেলেগ বেলেগ সাঁচিপতীয়া পুথিত বিলাপৰ পয়াৰৰ সংখ্যাৰ তাৰতম্য দেখা যায়। বিশেষকৈ তিৰোতা শ্ৰোতাৰ বাবে বিলাপবোৰ বৰ চিত্তাকৰ্ষক; সেই বাবেই পিছৰ কালত অনেকে নাটত প্ৰক্ষিপ্তভাৱে পয়াৰ সংযোগ কৰা দেখা গৈছে।



সূত্ৰধাৰী আৰু গায়ন-বায়ন ( জবাবাৰী )



চালি নাচৰ নটুৱা আৰু গায়ন-বায়ন ( জবাবাৰী )

নাটৰ শ্লোকবিলাকক তিনিটি শ্ৰেণীত সুকীয়া সুকীয়াকৈ ল'ব পাৰি—নান্দী, কাহিনী বা চাল-চলন বুজোৱা শ্লোক, আৰু নাট্যকাৰৰ বিষয়-প্ৰবেশ আৰু মোখনিৰ শ্লোক। সংস্কৃত আলঙ্কাৰিকসকলৰ মতে ৰূপকৰ নান্দীত নটসকলে আশীৰ্ব্বাদ-বচনৰ সংযোগ কৰি দেৱ-দ্বিজ-নৃপাদিক অভিনন্দা কৰি স্তুতি কৰিব লাগে। মঙ্গল্য, শঙ্খ, চন্দ্ৰ, পঙ্কজ, চক্ৰবাক, কুমুদ আদি মাঙ্গল্যসূচক শব্দ লগাই বাৰ বা আঠোটা পদৰ শ্লোক গাব লাগে।

আশীৰ্ব্বচনসংযুক্তা স্তুতিৰ্যস্মাৎ প্ৰযুজ্যতে।
দেৱদ্বিজনৃপাদীনাং তস্মান্নান্দীতি সংজ্ঞিতা॥

ভট্টনাৰায়ণৰ বেণীসংহাৰ নাটকৰ নান্দীত বাৰটা পদৰ তিনিটা শ্লোক, ভৱভূতিৰ মালতীমাধৱ প্ৰকৰণত আঠোটা পদৰ দুটা শ্লোক আৰু কালিদাসৰ অভিজ্ঞানশকুন্তলম্ নাটকত আঠোটা পদৰ এটি শ্লোক আছে। শঙ্কৰী নাটৰ নান্দীত সংস্কৃত নান্দীৰ লক্ষণ আছে। শঙ্কৰদেৱৰ নান্দীত শ্লোক দুটি, তাৰ পদৰ সংখ্যা মুঠ আঠ। দুয়োটি শ্লোকতে পৰমপুৰুষ পৰমব্ৰহ্ম-ৰূপ শ্ৰীকৃষ্ণক বা শ্ৰীৰামক স্তুতি কৰা হয়। প্ৰথম শ্লোকটিত সাধাৰণ স্তুতি আৰু দ্বিতীয় শ্লোকত সেই স্তুতিৰ ছলতে নাটৰ কথা-বস্তুৰ ইঙ্গিত দিয়া হয়। উদাহৰণ স্বৰূপে 'কালি-দমন' নাটৰ শাৰ্দ্দূলবিক্ৰীড়িত ছন্দৰ নান্দীৰ প্ৰথমটি শ্লোকত শাৰদ চন্দ্ৰ আৰু পঙ্কজৰ উল্লেখ মঙ্গল সূচনা কৰিছে; দ্বিতীয় শ্লোকত নাট্যকাৰে "যেনাকাৰি মহাহি-দৰ্প-দলন-ক্ৰীড়া হ্ৰদিন্যা জলে" কথাষাৰ সাধাৰণভাৱে দেখাত শ্ৰীকৃষ্ণৰ লীলা-বৰ্ণনাৰূপে আৰু নাটৰ প্ৰসঙ্গত কথা-বস্তুৰ ধ্বনি-ৰূপে প্ৰয়োগ কৰিছে। নাটৰ মাজে মাজে যিবোৰ শ্লোকৰ সমাৱেশ কৰা হয়, সেইবোৰে নাটকীয় কাহিনীৰ বিভিন্ন পৰিস্থিতিৰ আভাস দিয়ে। নাটকৰ নামৰ উল্লেখেৰে নান্দীৰ পিছৰ শ্লোকটি আৰু নাটৰ শেষৰ শ্লোকটি উক্ত দুই শ্ৰেণীৰপৰা পৃথক। ইয়াৰ প্ৰথমটি শ্লোক সংস্কৃতৰ প্ৰৰোচনাৰ অনুৰূপ।

শঙ্কৰী নাটত তিনি শ্ৰেণীৰ ভটিমা থাকে—প্ৰথমতে, নাটৰ নায়ক শ্ৰীকৃষ্ণ বা শ্ৰীৰামৰ স্তুতি-বাচক আৰু নান্দীৰ দৰে মঙ্গলাচৰণ-মূলক ভটিমা; দ্বিতীয়, শেষত সংস্কৃত ৰূপকৰ ভৰত-বাক্যৰ অনুৰূপ মুক্তি-মঙ্গল বা মঙ্গল ভটিমা; আৰু তৃতীয়তে, কোনো নাটত নাটকীয় চৰিত্ৰ-ৰূপে থকা ভাট আৰু ৰাম-বিজয়ৰ চৰিত্ৰ বিশ্বামিত্ৰ আৰু কনকাৱতীৰ মুখৰ ভটিমা। কোনো কোনো সংস্কৃত ৰূপকৰ শেষত শান্তি বা মিলনৰ দৃশ্য থাকিলে নায়কজনে বা কোনো সাত্ত্বিক পুৰুষে ভৰত-বাক্য নামৰ এটি শ্লোক পাঠ কৰে। অভিজ্ঞানশকুন্তলমত দুষ্মন্ত ৰজাই, বিক্ৰমোৰ্ব্বশীয়ত ৰজা পুৰুৰৱাই, মৃচ্ছকটিকত নায়ক চাৰুদত্তই এনে শ্লোক পাঠ কৰিছে। মঙ্গল ভটিমাতো সৰ্ব্বজনৰ আধ্যাত্মিক কুশল প্ৰাৰ্থনা কৰা হয়। 'কেলি-গোপাল' নাটৰ মঙ্গল ভটিমাত জয়দেৱৰ দশাৱতাৰ-স্তোত্ৰৰ অনুৰূপ কৰি দহ অৱতাৰৰ বৰ্ণনাৰে নাট-অভিনয়ৰ শ্ৰোতা-দৰ্শকসকলৰ মুক্তি কামনা কৰা হৈছে। তাৰপৰাই বুজিব পাৰি, নাটৰ শেষৰ ভটিমাক কিয় মুক্তি-মঙ্গল ভটিমা বোলা হয়। ভাওনাত সূত্ৰধাৰ আদি সকলো ভাৱৰীয়াই গায়ন-বায়নেৰে লগ লাগি মুক্তি-মঙ্গল গায়। কোৱা হয়—ভাব, ৰাগ, তাল তিনিৰ সংযোগত ভৰত-বাক্য। ভটিমাবিলাকত আকৌ সাধাৰণতে তাল সংযোগ নকৰি সুৰমাত্ৰ ধৰি গোৱা হয়।

নাটকীয় কথাক দুভাগে ভগাব পাৰি—কথা-সূত্ৰ আৰু ভাৱৰীয়াৰ বচন। গীত আৰু ভটিমাৰ দৰেই কথাৰ ভাষা ব্ৰজবুলি। ই স্বৰূপতে কবিতাৰ ভাষা। অসমীয়া গদ্যৰ প্ৰথম নিদৰ্শন এই নাটকীয় গদ্য প্ৰকৃততে ছন্দোময়, কাব্যময়। এই প্ৰসঙ্গত চতুৰ্দ্দশ শতিকাৰ মৈথিল লেখক জ্যোতিৰীশ্বৰ কবিশেখৰাচাৰ্য্যৰ 'বৰ্ণ-ৰত্নাকৰ'ৰ কথা-বৰ্ণনাবোৰ সুঁৱৰিব পাৰি। শ্ৰীকৃষ্ণৰ আৰু ভক্তি-ধৰ্ম্মৰ গুণ-কীৰ্ত্তনেই শঙ্কৰদেৱৰ নাট্য-কলাৰ উদ্দেশ্য। এই উদ্দেশ্যৰ লগত খাপ খুৱাবলৈকে ব্ৰজবুলিৰ সৃষ্টি আৰু প্ৰৱৰ্ত্তন।

সঙ্গীতাংশৰ ভিতৰত নাটকত লিপিবদ্ধ নোহোৱা সত্বেও নাচৰ ভাগ যথেষ্ট সৰহ। বহুতো গীতৰ লগত নৃত্যৰ সংযোগ আপোনা-আপুনিয়ে থাকে। সূত্ৰধাৰৰ বৰভঙ্গি, সকভঙ্গি, কৃষ্ণৰ মঞ্জুৰা নাচ, নটুৱাৰ চালি নাচ, ৰণৰ নাচ প্ৰত্যেক নাটৰে এক মুখ্য অঙ্গৰ দৰে। বিগলিত অৱস্থাত হ'লেও নৃত্য-কলাৰ হস্ত (মুদ্ৰা), কৰণ আদি ভাওনাৰ নাচৰ বিশিষ্ট অলঙ্কাৰ।

সংস্কৃতৰ পূৰ্ব্বৰঙ্গৰ নিচিনা ধেমালি, নান্দী, নান্দী-গীত, প্ৰৰোচনাৰ অনুৰূপ শ্লোক, নাটক আদিৰ ভটিমা আৰু কথাৰে নাটকৰ বিষয়-বস্তু উত্থাপনৰ পিছত সূত্ৰধাৰে সঙ্গীতৰ সহায়েৰে নায়ক-নায়িকাৰ প্ৰৱেশৰ ইঙ্গিত দিয়ে। এই এধানমান অংশটি সংস্কৃত ৰূপকৰ প্ৰস্তাৱনা বা আমুখৰ শাৰীৰ। ইয়াৰ পিছতে প্ৰৱেশৰ গীতৰ লগে লগে নায়ক আৰু আন আন চৰিত্ৰ যথাক্ৰমে প্ৰৱেশ কৰে। নাটকীয় ঘটনা-চক্ৰ আৰম্ভ হয়। তাৰ ক্ৰমবিকাশ মনোৰম; সংস্কৃত আলঙ্কাৰিকৰ পঞ্চসন্ধিৰ ধাৰো ইয়াত ধৰিব পাৰি। কিন্তু 'কালি-দমন' নাটত প্ৰধান ঘটনা কালিয়-দমনৰ পৰিণতিৰ পিছত বনাগ্নি-পানৰ ঘটনা আৰম্ভ কৰাত নাটকীয় গঠন অলপ দুৰ্ব্বল হোৱা যেন লাগে।

'ৰাম-বিজয়' নাটৰ ঘটনা-বস্তু বাল-কাণ্ড ৰামায়ণৰপৰা লোৱা হৈছে; তাৰ ওপৰত মহানাটকৰ বা হনুমন্তী কাব্যৰ কিঞ্চিৎ চিটি-কণি পাৰিছে। 'ৰুক্মিণী-হৰণ' নাটৰ মূল যাইকৈ হৰিবংশ, আৰু লগতে ভাগৱতৰ দশম স্কন্ধ। 'পত্নী-প্ৰসাদ', 'কালি-দমন', 'কেলি-গোপাল' আৰু 'পাৰিজাত-হৰণ'ৰ কাহিনীৰ অৱলম্বন দশম স্কন্ধ ভাগৱত। বিষ্ণু-পুৰাণ আৰু হৰিবংশত বা আন পুৰাণত একেবোৰ কাহিনী থাকিলেও সিবোৰৰ প্ৰভাৱ এই নাট কেইখনিত নাই বুলিলেই হয়। কেয়োখনি নাটতে শঙ্কৰদেৱে কাহিনী-ভাগ নিজৰ কৌশলেৰে সজাইছে, কোনো কোনো ঠাইত মূলৰপৰা আঁতৰি গৈছে আৰু চৰিত্ৰ-চিত্ৰণৰ বিষয়ত সদায়েই মুকলি পথকে গ্ৰহণ

কৰিছে। 'ৰাম-বিজয়' নাটত সীতাক জাতিস্মৰ ভক্তা কৰি পূৰ্ব্ব-জন্মৰ নাৰায়ণক স্বামী পোৱা বৰ সৌৰৰাই শ্ৰীৰামৰ প্ৰতি পূৰ্ব্বৰাগ সজাগ কৰা, যাই ঘটনা-ভাগত বশিষ্ঠক বাদ দিয়া, বিশ্বামিত্ৰই ৰাম-লক্ষ্মণক নিজ আশ্ৰমৰপৰা পোনে পোনে মিথিলাৰ ৰাজধানীলৈ নিয়া, ৰাম-লক্ষ্মণৰ আগমনৰ সময়ত সীতাৰ স্বয়ম্বৰ আদি বিষয়ত শঙ্কৰদেৱ বাল্মীকিৰপৰা বহুত আঁতৰত। চৰিত্ৰৰ মুকলি বিকাশৰ ফালৰপৰা নাৰদ, শচী, সত্যভামা আদিৰে পাৰিজাত-হৰণ সৰ্ব্বপ্ৰধান।

অসমীয়া গদ্যৰ বুৰঞ্জী শঙ্কৰদেৱৰ লগতে আৰম্ভ হয়। শঙ্কৰদেৱ, মাধৱদেৱ, ভৱানীপুৰীয়া গোপালদেৱ আদিৰ নামৰ নাটকীয় গদ্যই অসমীয়া গদ্যৰ প্ৰথম নিদৰ্শন। ইয়াৰ পিছত ১৫১৫—১৫১৯ শকৰ ভিতৰত ৰচিত বৈকুণ্ঠনাথ ভট্টদেৱৰ কথা-ভাগৱত আৰু কথা-গীতা, গোপালচৰণ দ্বিজৰ ভক্তি-ৰত্নাকৰ অনুবাদেই সম্পূৰ্ণৰূপে গদ্যত ৰচিত প্ৰথম অসমীয়া পুথি। শঙ্কৰদেৱী গদ্য আৰু ভট্টদেৱী গদ্য দুইটি কৃত্ৰিম ভাষা; কিন্তু দুইটি দুই প্ৰকাৰৰ। নাটকীয় গদ্য ব্ৰজবুলি ধাৰাৰ অসমীয়া. ভট্টদেৱী ভাষা মাধৱ কন্দলি, শঙ্কৰদেৱ আদি কবিসকলৰ পদৰ ভাষাৰ গদ্য ৰূপ। দুইটাতে কবিত্ব-সুলভ বাক্য-সঙ্গতি অবিৰলভাৱে দেখা যায়। প্ৰকৃত পক্ষে চৰিত-পুথি আৰু বুৰঞ্জীবিলাকৰ উদ্ভৱ নোহোৱালৈকে স্বৰূপ অসমীয়া গদ্যৰ সৃষ্টি হোৱা নাছিল। সাধাৰণ শ্ৰোতা-দৰ্শকৰ কাৰণে ৰচিত নাটসমূহত সংস্কৃত নাটকৰ আহিৰে সংস্কৃত বা প্ৰাকৃত ব্যৱহাৰ নকৰি বা সেই কালৰ সাধাৰণ কথিত বা লিখিত অসমীয়া ভাষালৈও নামি নগৈ শঙ্কৰদেৱে কৃত্ৰিম ভাষা ব্ৰজবুলিত সূত্ৰধাৰ আৰু চৰিত্ৰসমূহৰ বচনবোৰ ৰচনা কৰিলে। মিথিলাৰাজ শিৱসিংহৰ (আনুমানিক ১৪১২-১৪২৯ খ্ৰীঃ অঃ) আদেশত লিখা বিদ্যাপতি ঠাকুৰৰ 'গোৰক্ষ-বিজয় নাটক'ৰ বচনবোৰ সংস্কৃতত আৰু গীতবোৰমাত্ৰ মৈথিল ভাষাত ৰচিত। উমাপতি

নাটকীয় গদ্য

উপাধ্যায় আদি আন মৈথিল নাট্যকাৰে সেই ভাষা-বিভাগকে অৱলম্বন কৰিছিল। 'নলচৰিত নাট'ৰ নাট্যকাৰ গোবিন্দই সংস্কৃত আৰু প্ৰাকৃতত বচনবোৰ ৰচনা কৰিছিল। কিন্তু শঙ্কৰদেৱৰ আগতে কোনো নাট্যকাৰেই নাটকীয় কথা-বচনত আধুনিক ভাৰতীয় ভাষা প্ৰয়োগ কৰিবলৈ সাহ কৰা দেখা নাযায়। বিদ্যাপতি ঠাকুৰে মৈথিল অৱহট্‌ঠ ভাষাত ৰচনা কৰা বুৰঞ্জীমূলক কাব্য 'কীৰ্ত্তিলতা'ৰ মাজে মাজে গদ্যাংশও আছে। এই কথাভাগ অতি জীৱন্ত। শঙ্কৰদেৱে বিচৰা হ'লে বা যদি বিচাৰিছিল, আধুনিক ভাষাত কথা-ৰীতিৰ এই জ্বলন্ত নমুনাকে নিশ্চয় পালেহেঁতেন বা পাইছিল; নাটকীয় কথা-সূত্ৰ-গীত-ভটিমাৰ ওপৰত মৈথিল প্ৰভাৱ অবিভ্ৰান্ত। শঙ্কৰদেৱৰ ব্ৰজবুলিয়ে যথাসম্ভৱ বঙ্গীয় ব্ৰজবুলিবো আগতে জন্ম লাভ কৰিছিল; ১৪৮১-ৰপৰা ১৪৯৩ খ্ৰীষ্টাব্দলৈকে জোৰা শঙ্কৰদেৱৰ প্ৰথম তীৰ্থ-ভ্ৰমণৰ ভিতৰতে তেওঁ ব্ৰজবুলিৰ "মন মেৰি ৰাম-চৰণহি লাগু" গীতটি ৰচনা কৰে। বঙলা ব্ৰজবুলিৰ প্ৰথম গীতটি যশোৰাজখাঁই ৰচনা কৰে; তাত গৌড়েশ্বৰ হুছেইন শ্বাহৰ (১৪৯৩-১৫১৯ খ্ৰীঃ অঃ) নাম সন্নিৱিষ্ট আছে। বঙলা ব্ৰজবুলিৰ ঠাঁচতহে পিছত ওড়িয়া ব্ৰজবুলি গঢ়া হয়।

শঙ্কৰদেৱী গদ্যক প্ৰকৃততে গদ্য বুলি ক'ব নোৱাৰি। সি ছন্দোময় কাব্য-ভাষাৰে এটি ৰূপান্তৰ মাথোন। সূত্ৰধাৰ আৰু আন ভাৱৰীয়াসকলে তেওঁলোকৰ কথা-বচনো সদায় সুৰীয়াকৈ মতাহে দেখা যায়। শঙ্কৰৰ গদ্যত এটি কাব্যিক সুৰ বা ছন্দ আৰু মাজে মাজে শেষাক্ষৰ-মিল আছে। কেতিয়াবা ক্ৰিয়াপদবোৰৰ একেটি প্ৰত্যয়-ৰূপৰ আলম লৈ শাৰীৰ পিছত শাৰীকৈ এনে আখৰৰ মিল ঘটোৱা হয়। অনুপ্ৰাসৰ হেঁচাও ঠায়ে ঠায়ে পৰিছে। শব্দাৱলী, বাক্য আৰু খণ্ডবাক্যৰ ওপৰত সংস্কৃতৰ প্ৰভাৱ যথেষ্ট। সমাস-সংযোজিত দীঘল শব্দ-মালাও নাটকৰ গদ্যত তেনেই কম

নহয়। এই সংস্কৃতীয়া আৱেশৰ মাজত ঘৰুৱা কথাৰ ঠাঁচ মাজে মাজে উজ্জ্বল হৈ বিৰিঙি পৰে; অৱশ্যে শঙ্কৰদেৱৰ পদৰ জতুৱা গঢ়ৰ পয়োভৰ নাটকীয় গদ্যত নাই। চুটি চুটি বাক্যৰ প্ৰয়োগে কোনো ঠাইত এই ভাষাক শক্তিশালী কৰি তুলিছে আৰু এনে শাৰীবোৰ বিদ্যাপতি ঠাকুৰৰ 'কীৰ্ত্তিলতা'ৰ বৰ্ণনাৱলীৰ লগত তুলনীয়। এই গদ্যৰ শব্দাৱলী আৰু বাক্য-সঙ্গতি কাব্য-সুলভ হ'লেও সি এফালে যেনেকৈ পূৰ্ব্বৰাগ, মিলন, বিৰহ আদি প্ৰেমৰ বিভিন্ন অৱস্থা সুষ্ঠুভাৱে প্ৰকাশ কৰিছে, আনফালে তেনেকৈ সি বীৰত্ব, যুদ্ধ, বাক্‌যুদ্ধ ( যেনে শচী-সত্যভামাৰ ), ভক্তি-তত্ত্ব আদিও জলন্ত কৰি তুলিছে। ৰুক্মিণীয়ে শ্ৰীকৃষ্ণলৈ লিখা প্ৰেম-পত্ৰই ষোড়শ শতিকাৰ পত্ৰ-ব্যৱহাৰ-ৰীতিৰ ইঙ্গিত দিছে। এই গদ্যই বিদেশী ভাষাৰ আভিধানিক আৰু বৈয়াকৰণিক প্ৰয়োগ যথেষ্ট হোৱা সত্ত্বেও জাতীয় চৰিত্ৰ হেৰুৱা নাই। প্ৰাকৃতৰ দৰে ভগা-ছিগা শব্দৰ প্ৰাচুৰ্য্য, স্বৰভক্তিৰ স্বৰ-যুক্ত শব্দৰ সমাৱেশ, বিভক্তি-বিহীন কাৰক, ব-ল-মাত্ৰ-যুক্ত ভৱিষ্যত আৰু অতীতে এই ভাষাক এটি অনুপম মাধুৰ্য্য দিছে। প্ৰাকৃতৰ কপূৰ্ৰমঞ্জৰীৰ নাট্যকাৰ ৰাজশেখৰে কৈছিল, পুৰুষ আৰু তিৰোতাৰ যি পাৰ্থক্য, সংস্কৃত আৰু প্ৰাকৃতৰো সেই প্ৰভেদ। সেই দেখিয়ে শঙ্কৰদেৱে সংস্কৃত বা কথিত অসমীয়া পৰিহৰি মৈথিল-হিন্দী-ব্ৰজভাষা-অসমীয়া মিহলি ব্ৰজবুলি ব্যৱহাৰ কৰিছিল; কাৰণ তেওঁৰ নাটকবোৰ 'কাব্যোপম নাটক'।

সংস্কৃতৰ তোটক ছন্দৰ প্ৰত্যেক পদতে দুটি লঘু-যুক্ত এটি গুৰু মাত্ৰা চাৰিবাৰ পৰে; এই ছন্দ স্তোত্ৰৰ বাবেই বিশেষ উপযোগী, কিন্তু তাৰ ব্যৱহাৰ বৰ কম। শঙ্কৰদেৱে এই ছন্দতে তেওঁৰ বিষ্ণু-কৃষ্ণৰ স্তোত্ৰ ৰচনা কৰিছে। স্তোত্ৰটি সাধাৰণতে তোটয় নামেৰে জনা যায়। ইয়াৰ প্ৰতিটি পদৰ শেষৰ শব্দ আৰু তাৰ পিছৰ

সংস্কৃত স্তোত্ৰ আৰু প্ৰকৰণ-গ্ৰন্থ

পদৰ প্ৰথম শব্দৰে লাটানুপ্ৰাস নামৰ অনুপ্ৰাস অলঙ্কাৰত বদ্ধ হোৱা বাবে সমস্ত স্তোত্ৰটি ৰথ-চক্ৰৰ দৰে মধুৰ গতিত আগবাঢ়িছে।

⏑ ⏑ – | ⏑ ⏑ – | ⏑ ⏑ – | ⏑ ⏑ –
ম ধু-দা | ন ৱ-দা | ৰ ণ-দে | ৱ- ৱ ৰং

⏑ ⏑ – | ⏑ ⏑ – | ⏑ ⏑ – | ⏑ ⏑ –
ৱ ৰ-ৰা | ৱিজ-লো | চ ন- চ | ক্র ধ ৰম্।

এই স্তোত্ৰটিৰ এটি পদ-ভাঙনিও পোৱা গৈছে; কিন্তু সি শঙ্কৰ-দেৱৰে হয়নে নহয় বুজা নাযায়। এই স্তোত্ৰ, অষ্টাৱলীৰ অন্তৰ্গত শ্লোকসমূহ আৰু ভক্তি-ৰত্নাকৰৰ আৰম্ভৰ শ্লোক, এই কেইটিয়েই শঙ্কৰদেৱৰ সংস্কৃত ৰচনাৱলী। "কৰ-তল-কমল কমল-দল-নয়ন" গীতটি তেওঁৰ সৰু কালৰ ৰচনা বুলি জনা যায়।

শঙ্কৰদেৱৰ সকলো পুথিয়েই সৰ্ব্বসাধাৰণৰ বাবে ৰচিত; সিবিলাক সকলোতেই ভক্তিৰ তত্ত্ব সৰ্ব্বজনগ্ৰাহ্য-ৰূপে সৰলভাৱে ব্যাখ্যা কৰা হৈছে। সেয়ে মহাপুৰুষৰ প্ৰধান কীৰ্ত্তি; কিন্তু পণ্ডিতসকলক শাস্ত্ৰৰ উদ্ধৃতিৰে আৰু যুক্তিৰে ভক্তিৰ প্ৰাধান্য আৰু সাধনৰ উপায়বোৰত পতিয়ন নিয়াবৰ কাৰণে এখনি পুথি-সঙ্কলনৰ

ভক্তি-ৰত্নাকৰ

আৱশ্যক অনুভৱ কৰিছিল আৰু সেই বাবেই ভক্তি-ৰত্নাকৰ মহাগ্ৰন্থ প্ৰণয়ন কৰে। এইখনি লিখি অঁতোৱাৰ পিছত তেওঁ যেতিয়া ভাগৱত-পুৰাণৰ ভক্তি-সাৰ-সংগ্ৰহস্বৰূপ বিষ্ণুপুৰী সন্ন্যাসীৰ ভাগৱত-ভক্তি-ৰত্নাৱলী দেখা পায়, তেতিয়া এনে ভাব প্ৰকাশ কৰিছিল—ৰত্নাৱলী থাকোঁতে ৰত্নাকৰখন নিলিখা হ'লেও হ'লহেঁতেন। দুয়োখনিৰে উদ্দেশ্য একে, প্ৰণালী একে। বিষ্ণুপুৰীয়ে মাত্ৰ ভাগৱতৰপৰা ভক্তিপৰ শ্লোকসমূহ উদ্ধাৰ কৰি তেৰটি বিৰচনত ভাগ কৰি ৰত্নাৱলী সম্পূৰ্ণ কৰিছে। শঙ্কৰদেৱে প্ৰায় ছকুৰি অধ্যায়ত ৰত্নাকৰক ভাগ কৰিছে; তাত ভাগৱতৰ (তাৰ ভিতৰতো একাদশ স্কন্ধৰ) শ্লোকেই সৰহ হ'লেও আনো নানা উদ্ধৃতি দিছে। ভাগৱত আৰু গীতৰ শ্লোকসমূহ

তেওঁ প্ৰায় শ্ৰীধৰৰ কথা আৰু প্ৰণালীৰেই ব্যাখ্যা কৰিছে। ভক্তি-ৰত্নাকৰৰ প্ৰামাণ্যগ্ৰন্থসমূহৰ নাম—ভাগৱত-পুৰাণ, ভগৱদ্গীতা, শ্ৰীধৰৰ ভাগৱত-ভাৱাৰ্থ-দীপিকা আৰু ভগৱদ্গীতাৰ সুবোধিনী টীকা, বৃহন্নাৰদীয়-পুৰাণ, পদ্ম-পুৰাণ, নৰসিংহ-পুৰাণ, মৎস্য-পুৰাণ, বিষ্ণু-পুৰাণ, কূৰ্ম্ম-পুৰাণ, বিষ্ণুধৰ্ম্মোত্তৰ-পুৰাণ, ব্ৰহ্মাণ্ড-পুৰাণ, বামন-পুৰাণ, গৰুড় পুৰাণ, সাত্বত-তন্ত্ৰ, পাণ্ডৱী গীতা, দাক্ষিণাত্যৰ কৃষ্ণ-মিশ্ৰ যতিৰ ( খ্ৰীষ্টীয় একাদশ শতিকা ) বেদান্ত-দৰ্শন আৰু বিষ্ণু-ভক্তি-প্ৰতিপাদক ৰূপক-নাটক প্ৰবোধ-চন্দ্ৰোদয়, বৈষ্ণৱানন্দ-লহৰী ( বাঁহবৰীয়া বৰযতুমণিৰ বংশৰ উদিতৰামৰ দ্বাৰা পিছত অসমীয়ালৈ অনূদিত হৈছে ), পৰমহংস ভট্ট শঙ্কৰাচাৰ্য্যৰ বিষ্ণু-ভুজঙ্গ-প্ৰয়াত-স্তোত্ৰ, কাশ্মীৰী শিহ্লন মিশ্ৰৰ শান্তি-শতক, আৰু যোগসাৰ ( মূল গ্ৰন্থখনি বিচাৰি পোৱা হোৱা নাই )। ইয়াৰ উপৰি 'পুৰাণান্তৰ'ৰপৰা উদ্ধৃত বুলি আৰু সম্পূৰ্ণ অনুল্লিখিত-মূল কিছু শ্লোক আছে। ভক্তি-ৰত্নাকৰৰ আলোচনাৰ ধাৰা তলত দিয়া বিষয়-সূচীৰপৰা পৰিষ্কাৰকৈ বুজা যাব—

১। ভক্তি-জ্ঞান-প্ৰদ গুৰুৰ মাহাত্ম্য, ২। নৃ-দেহ-মাহাত্ম্য, ৩। সৎ-সঙ্গ-মাহাত্ম্য, ৪। সন্তৰ লক্ষণ, ৫। পৰম-গতি-প্ৰদ ভজনীয় পৰম-দেৱতাৰ ( ব্ৰহ্মৰূপী সনাতন নাৰায়ণ বা কৃষ্ণ ) মাহাত্ম্য, ৬। পৰম-দেৱতা শ্ৰীকৃষ্ণৰ গুণ-কৰ্ম্ম-নামৰ শ্ৰৱণ-মাহাত্ম্য, ৭। হৰি-নাম-কীৰ্ত্তন-মাহাত্ম্য, ৮। শ্ৰীহৰিৰ স্মৰণ-মাহাত্ম্য, ৯। কৃষ্ণাৰ্চ্চন-মাহাত্ম্য, ১০। ভগৱদ্ভক্তি-যোগ-নিৰূপণ, ১১। উত্তমা-ভগৱদ্ভক্তি-নিৰূপণ, ১২। অন্তৰঙ্গা-ভক্তি-নিৰূপণ, ১৩। নিৰ্গুণ-ভক্তি-নিৰূপণ, ১৪। সপ্ৰেম-ভক্তি-নিৰূপণ, ১৫। সগুণ-নিৰ্গুণ-ভেদে জ্ঞান আদিৰ চতুৰ্ব্বিধতা, ১৬। উত্তম-ভক্ত-লক্ষণ-মাহাত্ম্য, ১৭। মধ্যম-ভক্ত-মাহাত্ম্য, ১৮। প্ৰাকৃত-ভক্ত-মাহাত্ম্য, ১৯। আচাৰ-ভ্ৰষ্ট-ভক্ত-মাহাত্ম্য, ২০। ভগৱদ্ভক্তি-প্ৰাৰ্থনাদি-নিৰূপণ, ২১। কলিৰ পৰম-ধৰ্ম্ম-নিৰূপণ, ২২। জীৱাত্মা-পৰমাত্মা-ভেদ-মাহাত্ম্য, ২৩। হৰি-ভক্তি-হীন পৰম অজ্ঞানীসকলৰ নিন্দা, ২৪। ভগৱদ্ভক্ত-বৈৰীসকলৰ গতি, ২৫। ভক্তসকলৰ অঙ্গ-প্ৰশংসা, ২৬। ভক্তসকলৰ জন্ম-কৰ্ম্ম প্ৰশংসা, ২৭। হৰি-ভক্তি-হীন পৰম অজ্ঞানী-

সকলৰ জন্ম-কৰ্ম্ম-গতি-যোগাদিৰ নিন্দা, ২৮। বৃথা-কথা-কথনত দোষ, ২৯। অভক্তসকলৰ অঙ্গ-নিন্দা, ৩০। প্ৰবৃত্তি-মাৰ্গ-নিন্দা, ৩১। স্বৰ্গাদি-সুখ-নিন্দা, ৩২। ভাৰত-ভূমি-প্ৰশংসা, ৩৩। প্ৰায়শ্চিত্ত-নিন্দা, ৩৪। ব্ৰহ্ম-লোকাদি পৰ্য্যন্ত অনিত্য দেখি ঈশ্বৰ-জ্ঞান, ভক্তি-যুক্ত বৈৰাগ্যৰ কথন, ৩৫। মায়া-তৰণৰ উপায়, ৩৬। শ্ৰীভাগৱতৰ মাহাত্ম্য, ৩৭। যম-নিয়মৰ কথন, ৩৮। দশবিধা ভক্তিৰ কথন।

কামৰূপ অনুসন্ধান সমিতিত সংৰক্ষিত, ১৭৮১ শকত শ্ৰীযুক্ত ৰামাচাৰ্য্য দ্বিজৰ দ্বাৰা লিখিত ভক্তি-ৰত্নাকৰৰ সাঁচিপতীয়া পুথিত এইখিনিতে "ইতি ভক্তি-ৰত্নাকৰঃ" বুলি তাৰ পিছত সৎসঙ্গ-মহিমা ( মোহমুদ্গৰৰ উদ্ধৃতি ), শ্ৰীকৃষ্ণৰ ধ্যানৰ মাহাত্ম্য ( তৃতীয় স্কন্ধ ভাগৱত ) আৰু নামাপৰাধ-মাহাত্ম্য ( পদ্ম-পুৰাণ, স্বৰ্গ-খণ্ড ) নামে তিনিটি অংশ সংযোগ কৰা আছে। কমলাবাৰী সত্ৰৰ পুথিত প্ৰবৃত্তি-মাৰ্গ-নিন্দাৰ আগতে প্ৰায়শ্চিত্ত-নিন্দা আৰু বৈৰাগ্য-মাহাত্ম্যৰ আগতে 'ভক্ত্যধিকাৰী' নামে ( ভাগৱত ১১।২০।৭, ২৭-৩৭ ) এটি অধ্যায় আছে। তদুপৰি সেই পুথিত 'দশ-বিধা ভক্তিৰ কথন'ৰ ঠাইত এইকেইটি অধ্যায় আছে—

(১) ভগৱদ্ভক্ত-পদ-ৰেণুৰ মাহাত্ম্য, (২) শৰণ, (৩) ভক্তিৰ বৈভৱ, (৪) অৰ্পণা, (৫) পূজা-প্ৰকাৰ।

ইয়াৰ পিছতে এটি অষ্ট-শ্লোকী কৃষ্ণ-স্তোত্ৰ আৰু শঙ্কৰদেৱৰ তোটক ছন্দৰ স্তোত্ৰটি দি পুথিখনৰ সামৰণি মৰা হৈছে। কোনো পুথিত মুঠ ৩৭-টিহে অধ্যায় পোৱা যায়।

ভক্তি-ৰত্নাকৰত মহাপুৰুষে এক-শৰণ নাম-ধৰ্ম্মৰ লক্ষণ আৰু মহিমা স্পষ্টকৈ নিৰূপণ কৰিছে। এইখনি শঙ্কৰদেৱৰ পৰিষ্কাৰ পাণ্ডিত্য আৰু বিশ্লেষণী মনোবৃত্তিৰ বহল নিদৰ্শন।

অসমৰ সংস্কৃতিৰ বুৰঞ্জীত ষোড়শ শতিকা এক নৱ অভ্যুদয়ৰ কাল। এই কালতে অসমীয়া জাতি আৰু সংস্কৃতিয়ে নিৰ্দ্দিষ্ট এক গঢ় ল'লে। অসমৰ ধৰ্ম্ম-জীৱন, সমাজ-নীতি, ভাষা, সাহিত্য,

সঙ্গীত-কলা আদি সংস্কৃতিৰ মূল উপাদানবোৰৰ ওপৰত শঙ্কৰদেৱৰ প্ৰভাৱ ইমান বেছি যে, অসমীয়া সংস্কৃতিৰ মাজৰ খুঁতিটোকে শঙ্কৰী সংস্কৃতি বুলি ক'ব পাৰি। বহুতো খুদ্ খুদ্ ৰাজ্য গুচি অসম, কামৰূপ আৰু বেহাৰ ৰাজ্য প্ৰতিষ্ঠিত হোৱাত শঙ্কৰী যুগত দেশত ৰাজনৈতিক ভাব-সাম্যই দেখা দিলে আৰু সেয়ে এক বহল সাংস্কৃতিক গঢ় লৈ উঠাত সহায় কৰিলে। সম্ভৱতঃ দেশৰ জনজাতীয় লোকসকলৰ মাজত থিতাপি লৈ থকা দেৱী-ধৰ্ম্ম আৰু শিৱ-ধৰ্ম্মই বিভিন্ন ৰূপত তান্ত্ৰিকতাৰ বোল লৈ জন-সাধাৰণৰ মাজত আধ্যাত্মিক শাসন-শোষণ চলাইছিল। প্ৰাক্‌শঙ্কৰী যুগত ব্ৰাহ্মণ্য ধৰ্ম্মই দেশত বিস্তাৰ লাভ কৰিলে; হেম সৰস্বতী, মাধৱ কন্দলি, কবিৰত্ন সৰস্বতী আদিয়ে প্ৰান্তীয় ভাষাত পুৰাণ-ভাৰত ৰচিলে। কিন্তু ধৰ্ম্মনৈতিক ঐক্য সাধনৰ বাবে এই সময়ত সচেতন প্ৰচেষ্টা এটা কৰা হোৱা নাছিল। এই কাম কৰিবৰ এটা বৈপ্লৱিক উপায় শঙ্কৰদেৱে উদ্ভাৱন কৰিলে তান্ত্ৰিকতাৰ জনপ্ৰিয়তা আৰু ব্ৰাহ্মণ্য ধৰ্ম্মৰ ক্ৰিয়া-বহুল সম্মোহনী শক্তি এৰি দি নিৰহ-নিপানী নৱ-বৈষ্ণৱ ধৰ্ম্ম অৱলম্বন কৰি আৰু সাধাৰণ লোকে বুজি পোৱা ভাষাত উপনিষদৰ 'চিদানন্দ-ঘন-স্বৰূপ'ক প্ৰকাশ কৰি। অৱশ্যে প্ৰাকৃত লোকৰ প্ৰীতিৰ অৰ্থে তেওঁ অব্যক্তক ৰূপ দিলে শ্ৰীমদ্ভাগৱতৰ শ্ৰীকৃষ্ণৰ। চিন্ময় ভগৱন্তৰ সাধনা কৰা সাধাৰণৰ পক্ষে সম্ভৱ নহ'লেও কৃষ্ণ-কথাৰ মাজেদি শঙ্কৰী ধৰ্ম্মই জন-প্ৰিয় ৰূপ ল'লে আৰু নানা কৃষ্ণ-প্ৰধান উছৱৰ স্থূল ৰূপত সিয়ে অসমীয়া সংস্কৃতিক মনোমোহা ঠগ দিলে। শঙ্কৰী ধৰ্ম্ম-দৰ্শনে অসমীয়া জন-সমাজৰ আধ্যাত্মিকতা আৰু 'জীৱন-দৰ্শন' ফুটাই তুলিলে, সামাজিক নৈতিকতাৰ বিধি তৈয়াৰ কৰি থ'লে। দেশত অক্ষৰ-জ্ঞানৰ মাত্ৰা কম হ'লেও জ্ঞানৰ পৰিধি নিৰক্ষৰতাই সৰু কৰি ৰাখিব নোৱাৰিলে। অসমীয়া জাতীয় জীৱনক শঙ্কৰ-প্ৰতিষ্ঠিত নাম-ধৰ্ম্মৰ কেন্দ্ৰ নামঘৰবোৰে নানাপ্ৰকাৰে পোহ দি

সংস্কৃতি-সাহিত্যত শঙ্কৰী প্ৰভাৱ

আহিছে। সত্ৰসমূহৰ চাৰি শ বছৰীয়া পুৰণি বান্ধনিয়ে সামাজিক অনুশাসনৰ আৰু এক মনোৰম আদৰ্শ দাঙি ধৰি আছে। এইবোৰ অনুষ্ঠানৰ মাজেদিয়ে আমাৰ জাতীয় প্ৰাণৰ শৃঙ্খলা আৰু একতাৰ অভিব্যক্তি দেখা পাওঁ। অৱশ্যে ধৰ্ম্মৰ ভেঁটিত শঙ্কৰে যি সাম্যবাদ প্ৰচাৰ কৰিছিল, তাৰ আদৰ্শ পিছৰ যুগৰ নানা প্ৰতিক্ৰিয়াশীল শক্তিয়ে সঞ্চালনীকৈ কামত পৰিণত হ'বলৈ দিয়া নাই; বেলেগ বেলেগ ভাষা কোৱা দাঁতি-কাষৰীয়া জনজাতিবোৰে শঙ্কৰী ধৰ্ম্ম লৈ সামাজিক আৰু ব্যক্তিগত শৃঙ্খলা আৰু পৰিমিতাচাৰৰ জীৱন-পদ্ধতি গ্ৰহণ কৰিলে। লগে লগে শঙ্কৰৰ ভাষাকো মোৰ বুলি গ্ৰহণ কৰিলে। নামঘোষাৰ ভাষাত "গাৰো ভোট যৱনে হৰিৰ নাম লয়" আৰু "ৰাম বুলি তৰে মিৰি অসম কছাৰী।" এই সকলো লোকেই একেটি ধৰ্ম্মৰ হৰিভকত হৈ একে জাতীয়ত্বৰ মেৰত বান্ধ খালে। শঙ্কৰদেৱে হেড়ম্বিয়াল কছাৰী ৰজাকো ধৰ্ম্ম দিয়াইছিল— দেশৰ সুদূৰ সীমান্তকো পাহৰি যোৱা নাছিল।

শঙ্কৰী ৰচনাৱলী অসমীয়া সাহিত্যৰ শিৰোভূষণ-স্বৰূপ। "জালি কটা যিকে'ডালি আছে পুষ্প-হাৰ, সেয়েহে মাথোন ভাষা কৰিছে পোহৰ।" কীৰ্ত্তন, দশম, ৰুক্মিণী-হৰণৰ প্ৰবন্ধ কাব্য-কলাৰেই অলঙ্কাৰ। বৰগীত আৰু অঙ্কৰ গীত অসমৰ ধ্ৰুপদ-জাতীয় উচ্চাঙ্গ বা ক্লাছিকেল্ সঙ্গীত-কলা; ইয়াৰ মাজেদিয়ে গুৰুজনে হিন্দুস্থানী বা কৰ্ণাড়ীয় পদ্ধতিৰপৰা পৃথক এক শ্ৰেণীৰ সঙ্গীত প্ৰতিষ্ঠা কৰিলে। শঙ্কৰী গীত-পদৰ আৰ্হিৰে পিছৰ যুগত অলেখ গীত-মাত লিখা হৈছিল আৰু অসমৰ গাঁও-ভূঁই তাৰেই মুখৰ হৈ উঠিল। ভাওনাৰ মাজেদি শঙ্কৰদেৱে নৃত্য-বিদ্যা সৰ্ব্ব-সাধাৰণৰ সম্পত্তি কৰি দি গ'ল, লেখজোখ নোহোৱা অসমীয়া নাট-সৃষ্টিৰ বাট মুকলি কৰিলে আৰু একেলগে অৱসৰ-বিনোদনৰ আৰু চিন্তাৰ অৱকাশৰ এটি প্ৰকৃষ্ট উপায় দিলে। গীত, নৃত্য, হস্ত (মুদ্ৰা), কথা, চোঁ, মুখা আদি বিভিন্ন উপাদানেৰে ওজা-পালিৰ লগতে অসমীয়া ভাওনাত লোক-

সংস্কৃতিৰ এটি মধুৰ ৰূপ সোমাই আছে; সি বিভিন্ন কালৰপৰা দাক্ষিণাত্যৰ কথাকলি, যক্ষগান, টুল্লল আদি ৰঙ্গানুষ্ঠানৰ সমকক্ষ। চিত্ৰলেখাৰ দেশৰ সৰ্ব্বকলা-কুশল শঙ্কৰদেৱ আলেখ্য-বিদ্যাতো সিদ্ধহস্ত আছিল। 'সাত বৈকুণ্ঠৰ চিহ্নযাত্ৰা'ৰ বাবে সপ্তবৈকুণ্ঠৰ চিত্ৰ তুলাপাতত হেঙুল-হাইতালেৰে বোলোৱা আৰু নানা ৰহণেৰে সূতা বণকাই ছকুৰি হাত দীঘল কৰি শ্ৰীকৃষ্ণৰ বৃন্দাবন-লীলা কাপোৰত তোলা দুটা বেলেগ শিল্পৰ বিষয়ত পটুতাৰ পৰিচয়। পিছৰ যুগৰ খনিকৰ-চিত্ৰকৰসকলে শঙ্কৰী চিত্ৰ-কলাৰ পদ্ধতিৰ কিমানখিনি ৰখাব পাৰিছে বা ভাওনাৰ ছোঁ-মুখা, ভাৱৰীয়াৰ অঙ্গ-বিন্যাস, নামঘৰ-মণিকূটৰ আৰু সত্ৰীয়া ভকতৰ হাটীত সেইপ্ৰকাৰ চিত্ৰ-কলাৰ কি নিদৰ্শন জীৱিত আছে, এতিয়াও তাৰ বিচাৰ-খোচাৰ হোৱা নাই। মুঠতে আমাৰ জাতীয় জীৱনক গঢ় দি, সৌন্দৰ্য্য দি শঙ্কৰদেৱে বিকশিত কৰি তুলিছে।

সকলো দেশৰে সাহিত্যৰ বুৰঞ্জীত একোটা শক্তিমন্ত যুগৰ পিছত এক অৱসাদ-ভাব অহা দেখা যায়। সেই অৱসাদৰ বেলা প্ৰতিভাৱান পূৰ্ব্ব-কবিসকলৰ প্ৰভাৱে অনুসৰণৰ মাজেদি প্ৰসাৰ লাভ কৰে। মাধৱদেৱ, ৰাম সৰস্বতী, অনন্ত কন্দলি, শ্ৰীধৰ কন্দলি আদি শঙ্কৰী যুগৰ একান্ত শঙ্কৰ-অনুৰক্ত কবি-নাট্যকাৰ; শঙ্কৰ আৰু এওঁলোকৰ লেখনীতে সেই যুগৰ শ্ৰেষ্ঠ সৃষ্টিসমূহে বিকাশ লাভ কৰিলে। মাধৱদেৱ অনেক ক্ষেত্ৰতে শঙ্কৰদেৱৰ সমকক্ষ শিষ্য; ঠায়ে ঠায়ে তেওঁ অধিক সুমধুৰ ৰস-সৃষ্টিৰো অৱকাশ লাভ কৰিছে। শ্ৰীধৰ কন্দলিৰ 'কাণখোৱা' আৰু ৰাম সৰস্বতীৰ 'ভীম-চৰিত'ৰ কাল্পনিক ঘটনা-সমাৱেশ, হাস্যৰস-উদ্ৰেক আদিয়ে অনুবাদ আৰু প্ৰচাৰ-শীল এই যুগৰ মাজত কলাসুলভ সৃষ্টিৰ এটি বিশেষ স্তৰ প্ৰদৰ্শায়। অনন্ত কন্দলি আৰু ৰাম সৰস্বতীৰ ৰচনাত ভক্তি-প্ৰৱণ সাহিত্যৰ মাজত যুঁজ-বাগৰৰ বৰ্ণনাৰ প্ৰতি কবিসকলৰ আকৰ্ষণ সূচনা কৰে। শঙ্কৰদেৱ আৰু এই বৈষ্ণৱ-ধৰ্ম্মী কবিসকলত প্ৰকাশ

পোৱা অনেক মনোগতি আৰু সাহিত্য-ৰূপে অৱসাদৰ যুগত বেলেগ বেলেগ বাট ল'লে। বৈকুণ্ঠনাথ ভট্টদেৱ শঙ্কৰৰ ভক্ত দামোদৰৰ প্ৰধান শিষ্য। দামোদৰৰ আজ্ঞা অনুসৰি মহাপুৰুষৰ 'কীৰ্ত্তন ভটিমা ছবি ঘুলড়ি সুছন্দ'ৰ ভাষাৰ আহিত ভট্টদেৱে কথাত ভাগৱত, গীতা আদি লিখে। গুৰুজনাৰ জীৱন-কালতে মাধৱে 'দধি-মথন অৰ্জ্জুন-ভঞ্জন' নাটখনি লিখাৰ কথা চৰিতত আছে। ইয়াৰ বাহিৰেও 'চোৰ-ধৰা', 'পিম্পৰা গুচুওৱা', 'ভূমি লুটিওৱা' আৰু 'ভোজন-ব্যৱহাৰ' ঝুমুৰা মাধৱে ৰচে; 'ৰাম-যাত্ৰা' আৰু 'গোৱৰ্দ্ধন-যাত্ৰা' নামে দুখন যাত্ৰা কৰা কথাও চৰিতত আছে, তাৰ নাট আজি-কালি পাবলৈ নাই। মাধৱৰ জীৱন-কালতে ভৱানীপুৰীয়া গোপালদেৱে জন্ম-যাত্ৰা নাট ৰচে; ইয়াৰ বাহিৰেও 'নন্দোৎসব', 'উদ্ধৱ-যাত্ৰা' আৰু 'বলি-ছলন' (?) নাট এইজনা আতাই ৰচনা কৰে। মাধৱদেৱৰ ভাগিন ৰামচৰণ ঠাকুৰে 'কংস-বধ' আৰু তেওঁৰ পুত্ৰ দৈত্যাৰি ঠাকুৰে 'নৃসিংহ-যাত্ৰা' আৰু 'স্যমন্ত-হৰণ' নাট লিখে। এইবোৰ নাটতে শঙ্কৰী নাট্যকলাৰ অৱনতি লক্ষ্য কৰিব পাৰি। পিছৰ যুগৰ নাট্যকাৰসকলে ব্ৰজাৱলী ভাষাত নাট ৰচিব নোৱাৰা বাবে আৰু গীত-মাতৰ লয়ো পৃথক হোৱা বাবে 'অঙ্কীয়া নাট', 'অঙ্কীয়া বাজনা'ৰপৰা পিছৰ যুগৰ নাট, অভিনয় বেলেগ বস্তু যেন হ'ল। কিন্তু নাট-ভাওনাৰ আদৰ দেশত ৰ'ল; সত্ৰীয়া অধিকাৰ পদ লৈয়ে গোসাঁই-মহন্তসকলে একোখনি নাট ৰচনা কৰা ৰীতি স্থায়ী হ'ল; এনেভাৱেই অসমত অগণন নাট সৃষ্টি হ'ব লাগিছে। ৰাজ-সভাত ভাওনা হোৱাৰ লেখো বুৰঞ্জীত আছে—ৰাজেশ্বৰসিংহৰ দিনত 'ৰাৱণ-বধ', গৌৰীনাথ সিংহৰ দিনত পহুমৰীয়া গোসাঁয়ে প্ৰয়োগ কৰা 'পদ্মাৱতী-হৰণ', কমলেশ্বৰ সিংহৰ দিনত বাৰেঘৰীয়া মহন্তই পতা অঙ্কীয়া 'ৰুক্মিণী-হৰণ' আৰু দিহিঙৰ নমাটিৰ গোসাঁইৰ যত্নত হোৱা 'অক্ৰুৰাগমন' ভাওনা।[১] শঙ্কৰ-মাধৱৰ বৰগীতৰ আহিত ভৱানীপুৰীয়া গোপাল

আতা, ৰামচৰণ, দৈত্যাৰি, পুৰুষোত্তম, চতুৰ্ভুজ, আঁহতগুৰি সত্ৰৰ আদি শ্ৰীৰাম গুৰু, হেণ্ডুলীয়া যদুমণিদেৱ, অনিৰুদ্ধদেৱ আদিয়ে গীত ৰচনা কৰে; এই গীত-ৰচনাৰ ৰীতি ক্ষীণভাৱে আজিৰ দিনলৈকে চলি আছে।[২] অনেক কবিয়ে তেনে গীত ৰচি বিশেষকৈ মাধৱদেৱৰ নামত ভক্ত-সমাজত চলাইছিল।

গুৰুজনৰ 'ৰুক্মিণী-হৰণ', চন্দ্ৰভাৰতীৰ 'কুমৰ-হৰণ'ৰ দৰে 'ৰাধা-হৰণ' আদি '-হৰণ'-কাব্য ৰচনা কৰা ৰীতি কিছু কাল দেশত চলে। ইন্দ্ৰিয়ালুতা এইশ্ৰেণী কাব্যৰ বিশেষ গুণ হৈ পৰে; জয়দেৱৰ 'গীতগোবিন্দ' আৰু 'ব্ৰহ্মবৈৱৰ্ত্তপুৰাণ' আদিৰ ভাওনিত সিয়ে স্পষ্টৰূপে দেখা দিয়ে। যুদ্ধ-বিগ্ৰহৰ বহল বিৱৰণ থকা '-বধ'-কাব্য দিনক দিনে বেছি হ'বলৈ ধৰে। ৰাম সৰস্বতীৰ 'কুলাচল-বধ', 'ৰঘাসুৰ-বধ', 'জটাসুৰ-বধ', চন্দ্ৰভাৰতীৰ 'বৃত্ৰাসুৰ-বধ'ৰেপৰা আৰম্ভ কৰি শিষ্ট ভট্টাচাৰ্য্যৰ 'শিশুপাল-বধ' আৰু ফুলেশ্বৰী কুঁৱৰীৰ দিনত ৰচা কবিৰাজ চক্ৰৱৰ্ত্তীৰ 'শঙ্খচূড়-বধ'লৈকে এইশ্ৰেণী কাব্যৰ সোঁত চলি থাকে। '-হৰণ' আৰু '-বধ'-কাব্যৰ বিষয় জনসাধাৰণৰ ইমান প্ৰিয় হৈ পৰিছিল যে, দুই-এখন বাদ দি পিছৰ যুগৰ প্ৰায় সকলো ভাওনাৰ নাটৰে কাহিনী তেনে বিধৰে হৈছিল।[৩] জন-সাধাৰণৰ কষ্টৰ জীৱনৰ মাজত বোধ হয় এনেবোৰ বিষয়-বস্তুৱেহে মাত্ৰ মন স্পৰ্শ কৰিব পাৰিছিলগৈ। শঙ্কৰৰ 'কীৰ্ত্তন-ঘোষা'ৰ আৰ্হিৰে অনন্ত ঠাকুৰে ৰামায়ণ-গীতেৰে 'ৰাম-কীৰ্ত্তন', ৰত্নাকৰ মিশ্ৰই 'গীতা-কীৰ্ত্তন' আৰু ৰামচন্দ্ৰ বৰপাত্ৰ গোহাঁয়ে 'হয়গ্ৰীৱ-মাধৱ' পুথি ঘোষা আৰু কীৰ্ত্তনত ভাগ কৰি ৰচনা কৰে। মাধৱদেৱৰ নামঘোষাৰ চানেকিৰে গোপাল মিশ্ৰই 'ঘোষাৰত্ন' আৰু পুৰুষোত্তম ঠাকুৰে 'নৱ-ঘোষা' লিখে; তাৰ উপৰি, ভৱানীপুৰীয়া গোপাল আতা আৰু কাল-সংহতিৰ গোসাঁই-মহন্তসকলে দুই-একাঁকি ঘোষা ৰচনা কৰিছিল। বৈষ্ণৱ যুগৰ সাধাৰণ প্ৰভাৱৰ ফলত সকলো বিষয়-বস্তুকে পদত লিখাৰ নিয়ম এটা বহি গৈছিল। বকুল কায়স্থই

আৰু কবিৰত্ন দ্বিজে আৰু চূড়ামণিয়ে গণিত, জ্যোতিষ পদ কৰি লিখিছিল; হিতোপদেশৰ আখ্যান লৈ 'হিতোপদেশীয় কাব্য' ৰচিত হৈছিল। সূৰ্য্যখৰি দৈৱজ্ঞই কোচ ৰাজ-বংশাৱলী লিখিলে ভাগৱতৰ পদৰ আৰ্হিত। আধুনিক যুগৰ হুৰাৰদলিৰ হুতিৰাম হাজৰিকা আৰু বিশ্বেশ্বৰ বৈদ্যাধিপে গদ্যত বুৰঞ্জী লিখাৰ নিয়ম এৰি পদ-ছবি-ছুলড়ি-লেচাৰি মিলাই অসমৰ বুৰঞ্জী ৰচিলে। কিন্তু এই অনুকৰণ বাহিৰৰ গঢ়তে মাত্ৰ আবদ্ধ নাথাকিল। 'কলিভাৰত-বুৰঞ্জী' লিখোঁতাই সংসাৰৰ অসাৰতা দেখুৱাই কৃষ্ণৰ চৰণ-চিন্তাৰ উপদেশ দিবলৈও পাহৰা নাই; বুৰঞ্জীৰ কাহিনীবোৰো কাব্যিক জাক্‌জমক্ সনা দৃষ্টিৰে চাবলৈ যত্ন কৰিছে। শঙ্কৰদেৱৰ 'ভক্তি-ৰত্নাৱলী'ৰ দৰে পিছৰ যুগত ভক্তি-তত্ত্বৰ গ্ৰন্থও দুই-এখনি ওলাইছিল। ভট্টদেৱে শঙ্কৰদেৱৰ 'ভক্তি-ৰত্নাকৰ'ৰ আৰ্হিৰে সংস্কৃতত্তে 'ভক্তি-ৱিৱেক' সঙ্কলন কৰে। ৰামচৰণ ঠাকুৰে 'ভক্তি-ৰত্নাকৰ'ৰ পদ কৰিলে আৰু গোপালচৰণ দ্বিজে তাৰ কথা-ভাঙনি কৰিলে। নৰোত্তম ঠাকুৰৰ 'ভক্তি-প্ৰেমাৱলী' আৰু ভাগৱত মিশ্ৰৰ 'সাত্বত-তন্ত্ৰ'ৰ ভাঙনি একে শ্ৰেণীৰ ৰচনা। ভাগৱতৰ বাৰও স্কন্ধ শঙ্কৰদেৱে ভঙা নাছিল; অনন্ত কন্দলিৰ উপৰিও 'ভূঞাৰ পো' অনিৰুদ্ধদেৱৰ, দামোদৰৰ শিষ্য বা শিষ্যৰ শিষ্য গোপালচৰণ দ্বিজ, শঙ্কৰৰ 'ভ্ৰাতৃৰ নাতি' কেশৱদাস আদিয়ে বিবিধ খণ্ডৰ পদ লিখি অসমীয়া ভাগৱত পূৰ কৰে। গোপালচৰণ দ্বিজৰ পদ 'হৰিবংশ'ত শঙ্কৰদেৱৰ পাৰিজাত-হৰণ অঙ্কৰ প্ৰভাৱ আৰু প্ৰতিধ্বনিয়ে এই পিছৰ যুগৰ কবিসকলৰ অনুকৰণশীলতাৰ স্পষ্টকৈয়ে ইঙ্গিত দিয়ে। ভাগৱতৰ পদৰ আৰ্হিত এই কালতে গুৰুসকলৰ চৰিত ৰচিত হয় আৰু গুৰু-কথা ভাগৱত-কথাৰ সমকক্ষৰূপে থান-সত্ৰত চলিবলৈ ধৰে। মুঠতে, অসমীয়া সাহিত্যত শঙ্কৰোত্তৰ যুগটো শঙ্কৰী যুগৰ মাহাত্ম্যৰ ছাঁ মাথোন।

শঙ্কৰদেৱে গীতাৰপৰা একশৰণ, ভাগৱত পুৰাণৰ সৎসঙ্গ

আৰু সহস্ৰনাম-খণ্ড পদ্ম-পুৰাণৰপৰা নাম-ধৰ্ম্ম লৈ অসম, কামৰূপ, কোচবেহাৰত ভক্তিবাদ প্ৰচাৰ কৰে। সেই ভক্তিবাদৰ দাৰ্শনিক অৱলম্বন 'বেদান্তৰ মৰ্ম্ম'— ভাগৱত-পুৰাণত প্ৰকট হোৱামতে।

বেদান্ত-দৰ্শন

বেদান্ত বা বেদান্ত দৰ্শন বুলিলে উপনিষদৰ সাধাৰণতে অসংবদ্ধ ব্ৰহ্মবাদ আৰু দ্বিতীয়তে বাদৰায়ণ ঋষিৰ দ্বাৰা সুসংবদ্ধ ব্ৰহ্মসূত্ৰসমূহক বুজায়। উপনিষদৰ চৰম প্ৰতিপাদ্য পৰমব্ৰহ্মৰ উপাস্যতা। উপনিষদৰ এই প্ৰতিপাদ্যকে বাদৰায়ণ ব্যাসে ষড়দৰ্শনৰ শেষ উত্তৰ-মীমাংসা, ব্ৰহ্ম-সূত্ৰ, বেদান্ত-সূত্ৰ, শাৰীৰক-সূত্ৰ বা বাদৰায়ণ-সূত্ৰৰ সূত্ৰসমূহত প্ৰতিষ্ঠা কৰিছে। বেদান্ত-সূত্ৰ নানা প্ৰকাৰে ব্যাখ্যা কৰা হৈছে; এই বিষয়ত সাধাৰণতে অদ্বৈতবাদ, বিশিষ্টাদ্বৈতবাদ, দ্বৈতবাদ, দ্বৈতাদ্বৈতবাদ আৰু শুদ্ধাদ্বৈতবাদৰ কথাই পোনতে মনলৈ আহিব। ইয়াৰ ভিতৰত প্ৰথম দুটি মতবাদ প্ৰধান। পোনৰটি মত মায়াবাদী; বাকীবোৰ মায়াবাদৰ বিৰোধী আৰু চাৰিওটিয়ে সুকীয়া সুকীয়া বৈষ্ণৱ সম্প্ৰদায় সৃষ্টি কৰিছে। অদ্বৈতবাদৰ 'সোঽহং' ভাব আৰু মায়াবাদৰ আধাৰতহে ভক্তিৰ প্ৰতিষ্ঠা আপাততঃ পোনপটীয়াকৈ সম্ভৱ নহয়, যদিও মহাৰাষ্ট্ৰী ভক্ত তুকাৰাম আৰু জ্ঞানেশ্বৰ, মীৰাবাঈ আৰু ৰৈদাসৰ কথা সুকীয়া।

শঙ্কৰাচাৰ্য্যই ( ৭৮৮-৮২০ খ্ৰীঃ অঃ ) বেদান্ত-সূত্ৰৰ শাৰীৰক-ভাষ্য লিখি পোন প্ৰথম বেদান্ত-সূত্ৰক বহুল প্ৰতিষ্ঠা দিয়ে। পিছৰ যুগত বেদান্তৰ আলোচনাত শঙ্কৰৰ প্ৰভাৱ কোনো নহয় কোনো প্ৰকাৰে পৰিছে। শঙ্কৰে তেওঁৰ ভাষ্যত মায়াবাদী অদ্বৈতবাদ প্ৰচাৰ কৰে। দ্বাদশ শতিকাত ৰামানুজাচাৰ্য্যই শ্ৰীভাষ্যেৰে আগৰেপৰা একপ্ৰকাৰ চলি অহা বিশিষ্টাদ্বৈতবাদ প্ৰতিষ্ঠা কৰে। সেই শতিকাৰ শেহ ভাগত নিম্বাৰ্কই দ্বৈতাদ্বৈত মত প্ৰকাশ কৰে; তেওঁৰ মত ৰামানুজৰপৰা বেছি পৃথক নহয়। শ্ৰীমধ্বাচাৰ্য্যই ( ১১৯৭-১২৭৬ খ্ৰীঃ অঃ ) বেদান্ত-সূত্ৰৰ ভাষ্য এখনি লিখি স্পষ্ট দ্বৈতবাদ প্ৰতিপন্ন

কৰে। শঙ্কৰদেৱতকৈ বয়সে সৰু কিন্তু সমসাময়িক বল্লভাচাৰ্য্যই শুদ্ধাদ্বৈত মত উলিয়ায়। ব্ৰহ্মসূত্ৰৰ টীকাকাৰসকলৰ কোনোজনৰ লগত শঙ্কৰদেৱৰ বিশেষ সম্পৰ্ক দেখা নেযায়। তেওঁ ভক্তি-ৰত্নাকৰত শঙ্কৰাচাৰ্য্যৰ বিষ্ণু-ভুজঙ্গপ্ৰয়াত-স্তোত্ৰৰপৰা উদ্ধৃতি দিছে। কিন্তু শঙ্কৰাচাৰ্য্যৰ জ্ঞান-গম্য নিৰাকাৰ ব্ৰহ্মৰ পূজা বা মায়াবাদৰপৰা শঙ্কৰৰ ধৰ্ম্ম-মত বেলেগ যেন লাগে। তেওঁ 'ব্ৰহ্মজ্ঞানী'ক প্ৰশ্ৰয় দিবও নুখুজিছিল। শঙ্কৰাচাৰ্য্যৰ জ্ঞানবাদ আৰু ৰামানুজৰ ভক্তিবাদ প্ৰায় সম্পূৰ্ণ বিৰোধী কথা। ৰামানুজৰ বৈষ্ণৱ সম্প্ৰদায়ৰ লগত অসমৰ মহাপুৰুষীয়া সম্প্ৰদায়ৰ সম্পৰ্কৰ কথা শুনা নাযায়; কিন্তু ডক্টৰ কাকতিয়ে দুই সম্প্ৰদায়ৰ দৰ্শনৰ দৃষ্টিৰপৰা নহ'লেও কেইবাটিও মিল আঙুলিয়াই দেখুৱাইছে।[8] ৰামানুজৰ মতৰ মূল কথাবোৰ হ'ল—ব্ৰহ্ম নিৰ্গুণ নহয়; সগুণহে; মায়াবাদ মিছা; জীৱ আৰু ঈশ্বৰ ভিন্ন আৰু অভিন্নও। "জীৱ, জগৎ আৰু ঈশ্বৰ ভিন্ন তত্ত্ব হ'লেও জীৱ আৰু জগৎ একে ঈশ্বৰৰেই শৰীৰ। ঈশ্বৰৰ লগত জীৱৰ অংশাংশী ভাৱ। আদিতে জীৱ আৰু জগৎ সূক্ষ্মভাৱে ঈশ্বৰৰ শৰীৰতে লীন আছিল।" মুক্তিৰ পিছত জীৱ ঈশ্বৰত লীন নগৈ ঈশ্বৰৰ মহিমাৰে ঈশ্বৰ-তুল্য হয়। মুক্তিৰ উপায় সগুণ ব্ৰহ্ম অৰ্থাৎ কৃষ্ণৰ ভক্তি—প্ৰভুৰ প্ৰতি দাসৰ ভক্তিৰ দৰে। দ্বৈতবাদী মধ্বই জীৱ আৰু ব্ৰহ্মৰ আংশিকভাৱেও ঐক্য স্বীকাৰ নকৰি 'পঞ্চভেদ' প্ৰতিপন্ন কৰে; সেই বাবে তেওঁৰ মতক ভেদবাদো বোলে। মাধ্ব সম্প্ৰদায়ৰ মতে অৱশ্যে বিষ্ণুৰ সেৱাই মুক্তিৰ উপায়। যেভাৱেও ফাৰ্কুহাৰ ছাহাবে বেদান্তৰ বিভিন্ন সাম্প্ৰদায়িক ভাষ্যৰ ভিতৰত ত্ৰয়োদশ শতিকাৰ বিষ্ণুস্বামীৰ দ্বৈতবাদ মত থকা ব্ৰহ্মসূত্ৰ-ভাষ্য এখনৰ উল্লেখ কৰিছে; কিন্তু এই ভাষ্যৰ সন্ধান আজি ক'তো পোৱা নাযায়। আনকালে আকৌ পিছৰ বল্লভাচাৰ্য্য সম্প্ৰদায়ৰ শুদ্ধাদ্বৈতবাদ এই বিষ্ণুস্বামীৰপৰাই পোৱা হৈছিল বুলিও বিশ্বাস কৰা হয়। নিম্বাৰ্ক সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতা নিম্বাৰ্কাচাৰ্য্যই তেওঁৰ

সংক্ষিপ্ত বেদান্ত-ভাষ্যত আৰু তেওঁৰ শিষ্য শ্ৰীনিৱাসে 'বেদান্ত-কৌস্তুভ'ত ভেদাভেদবাদ প্ৰতিষ্ঠা কৰে। ষোড়শ শতিকাত বল্লভাচাৰ্য্যই তেওঁৰ 'অণুভাষ্য'ত শুদ্ধাদ্বৈত মত স্থাপন কৰে। এই মতবাদবিলাকৰ প্ৰভাৱ বেলেগ বেলেগ বৈষ্ণৱ সম্প্ৰদায়বোৰৰ মাজত প্ৰভূত।

বেদান্ত-দৰ্শন আৰু ভাগৱত-পুৰাণ

আনবোৰ বৈষ্ণৱ সম্প্ৰদায়ৰ দৰে শঙ্কৰদেৱ আৰু চৈতন্যদেৱৰ সম্প্ৰদায়ত নিজস্ব একোখনি বেদান্ত-সূত্ৰৰ ভাষ্যৰ আৱশ্যক সেই দুই সম্প্ৰদায়ৰ প্ৰৱৰ্ত্তক দুজনে অনুভৱ কৰা নাছিল। তেওঁলোকৰ বিবেচনাত ভাগৱত-পুৰাণেই বেদান্ত-ভাষ্যৰ তুল্য। 'অখিল-শ্ৰুতি-সাৰম্' বা 'সৰ্ব্ব-বেদান্ত-সাৰং হি শ্ৰীভাগৱতমিষ্যতে', 'সমস্ত-বেদান্ত-সাৰ শ্ৰীভাগৱত শাস্ত্ৰ'। শ্ৰীচৈতন্যৰ মত প্ৰতিষ্ঠা কৰি অষ্টাদশ শতিকাতহে বলদেৱে বেদান্ত-সূত্ৰৰ 'গোবিন্দ-ভাষ্য' ৰচনা কৰে। এই ভাষ্যৰ মতবাদক অচিন্ত্য-ভেদাভেদবাদ বোলা হয়; কাৰণ জীৱ-ঈশ্বৰৰ ভেদ আৰু অভেদ দুইটাকে তাত ধৰা হৈছে আৰু তৰ্কমূলক অসামঞ্জস্যখিনিত অচিন্ত্য বা অনিৰ্ব্বচনীয় বুলি যুক্তিৰ বাট বন্ধ কৰা হৈছে। অসমৰ বৈষ্ণৱ সম্প্ৰদায়ে এতিয়াও তেনে কোনো ভাষ্যৰ আৱশ্যকতা বোধ কৰা নাই। শঙ্কৰদেৱৰ ধৰ্ম্ম প্ৰচাৰিত হৈছিল জনসাধাৰণৰ আধ্যাত্মিক সান্ত্বনা আৰু সামাজিক উন্নতিৰ বাবে। সাধাৰণ লোকে বুজিবৰ বাবে ৰচনা কৰা গ্ৰন্থসমূহত ক'তো গুৰুজন একান্তভাৱে দাৰ্শনিক আলোচনাত প্ৰবৃত্ত হোৱা নাই। 'সমস্ত বেদান্ত' বোলোঁতে বাদৰায়ণ-সূত্ৰৰ প্ৰতি লক্ষ্য নকৰি মাধৱদেৱেও উপনিষদসমূহৰ প্ৰতিহে ইঙ্গিত কৰিছে আৰু সেই আখ্যায়ে যেন স্বাভাৱিকতে 'সকল-উপনিষদ-গাভী'ৰ দুগ্ধস্বৰূপ গীতাকো সামৰিছে। বেদান্ত-সূত্ৰ বা উত্তৰ-মীমাংসা ষড়দৰ্শনৰ এখন। সি 'মহাব্যাঘ্ৰী তৰ্ক'ৰ লগৰ। তাৰ ওচৰলৈ নগৈ অসমৰ ভক্তি-প্ৰৱৰ্ত্তকসকলে ভাগৱতৰপৰাই উপনিষদৰ মৰ্ম্ম গ্ৰহণ কৰিছে আৰু

সেইমতেই ঈশ্বৰ-তত্ত্ব ব্যাখ্যা কৰিছে। ইয়াত বেদান্ত-সূত্ৰৰ প্ৰভাৱ পৰোক্ষভাৱেহে পৰিছে। শঙ্কৰদেৱ, অনন্ত কন্দলি, ভট্টদেৱ আদিৰ ভাগৱত-ব্যাখ্যা, মাধৱদেৱৰ (নামঘোষা), ভট্টদেৱ আৰু গোবিন্দ মিশ্র আদিৰ গীতা-ব্যাখ্যাত শ্ৰীধৰ স্বামীৰ প্ৰভাৱ মন কৰিব লগীয়া। শঙ্কৰদেৱে ভক্তি-ৰত্নাকৰত অনেক ঠাইত অবিকলভাৱে আৰু অন্যান্য ঠাইত অলপমাত্র ইফাল-সিফাল কৰি শ্ৰীধৰী টীকাৰ উদ্ধৃতি দিছে। ভট্টদেৱেও তেনে কৰিছে। মুঠতে, অসমৰ বৈষ্ণৱ সম্প্ৰদায়ৰ ভিতৰত শ্ৰীধৰ স্বামিপাদৰ আদৰ বৰ বেছি; গীতা-ভাগৱতৰ আন টীকাৰ স্থান ইয়াত নাই বুলিলেই হয়।

**শ্ৰীধৰ স্বামীৰ ভাগৱত-ভাৱাৰ্থ-দীপিকা**

শ্ৰীধৰ শঙ্কৰাচাৰ্য্যী পন্থৰ ভক্তি-ৰত্নাৱলী-গাঁথোতা বিষ্ণুপুৰীৰ দৰে পৰমহংস সন্ন্যাসী। তেওঁ পুৰীৰ শঙ্কৰী গোবৰ্দ্ধন মঠৰ মহন্ত আছিল। তেওঁ আনুমানিক ১৪০০ খ্ৰীষ্টাব্দমানত ভাগৱত পুৰাণৰ টীকা 'শ্ৰীভাগৱত-ভাৱাৰ্থ-দীপিকা' প্ৰণয়ন কৰে, আৰু গীতা আৰু বিষ্ণু-পুৰাণৰো টীকা কৰে। শঙ্কৰাচাৰ্য্যী সম্প্ৰদায়ৰ লোক হিছাপে তেওঁৰ ভাগৱত-ব্যাখ্যা অদ্বৈতবাদী হ'ল আৰু পুৰাণখনিতেই অদ্বৈতবাদী ভঙ্গি অলপ থকা বাবে তেওঁৰ টীকাখনিয়েই সৰ্ব্বাতোকৈ প্ৰামাণ্য বুলি গৃহীত হৈছে। টীকাত শ্ৰীধৰৰ সাম্প্ৰদায়িকতাৰ অভাৱ তেওঁৰ সৰ্ব্ব-সম্প্ৰদায়-প্ৰিয়তাৰ আন এটি কাৰণ। তেওঁ ভাগৱতৰ টীকাত বিষ্ণুস্বামীৰ উল্লেখ কৰি তেওঁৰ শ্লোক উদ্ধাৰ কৰিছে; কিন্তু স্থানান্তৰত উল্লিখিত তেওঁৰ 'স্বসম্প্ৰদায়' (যাৰ অনুৰোধক্ৰমে আৰু যাৰ বিশুদ্ধিৰ অৰ্থে তেওঁ টীকাখন লিখিলে বুলি কোৱা হৈছে) সম্ভৱতঃ বিষ্ণুস্বামী-সম্প্ৰদায় নহয় বুলিয়ে বৰ্ত্তমান পণ্ডিতসকলৰ মত। তেওঁ অদ্বৈতী হ'লেও নৃসিংহৰ সাকাৰ-উপাসক আৰু টীকাত অদ্বৈতবাদৰ কঠোৰতা ভক্তিবাদৰ সৰসতাৰে একেবাৰেই কোমলাই পেলাইছে। এই অদ্বৈতবাদ-মিশ্ৰিত ভক্তিবাদৰ প্ৰভাৱ শঙ্কৰদেৱী দৰ্শনত সহজতে পৰিছে।

অৱশ্যে সকলো কথাতেইযে শ্ৰীশঙ্কৰে শ্ৰীধৰক অনুসৰণ কৰিছে, এনেও নহয়। ভাৱাৰ্থ-দীপিকাৰ মঙ্গলাচৰণতে মাধৱ আৰু উমা-ধৱ শিৱক বন্দনা জনোৱা হৈছে; এনে কথাত শ্ৰীশঙ্কৰ শ্ৰীধৰেৰে একমত হোৱা আশা কৰা বা দেখাও নাযায়।

ভাগৱতত সাংখ্য আৰু যোগৰ প্ৰভাৱ আৰু ব্যাখ্যা আছে। কিন্তু সেই সাংখ্য আৰু যোগ অবিমিশ্ৰিত নহৈ ভক্তিত প্ৰতিফলিত-ৰূপে দেখা দিছে। তৃতীয় স্কন্ধত অৱতাৰস্বৰূপ কপিলৰ সাংখ্যৰ যি ঈশ্বৰ-বাদী ব্যাখ্যা আছে, সি পুৰাণখনিৰ দাৰ্শনিক অংশবোৰৰ অন্যতম। কিন্তু সি মূল সাংখ্যৰপৰা পৃথক—ঈশ্বৰবাদী, ভক্তিবাদী। সেইদৰে ঠায়ে ঠায়ে এক একান্ত মায়াবাদী অদ্বৈতবাদৰ লগত সাংখ্যযোগক মিহলাই "এয়ে সাংখ্যযোগৰ গুহ্য" বুলি নিৱেদন কৰা হৈছে। পতঞ্জলিৰ দ্বাৰা নিৰ্দ্দিষ্ট যোগৰ অন্তৰ্গত যম-নিয়মাদিৰ বৰ্ণনা একাদশ স্কন্ধত দিয়া হৈছে। শঙ্কৰদেৱে ভক্তি-ৰত্নাকৰত একাদশৰ শ্লোক তুলি যম-নিয়মৰ কথাৰ এটি অধ্যায় সন্নিৱেশ কৰিছে আৰু তাৰ শেষত নিৰ্ণয় কৰিছে, "তদেকশৰণতয়া যম-নিয়মাদি-ৱিৱেকেন ভগৱদ্ভক্ত্যেৱ সংসাৰং তৰন্তীতি।" যম-নিয়মৰ জ্ঞানক ভক্তি-পথৰ সহায়ক হিচাপে ধৰা হৈছে। সাত শ নিযুতবো অধিক নাড়ী, ষট্চক্ৰ আৰু কুণ্ডলিনী শক্তিৰে যোগৰ শৰীৰ-তত্ত্বৰ কথা শঙ্কৰী সাহিত্যত স্পষ্টকৈ আছে।

ভাগৱতত সাংখ্য আৰু যোগ

ঈশ্বৰৰপৰাই জীৱ আৰু জগতৰ সৃষ্টি হৈছে। ঈশ্বৰ সৃষ্টিৰ নিমিত্ত আৰু উপাদান কাৰণ। চৰু-কলহ আদি যেনেকৈ মাটিৰ-পৰা হয় আৰু ভাগি-ছিগি গ'লে সিবোৰ যিদৰে পুনৰ মাটিতে লয় পায়গৈ (ৱিকৃতে মৃদিৱাৱিকৃতাৎ), সমস্ত জগত-প্ৰপঞ্চ তেওঁৰপৰাই আহিছে আৰু তেওঁতে পুনৰ অস্ত হ'বগৈ।

ঈশ্বৰ, জীৱ আৰু জগত

* তুমি কাৰ্য্য কাৰণ সমস্তে চৰাচৰ।
সুৱৰ্ণ কুণ্ডলে যেন তুহি ভিন্নতৰ। (হৰ-মোহন)

* মঞি মাত্র অৱশেষ থাকোহোঁ অন্তত।
কুণ্ডল ভাঙ্গিলে যেন সোণা স্বৰূপত॥ ( ভাগৱত, ২য় )
* যত জীৱ জঙ্গম কীট পতঙ্গম
অগ জগ নগ তেৰি কায়া। ( বৰগীত )

মুকুট, কুণ্ডল, কিঙ্কিণী যেনেকৈ স্বৰূপার্থত সোণহে, তেনেকৈ পৰমেশ্বৰৰ বাহিৰে জগতত আন একো নাই। কুণ্ডল স্বৰূপত সোণৰ বিকাৰ। কিন্তু জীৱ আৰু জগত মায়াময় নাম-ৰূপ মাথোন। সিবোৰ অসত্য।

* যতেক আকৃতি মানে মায়াময় সৃষ্টি।…
মায়াময় নাম-ৰূপ সবাকো উপেক্ষা। ( কুৰুক্ষেত্ৰ )

মায়াৰ দুই শক্তি—আৱৰণ আৰু বিক্ষেপ-শক্তি ; এই দুইৰ দ্বাৰা মায়াই সত্যক ঢাকি অসত্যকে সত্য কৰি দেখুৱায় ;

* অবস্তুক দেখাৱয় বস্তুক আৱৰি।
এহিসে মোহোৰ মায়া জানা নিষ্ট কৰি॥ ( ভাগৱত, ২য় )

যেনেকৈ জৰী দেখি কোনোৱে সাপ বুলি ভ্ৰম কৰে, তেনেকৈ অবিদ্যা বা মায়াৰ বলত ব্ৰহ্মও জগতৰূপে দেখা দিয়ে ; সেই বুলি জগত সত্য হ'ব নোৱাৰে।

* ব্ৰহ্ম ব্যতিৰেকে যত দেখা মিছা আন।
জৰীত উপজি যেন আছে সর্পজ্ঞান॥ ( ভাগৱত, ১২শ )
* মিথ্যা-দৃগ্বন্ধাম্ভুক্তি-ৰজতাদিৱত্। ( ভক্তি-ৰত্নাকৰ )

জৰী সাপৰূপে, এক চন্দ্ৰ দুই চন্দ্ৰ ৰূপে দেখাই হ'ল বিবৰ্ত। অধ্যাসৰ দ্বাৰা এনে হয়।

* তুমি সত্য ব্ৰহ্ম তোমাত প্ৰকাশে
জগত ইটো অসন্ত।
জগততো সদা তুমিও প্ৰকাশা
অন্তৰ্য্যামী ভগৱন্ত॥ ( বেদস্তুতি )

এইভাৱে দেখা যায় শঙ্কৰদেৱৰ মত বিবৰ্তবাদত বৈছেগৈ।

ঈশ্বৰ ত্ৰিসত্য—সৃষ্টিৰ আদিতে, মধ্যত আৰু অন্ততো তেওঁ বৰ্ত্তমান। আদিত বা অন্তত তেওঁৰ বাহিৰে আন একো বস্তু নাথাকে। মাজতে মাত্ৰ ব্ৰহ্মা দেৱতাবেপৰা তৃণ পৰ্য্যন্ত জীৱ, জগৎ, নানা নাম-ৰূপ দেখা পাওঁ। এইবিলাক অ-সৎ (অসন্ত, অসত্য) যদিও, সৎ-(সন্ত, সত্য) অৰপৰা উদ্ভূত আৰু সৎ ব্ৰহ্মৰ কাৰ্য্য বুলি সৎৰূপে দেখা দিয়ে। এইদৰেই মায়া-সৃষ্ট অসত্য জীৱ আৰু জগতে সত্যৰ আভাস পাইছে।

* অসন্ত জগতখান তোমাত উত্তৰ ভৈল
সন্ত হেন প্ৰকাশে সদায়। (বেদস্তুতি)

প্ৰকৃতি-আশ্ৰয় সংসাৰ-বৃক্ষত 'সুপৰ্ণা সযুজা সখা, দুটি পখীৰ দৰে ঈশ্বৰ আৰু জীৱ বাস কৰে। দুইৰে স্বভাৱ-চৰিত্ৰ বেলেগ। এটি মুক্ত, আনটি বদ্ধ। শ্ৰীধৰৰ মতে আৱৰণ আৰু বিক্ষেপ-শক্তি-ভেদে প্ৰকৃতি দুবিধ—আৱৰণ-শক্তিৰে জীৱৰ উপাধি অবিদ্যা আৰু বিক্ষেপ-শক্তিৰে পাৰমেশ্বৰী মায়া; তেনেকৈ পুৰুষো দুবিধ—প্ৰকৃতি-অবিবেকে সংসাৰ ভ্ৰমণ কৰা জীৱ, আৰু প্ৰকৃতিক বশ কৰি বিশ্ব-সৃষ্টি আদি কৰা ঈশ্বৰ। বিদ্যাৰণ্যৰ মতে ত্ৰিগুণেৰে মলিনা অবিদ্যাত প্ৰতিবিম্বিত ব্ৰহ্ম হ'ল জীৱ, শুদ্ধ-সত্ত্ব মায়াত প্ৰতিবিম্বিত ব্ৰহ্ম হ'ল ঈশ্বৰ। ভক্তি-ৰত্নাকৰৰ 'জীৱাত্মা-পৰমাত্মা-ভেদ-মাহাত্ম্য'ত জীৱ-ঈশ্বৰৰ বৈলক্ষণ্য স্পষ্ট কৰি দেখুওৱা হৈছে শ্ৰীধৰী টীকাত উদ্ধৃত বিষ্ণুস্বামীৰ শ্লোকৰ সহায়েৰে: ঈশ্বৰ মায়াৰ গৰাকী, হ্লাদিনী-সম্বিদ্-যুক্ত, সচ্চিদানন্দ; জীৱ মায়াৰ দ্বাৰা পিহিত, অবিদ্যাবৃত, ক্লেশ-ক্লিষ্ট। ঈশ্বৰ নিত্যমুক্ত, পৰিশুদ্ধ, সৰ্ব্বজ্ঞ, আত্মা, কূটস্থ, আদি-পুৰুষ, ভগৱান (ঐশ্বৰ্য্য-যুক্ত), ত্ৰিগুণাধীশ (ত্ৰ্যধীশ); জীৱ ঈশ্বৰৰ উপাসনাৰ দ্বাৰাহে মুক্ত, মলিন, অজ্ঞ, জড়, বিকাৰী, আদিমান, ভগহীন, পৰতন্ত্ৰ। কিন্তু এই বিভেদ মায়াৰ কল্পিত; জীৱাত্মা পৰমাত্মাৰপৰা পৃথক নহয়।

* অবিকাৰী বিভুঃ শান্তঃ স্বভিন্নঃ পৰমাত্মনঃ।
ভ্ৰান্তিজ্ঞানাবৃতো ভূত্বা নাত্মানং বেত্তি তত্ত্বতঃ॥ ( ভক্তি-ৰত্নাকৰ )
* অজ্ঞানতে মূঢ়জনে দেখে ভিন্নাভিন্ন॥ ( হৰ-মোহন )
* তোমাক বুলিবে দ্বৈত কোন অজ্ঞ জন॥ ( উৰেষা-বৰ্ণন )
( অদ্বৈতং ত্বং কথং দ্বৈতং বক্তুং শক্নোতি মানবঃ। ব্ৰহ্মপুৰাণ )

ৰূপতেযে ভগৱন্ত চিদাত্মক আৰু অদ্বিতীয়, এই কথা ভাগৱতত ৰে বাৰে কোৱা হৈছে। সৃষ্টিৰ আদিতে চৰাচৰ জীৱসমূহ সূক্ষ্মভাৱে তেওঁতেই সোমাই থাকে। অবিদ্যাৰ বাবেই একত্বত দ্বৈতাৰোপ হোৱা দেখা যায়। ব্ৰহ্ম ঈশ-স্বৰূপে অন্তৰ্য্যামী, দ্ৰষ্টা হৈ উদাসীনভাৱে সকলোতে বৰ্ত্তমান। জীৱ আৰু জগত এফালে আৰু আনফালে ব্ৰহ্ম বা ভগৱন্তৰ মাজত ফিৰিঙতি আৰু জুইৰ ৰে অংশাংশী ভাব; বাহিৰৰ প্ৰভেদৰ মূল অবিদ্যা বা মায়াৰ বন্ধন।

( অংশঃ নানা ব্যপদেশাৎ॥ বেদান্ত-সূত্ৰ )
* তস্যৈকদেশে জীৱাত্মা দেহী নিত্যো ব্যয়াব্যয়ঃ॥ ( ভক্তি-ৰত্নাকৰ )
* কৃষ্ণৰেসে অংশ সৱে জগত নিশ্চয়। ( ভাগৱত, ২য় )
* বিষ্ণু-অংশ জীৱ। ( ভাগৱত, ১১শ )
* হামু যত জীৱ শিৱ তেৰি অংশা
কাহে ওহি মোহ-বন্ধ। ( বৰগীত )
* ঈশ-স্বৰূপে হৰি সৱ ঘটে বৈঠহ
জৈছন গগন বিয়াপি। ( বৰগীত )
* সমস্ত ঐশ্বৰ্য্যভাৱে আছা সমস্তত॥
জীৱ-অংশে তুমি প্ৰৱেশিলা গাৱে গাৱে।
* তোমাৰেসে অংশ আমি যত জীৱ-ঝাক।
তোমাৰ মায়ায়ে প্ৰভু বান্ধিলে আমাক॥ ( বেদস্তুতি )
* তুমি নিত্য নিৰ- ঞ্জন নাৰায়ণ
আমিও অংশ তোমাৰ।
তথু সেৱা-চোৰ পায়া মহামায়া
মুহিলে মন আমাৰ॥ ( নামঘোষা )

* তসু অংশ পুৰুষ তাহাৰ মায়া অংশ।
সত্ব ৰজ তম তিনি গুণ তান বংশ॥
তাৰ লৱলেশে হোৱে সৃষ্টি স্থিতি লয়। (কুৰুক্ষেত্ৰ)

জীৱ-ঈশ্বৰৰ অংশাংশী ভাব আৰু মায়াৰ বন্ধনলৈ লক্ষ্য কৰি জ্ঞানী-সকলে দেহাত্ম-বিবেকেৰে জীৱক দেহৰপৰা পৃথক মানি সেৱাৰ যোগেদি আত্ম-প্ৰাপ্তিৰ চেষ্টা কৰে।

পৰমাৰ্থ-বিচাৰত জীৱ-ঈশ্বৰৰ ভেদ নাই; কিন্তু ঈশ্বৰৰ দ্বাৰা সৃষ্টৰূপে কিছু পৰিমাণলৈকে বা ব্যৱহাৰিকভাৱে জীৱ ঈশ্বৰৰপৰা বেলেগ আৰু ঈশ্বৰৰ অধীন। শঙ্কৰদেৱৰ পাৰমাৰ্থিক বিচাৰৰ অদ্বৈতবাদে এইখিনিতে সাময়িকভাৱে হ'লেও দ্বৈতবাদ স্বীকাৰ কৰি ভক্তিৰ বাবে সুৰুঙা উলিয়াই দিছে।

* যদ্যপি তোমাত কৰি জীৱ নোহে ভিন্ন।
তথাপিতো ভৈল প্ৰভু তোমাৰ অধীন॥ (ভাগৱত, ১০ম)

* পশ্যামি বিশ্বসৃজমেকমবিশ্বমাত্মনং ভূতেন্দ্ৰিয়াত্মকমদস্ত উপাশ্ৰিতোঽস্মি। একমুপাস্তেষু মুখ্যং যতো বিশ্বসৃজং বিশ্বং সৃজতীত্যত এবাবিশ্বং বিশ্বস্মাদন্যং। (ভাৱাৰ্থ-দীপিকা)

ভাগৱতৰ ঈশ্বৰৰ স্বৰূপৰ আৰু জীৱ-ঈশ্বৰৰ সম্বন্ধ দ্ব্যৰ্থবোধক বুলি আধুনিক দাৰ্শনিক পণ্ডিতে কয়।

সদসদাত্মিকা ত্ৰিগুণা মায়া জগৎ-কাৰণ অনাদি পুৰুষৰ প্ৰকৃতি-শক্তি, তেওঁৰপৰাই উদ্ভূত। এই শক্তিক লগত লৈ 'ঈশ্বৰে আপুনাৰ ক্ৰীড়া হেতু' চৌবিশ তত্ব সৃষ্টি কৰে আৰু সিবিলাকত প্ৰবেশ কৰি জীৱ জগৎ নিৰ্ম্মাণ কৰে। সৃষ্টিখন জীৱৰ মনোগ্ৰাহ্য। শঙ্কৰদেৱে কৈছে, "দেহ-কৰ্ত্তা মনবেসে জানিবা সংসাৰ।" লোহাত অগ্নি সোমাই পৰাৰ দৰে মন আৰু জীৱ একেলগ হৈ এটা হৈ পৰে; জাগন, স্বপ্ন আৰু সুষুপ্তি, এই তিনি বৃত্তি-যুক্ত, ঈশ্বৰৰ প্ৰতিবিম্ব-যুক্ত মন-স্বৰূপ জীৱ নানা মোহ আৰু কৰ্ম্মলৈ যায়। তাৰপৰা পাপ-পুণ্যৰ উদয় আৰু কৰ্ম্ম-বন্ধৰ সৃষ্টি হয়। ইয়াৰ

জগত জীৱৰ উদ্ভিদ, পশু, পক্ষী, নৰ আদি বিবিধ ৰূপত জন্ম-ভৱ সংসাৰ বা ভ্ৰমণ। ভগৱন্তই পুনৰ কাল-ৰূপে জগত সংহাৰ কৰবলৈকে জীৱৰ সংসাৰ চলে; প্ৰলয়ৰ বেলা মায়াৰ কল্পিত চৰাচৰ পুনৰ মায়াতে লোপ পাই থাকে; জীৱৰ স্থূল শৰীৰ নথাকে। মায়া বা প্ৰকৃতিও আদি পুৰুষত লীন গৈ থাকে। সৃষ্টিৰ সময়ত জীৱৰ পুনৰ সংসাৰ হয়।

* দেহ মন কৰ্ম্ম আত্মা যাৱত সংযোগ।
তাৱে জীৱ নাম থাকে দুঃখ কৰে ভোগ॥ ( ভাগৱত, ১২শ )

সৃষ্টিৰ আদিত নিৰঞ্জন ব্ৰহ্ম-স্বৰূপ চৈতন্যময় ঈশ্বৰ পুৰুষ সূক্ষ্ম-স্বৰূপ জীৱ-সমূহক উদৰত ধৰি জ্ঞানময় আনন্দ-ৰসত মগ্ন হৈ অকলশৰে থাকে। কিন্তু সৃষ্টি নোহোৱা বাবে তেওঁৰ কোনো প্ৰকাশ নোহোৱাত তেওঁ লীলা কৰি সৃষ্টিৰ অৰ্থে সদসদাত্মিকা জড় প্ৰকৃতিক কটাক্ষ কৰি চাই, সেই প্ৰকৃতিত বীৰ্য্য আধান কৰিলে। শ্ৰীধৰৰ মতে বীৰ্য্যৰ অৰ্থ চিদাভাস; ভাগৱতমতে ঈশ্বৰৰ দুটি শক্তি: বিদ্যা শক্তি বা চিৎ আৰু অবিদ্যা-শক্তি বা অচিৎ। ঈশ্বৰৰ কটাক্ষত তেওঁৰ সৃষ্টি-ইচ্ছা বুজি পুৰুষৰপৰা অনাদি-ৰূপিণী, ঈশ্বৰৰ নিজ শক্তি আৰু 'ঈশ্বৰৰ অৰ্দ্ধকায়' মহামায়া বাজ হৈ ওলাল। পুৰুষে তেতিয়া মায়া-জগত সৃষ্টি কৰিবৰ বাবে প্ৰকৃতিক আদেশ কৰিলে। পুৰুষৰ কটাক্ষত গৰ্ভৱতী হোৱা প্ৰকৃতিৰপৰা জগতৰ বীজ-স্বৰূপ মহৎ-তত্ত্ব (চিত্ত) উপজিল। মহতৰপৰা সাত্বিক, ৰাজসিক, তামসিক অহঙ্কাৰৰ জন্ম হ'ল তামসৰপৰা ক্ৰমে শব্দ, শব্দৰপৰা আকাশ, আকাশৰপৰা স্পৰ্শ, স্পৰ্শৰপৰা বায়ু, বায়ুৰপৰা ৰূপ, ৰূপৰপৰ অগ্নি, অগ্নিৰপৰা ৰস, ৰসৰপৰা জল, জলৰপৰা গন্ধ, আৰু শেষত গন্ধৰপৰা বসুমতী হ'ল। ৰাজসৰপৰা চকু, কাণ, নাক, মুখ, ছাল, জিভা, হাত, ভৰি গুহ্য, লিঙ্গ,—এই দহ ইন্দ্ৰিয় হ'ল, আৰু সাত্বিকৰপৰা সেই দহ ইন্দ্ৰিয়ৰ অধিষ্ঠাতা দেৱতা ক্ৰমে আদিত্য, দিশ, অশ্বিনীকুমাৰ, বহ্নি, বায়ু, বৰুণ, ইন্দ্ৰ, বিষ্ণু, মিত্ৰ, প্ৰজাপতিৰ উৎপত্তি হ'ল। মন, বুদ্ধি, অহঙ্কাৰ আৰু চিত্ত—এই চাৰিওকে একেলগে ধৰি এক মন ( অন্তঃকৰণ, অন্তৰাত্মক )। এই চাৰিৰ কাম মনন, বোধন, অভিমান আৰু চিন্তন, আৰু উপাস্য অনিৰুদ্ধ, প্ৰদ্যুম্ন, সঙ্কৰ্ষণ আৰু

সৃষ্টি-তত্ত্ব

চৌবিশ তত্ত্ব

বাসুদেৱ। ভাগৱত বা পাঞ্চৰাত্ৰ ধৰ্মৰ এয়ে চতুৰ্ব্যূহ ; শঙ্কৰদেৱে এই চাৰি মূৰ্ত্তিৰ একত্ৰৰ উল্লেখ কৰিলেও তাত বা তাৰ পূজাত ভিৰ দিয়া নাই।

গন্ধ, গুণ, স্পৰ্শ, শব্দ, ৰূপ, ৰস,—এই পাঁচ বিষয় বা তন্মাত্ৰ আৰু এঘাৰ ইন্দ্ৰিয় ( কৰ্ম্মেন্দ্ৰিয়, জ্ঞানেন্দ্ৰিয়, মন ) গোট খাই 'ষোড়শ বিকাৰ' ; তাৰ লগত পঞ্চ মহাভূত, প্ৰকৃতি, মহৎ আৰু অহঙ্কাৰক ধৰি মুঠ চৌবিশ তত্ত্ব হ'ল। কিন্তু তত্ত্বসমূহ সৃষ্টিক্ষম নোহোৱা বাবে 'জীৱৰূপে সৱাতো পশিলা নাৰায়ণ।' তেতিয়া ঈশ্বৰৰ ইচ্ছাত চৌবিশ তত্ত্ব শতেক হৈ সুবৰ্ণৰ ব্ৰহ্মাণ্ড নিৰ্ম্মাণ কৰিলে। তাৰ ভিতৰত নাৰায়ণ প্ৰৱেশ কৰিলত প্ৰকৃতিয়ে ভয়ত চৈধ্য ভুৱন সৃষ্টি কৰিলে। পিছে, তেতিয়াও ত্ৰিজগত শূন্য দেখি ঈশ্বৰে তেওঁৰে মায়াৰ যোগেদি সত্ত্ব তিনি গুণ লৈ ব্ৰহ্মা, বিষ্ণু আৰু ৰুদ্ৰ-ৰূপে অৱতাৰ ধৰিলে প্ৰাণীৰ সৃষ্টি, পালন আৰু সংহাৰৰ অৰ্থে।

মহাপুৰুষ আৰু মহাপুৰুষীয়া

সাংখ্যৰ নানা বিৰোধী যুক্তি ভাগৱতত কেনেকৈ ভক্তি-পথৰ লগত মিলাবলৈ যত্ন কৰা হৈছে, মন কৰিব লগীয়া। উপৰোক্ত চৌবিশ তত্ত্বৰ লগত পুৰুষক ধৰিলে হয় পঁচিশ তত্ত্ব। কিন্তু এই পুৰুষ অনাদি-অবিদ্যা-যুক্ত হোৱা বাবে তেওঁৰ ওপৰত ষড়্‌বিংশ তত্ত্ব-ৰূপ এজন অধিপুৰুষৰ কল্পনাৰ আৱশ্যক হয়। সেয়ে 'প্ৰকৃতি পুৰুষ দুইটো কৰি পৰ', 'প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা' মহাপুৰুষ, পৰমপুৰুষ পুৰুষোত্তম, পৰমেশ্বৰ। তেওঁহে শ্ৰীমন্ত শঙ্কৰৰ ভজনীয় পৰম দেৱতা ; তেওঁৰ উপাসকসকল হ'ল ভাগৱতৰ 'মহাপৌৰুষিক', নামঘোষাৰ 'মহাপুৰুষৰ সেৱক আৰু সাধাৰণ কথাৰ 'মহাপুৰুষীয়া।'

সংসাৰৰপৰা জীৱৰ যি দুখ-নিকাৰ হয়, সেইবোৰ নোহোৱা হ'ব মায়া-যৱনিকা আঁতৰিলেহে। দাৰ্শনিক মতবাদ অনুসৰি পৰম শ্ৰেয়সৰ প্ৰতি অগ্ৰসৰৰ পন্থা সুকীয়া সুকীয়া হোৱা দেখা যায় শঙ্কৰাচাৰ্য্যই নিৰাকাৰ ব্ৰহ্মবে সম্পূৰ্ণ একত্বই আধ্যাত্মিক লক্ষ্য বুলি ধৰাত জ্ঞানৰ সাধনকে পৰম পথ বুলি নিৰ্দ্দেশ কৰিছে। আন-

ভজনীয়ৰ স্বৰূপ

কালে ৰামানুজে সাকাৰ ৰূপৰ অৰ্চ্চনা প্ৰতিপন্ন কৰিছে। শঙ্কৰদেৱে ভক্তি-ৰত্নাকৰৰ 'পৰমগতি-প্ৰদ-ভজনীয়-পৰমদেৱতা-মাহাত্ম্য'ত 'শত অৱতাৰৰ বীজ আৰু যাৰ নাভি-কমলৰপৰা ব্ৰহ্মায়ো জন্ম লাভ কৰে' সেই নিৰ্গুণ,

সচ্চিদানন্দ, নির্ভেদৰূপেই ভজনীয় পৰমেশ্বৰ বুলি সিদ্ধান্ত কৰিছে। তেৱেঁই ভাগৱতৰ আদি আৰু অন্ত্য শ্লোকৰ ধ্যেয় 'সত্যং পৰম্', শ্ৰীধৰৰ মতে 'পৰমেশ্বৰ' আৰু 'পৰং সত্য শ্ৰীনাৰায়ণাখ্যং তত্ত্বম্', কীৰ্ত্তন-ঘোষাৰ 'ব্ৰহ্মৰূপী সনাতন, সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ', নাটকৰ 'জগতক পৰম গুৰু, পৰমেশ্বৰ, পৰমপুৰুষ, পুৰুষোত্তম, সনাতন নাৰায়ণ' আৰু নামঘোষাৰ 'সদানন্দ সনাতন', 'চিদানন্দ-ঘন-স্বৰূপ।' 'ব্ৰহ্মেতি পৰমাত্মেতি ভগৱানিতি শব্দ্যতে।' ভক্তি-ৰত্নাকৰত আকৌ কৃষ্ণকে সেই অধিকাৰী, সত্য, আত্মা-পৰমেশ্বৰ বুলি নিৰ্দ্দিষ্ট কৰিছে। এই শুদ্ধ-সত্ত্ব সাকাৰ ৰূপৰ কথা নাজানিহে 'মূঢ় যত প্ৰাণী বোলে ব্ৰহ্ম নিৰাকাৰ।' 'যতেক প্ৰাকৃত আকাৰ-বৰ্জ্জিত' দেখিহে তেওঁক নিৰাকাৰ বুলিছে ঘোষাত। শঙ্কৰ-মাধৱে ঠায়ে ঠায়ে ঈশ্বৰৰ সগুণ নিৰ্গুণ দুই ভাব ৰাখিছে যেন লাগে। জ্ঞানৰ দ্বাৰা তেওঁ যদিও লভ্য, তেওঁৰ কৃপা-কণাইহে সহজে শ্ৰেয়সলৈ নিব পাৰে। গতিকে ভক্তিয়েই প্ৰকৃত পথ। শ্ৰীধৰ স্বামীয়ে ভক্তিৰ ভিতৰেদি জ্ঞান, জ্ঞানৰপৰা মোক্ষ দেখুৱাইছে (ঈশ্বৰভক্ত্যা লব্ধজ্ঞানেন মোক্ষ ইতি)। বৈষ্ণৱ গুৰুসকলে নানাভাৱে জ্ঞান-যোগ আৰু কৰ্ম্ম-কাণ্ডতকৈ ভক্তিৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিছে। আদি নাৰায়ণ আৰু তেওঁৰ স্বৰূপ কৃষ্ণক উপাসনা কৰাৰ নটি বেলেগ বেলেগ পদ্ধতি— শ্ৰৱণ, কীৰ্ত্তন, ধ্যান, পূজা, পদ-সেৱা, দাস্য, সখিত্ব, বন্দন, আত্ম-সমৰ্পণ। ভক্তি সহজ মুক্তিৰ পথ—

* এতেকে মুকুতি পাইবা কহিলো স্বৰূপ॥
* হৰিৰ ভকতি পাই পৰম মুকুতি।

এইদৰে ভক্তিৰ বলত ভক্তই মায়াৰ নিগ্ৰহ আৰু সংসাৰ বা জন্ম-মৰণৰ হাত সাৰে আৰু নিৰ্ব্বাণ বা নিৰ্গুণ ব্ৰহ্মৰ পাৱৰ বাবেও যোগ্য হয়—

* তোমাক পূজিলে মিলে আপুনাতে যাই। (প্ৰহ্লাদ-চৰিত্ৰ)

* চৈতন্যমূৰ্ত্তি পূৰ্ণানন্দ হৰি।
 যিবস্তু তেন্তেয়েৰে একে কৰি॥ ( নামাপৰাধ )
* দেৱ মাধৱক ধ্যান কৰে যিটো নিত।
 বিষ্ণুত প্ৰৱেশে যেন অগনিত ঘৃত॥ ( উৰেষা-বৰ্ণন )
* তুমি প্ৰভু নিৰ্গুণ গুণেৰ সীমা নাই।
 নিৰ্গুণ হোৱয় জীৱ সেহি গুণ গাই॥ ( বৰগীত, মাধৱদেৱ )
* দেহকো নেদেখে জীৱে হুয়া ব্ৰহ্মময়।
 ইহাকে বুলিয় ৰাজা আত্যন্তিক লয়॥ ( ভাগৱত, ১২শ )

এনে অদ্বৈত মুক্তিৰ সম্ভাৱনা থাকিলেও আদৰ্শ ভক্ত আদৰ্শ ভৃত্য—বেপাৰী নহয় ( নোহে বণিজাক ), 'মুক্তিত নিস্পৃহ'। আদৰ্শ ভক্তি নিৰাশী—

* অহৈতুক্যব্যৱহিতা যা ভক্তিঃ পুৰুষোত্তমে।

দেহতে সকলো কৰ্ম্ম স্খালন কৰি ভক্তই জীৱন্মুক্তিও লাভ কৰিব পাৰে। শঙ্কৰ-মাধৱৰ লেখাৰ ঠায়ে ঠায়ে অব্যয় বৈকুণ্ঠ-প্ৰাপ্তিৰ আদৰ্শ দাঙি ধৰাও দেখা যায়। ভূঃ, ভুৱঃ, স্বঃ আদি চৈধ্য ভুৱনৰ ওপৰৰ, কাল আৰু মায়াৰ অতীত এই থানত সেৱাৰ অনন্ত সুখ বৰ্ত্তমান। কিন্তু তাকো ভক্তই দাবী কৰিবলৈ নাযায়।

নৱবিধা ভক্তিৰ ভিতৰৰ 'নিৰ্গুণ কৃষ্ণৰ গুণ'ৰ শ্ৰৱণ আৰু কীৰ্ত্তনকে শ্ৰেষ্ঠ ঠাই দিয়া হৈছে বাবে শঙ্কৰদেৱৰ ধৰ্ম্মৰ নাম নাম-ধৰ্ম্ম। সচ্চিদানন্দ সনাতন ব্ৰহ্ম-স্বৰূপ নাৰায়ণৰ বাহিৰে ব্ৰহ্মাৰপৰা তৃণ পৰ্য্যন্ত সকলো মায়াৰ টোপনিত জড় হৈ পৰি আছে। সেই টোপনিৰপৰা সাৰ পালেই সকলোৰে বেলেগ সত্তা নাথাকিব, 'চিদানন্দ-ঘন-স্বৰূপ'তে মিলি যাব। গতিকে নাৰায়ণৰ বাহিৰে আন দেৱাদিৰ উপাসা জড়োপাসনা বুলি ধৰা হৈছে। সেই বাবে 'পূৰ্ণানন্দ সমুদ্ৰৰ গোপী-ভৰ্ত্তা' কৃষ্ণকেই মাথোন বিশেষকৈ শ্ৰৱণ-কীৰ্ত্তনেৰে উপাসা কৰিব লাগে—এই কথাই নাম-ধৰ্ম্মক একশৰণ বিশেষণেৰে সবিশেষ কৰিছে।

একশৰণ নামধৰ্ম্ম

ভাগৱতৰ মহদাদি মায়াগুণেৰে বিৰচিত অৰূপ চিদাত্মাৰ অৱতাৰবাদ ইয়াত মানি লোৱা হৈছে; গতিকে ৰাম-নাম কৃষ্ণ-নাম একে হৰি-নামেই আৰু মূল নাম-বস্তুৰ ভিতৰত 'ৰাম'কো সামৰা হৈছে।

জীৱ-ঈশ্বৰৰ অংশাংশীভাৱ, ঈশ্বৰৰ অন্তৰ্য্যামিত্ব আৰু সাকাৰ উপাসনা আদিত শঙ্কৰদেৱে বিশেষ ভিৰ দিছে, আৰু এইবোৰ আপাততঃ অদ্বৈত-বিৰোধী কথা; কিন্তু, এনে-

অদ্বৈতবাদ

বোৰ পাঠৰ তুলনাত দাৰ্শনিক সিদ্ধান্তৰ ফালে তেওঁৰ অদ্বৈতবাদৰ প্ৰাবল্য অধিক যেন লাগে। গতিকে ক'ব লাগিব, শঙ্কৰদেৱৰ ভক্তিবাদৰ লগত মিলি তেওঁৰ বৈদান্তিক মত অদ্বৈতবাদৰ ফাললৈকে ঢাল খাই আছে ভাগৱত-পুৰাণৰ দৰে, ভাগৱত-ভাৱাৰ্থ-দীপিকাৰ দৰে।

## ষষ্ঠ খণ্ড

# শ্রীশঙ্কৰী সম্প্ৰদায়ৰ সত্ৰৰ-বুৰঞ্জী আৰু শঙ্কৰী ধৰ্ম্মৰ পৰিণতি

১৪৯০ শকৰ ভাদত গুৰুজনা বৈকুণ্ঠলৈ চলিল তেওঁৰ সকলো শক্তি-ভক্তি মাধৱদেৱত অৰ্পণ কৰি। ৰৰপুত্ৰ ৰমানন্দই কোচ-বেহাৰত গুৰুৰ মানৱী দেহাৰ চিতা দাহ কৰি নৰনাৰায়ণে দিয়া খেল-নাৱেৰে আহি পোনতে গণককুছিত সোমাই মাধৱক লগ লৈ পাটবাউসীৰ আইগোসানীৰ কাষলৈ গ'ল। পাটবাউসীতে গুৰুজনাৰ মাহেকীয়া শ্ৰাদ্ধ-উৎসৱ হ'ল। কিন্তু কিবা এটি কথাত লাগি দামোদৰদেৱ শ্ৰাদ্ধলৈ নগ'ল। সেয়ে মাধৱদেৱ-দামোদৰদেৱৰ মাজত বিচ্ছেদৰ কাৰণ হৈ পৰিল আৰু শঙ্কৰী বা মহাপুৰুষীয়া সম্প্ৰদায়ৰপৰা এক-শ্ৰেণী ফাটি দামোদৰীয়া নামে বেলেগ পন্থ হোৱাৰ দৰে হ'ল। মাধৱদেৱে গণককুছি, সুন্দৰীদিয়া আৰু বৰপেটাত থাকি ধৰ্ম্ম প্ৰচাৰ কৰি গীত-নাট ৰচনা কৰিলে। দামোদৰদেৱেও মনোমোহা কৰি পাটবাউসীত ডাঙৰকৈ নামঘৰ-মণিকূট সজাই 'ধৰ্ম্মৰ হাট' পাতিলে। সুন্দৰীদিয়াতে মাধৱৰ ওচৰত ভৱানী-পুৰীয়া গোপালদেৱ, যদুমণি, ভাটৌকুছীয়া কেশৱ-চৰণ আতা, নাজিৰাৰ দৈৱজ্ঞ হৰিহৰ আতা আদিয়ে শৰণ লয়হি। ১৪৬৩ শকত আহোম ৰাজ্যৰ ৰাজধানী ৰংপুৰৰ নাজিৰাহাটত গোপালদেৱৰ জন্ম হয়। এওঁ জন্মযাত্ৰা, নন্দোৎসৱ, উদ্ধৱ-যাত্ৰা আদি নাট আৰু কিছু গীত-ঘোষা ৰচনা কৰে। কামৰূপৰ ভৱানী-পুৰ, অসমৰ কালজাৰ আদি ঠাইত সত্ৰ পাতি ১৫৩৩ শকৰ ৰহাগৰ শুক্লা ষষ্ঠীত ভৱানীপুৰীয়া আতা বৈকুণ্ঠী হয়। গোপাল আতা

শ্ৰীশঙ্কৰী বৈষ্ণৱ সম্প্ৰদায়

পন্থ-ভেদ

আছিল মাধৱদেৱৰ আত্মা-সম প্ৰিয়। বৰপেটাত থাকোঁতে পণ্ডিত-সকলৰ বিদ্বেষৰ হেতুকে কামৰূপ-ৰাজ্যৰ ৰজা ৰঘুদেৱনাৰায়ণৰ হাতত মাধৱৰ নানা বিপত্তি হয়। সেই বেজাৰত তেওঁ নৰনাৰায়ণৰ পুত্ৰ লক্ষ্মীনাৰায়ণৰ কোচবেহাৰ ৰাজ্যত থাকেগৈ। তাতে ৰৰ নাৰায়ণপুৰৰ তিতা চোমদাৰৰ পুত্ৰ পদ্ম তেওঁৰ শৰণাপন্ন হয়গৈ পদ্ম আতাক মাধৱদেৱে উজনিৰ অসম ৰাজ্যত ধৰ্ম্ম প্ৰকাশিবলৈ নিজৰ গাৰ বদল দি পঠায় বাবে তেওঁৰ নাম বদলা, বছলা বা বহুলীয়া আতা হয়। "সোণকোহৰপৰা কৰতীয়া গঙ্গা, এই দুই সীমাৰ ভিতৰত দেশ মোৰ; সোণকোহৰ বৰনদীলৈকে এইডোখৰ মথুৰাদাসৰ আৰু বৰনদীৰপৰা ব্ৰহ্মকুণ্ডলৈকে এইডোখৰ তোমাক দিলো। দশম-কীৰ্ত্তন শাস্ত্ৰত শ্ৰীশঙ্কৰ গুৰুক দেখিবা, ঘোষা-ৰত্নাৱলী শাস্ত্ৰত আমাক দেখিবা।" ভকত-বৈষ্ণৱসকলৰ মাজত আজিও 'বেহাৰে মধুপুৰ, কামৰূপে বৰপেটা, উজনিত কমলাবাৰী' বুলি এটা কথা প্ৰচলিত আছে। ১৫১৮ শকৰ ভাদৰ কৃষ্ণা পঞ্চমীৰ দিনা বেহাৰৰ ভেলা থানত মাধৱ পুৰুষে নৰ-নাট সামৰিলে। দামোদৰদেৱে কিছু কাল কামৰূপত থাকি লক্ষ্মী-দুৰ্গা-পূজা, গঙ্গা-স্নান, যজ্ঞ-ব্ৰত নমনা দোষত অভিযুক্ত হৈ পৰীক্ষিতনাৰায়ণ ৰজাৰ নিগ্ৰহ ভোগে। সেই বাবে তেৰোঁ বেহাৰৰ লক্ষ্মীনাৰায়ণৰ আশ্ৰয়ত বৈকুণ্ঠপুৰ নামে সত্ৰ পাতি থাকেগৈ। ১৫২০ শকৰ বহাগৰ শুক্ল প্ৰতিপদত বীৰনাৰায়ণৰ ৰাজত্ব কালত শঙ্কৰ-মাধৱদেৱৰ দৰেই বেহাৰতে দামোদৰ বৈকুণ্ঠী হৈ কোচবেহাৰক পবিত্ৰ কৰি থৈ যায়। শেহ সময়ত দামোদৰদেৱে বৈকুণ্ঠপুৰত বলদেৱক, পাটবাউসীত বৈকুণ্ঠনাথ ভট্টদেৱক আৰু থানে থানে আন সন্তসকলক নিয়োগ কৰে।

শঙ্কৰ-মাধৱৰ দিনত অসমৰ বৈষ্ণৱসকলৰ ভিতৰত সম্প্ৰদায়-বিভাগ হোৱা নাছিল। পিছত সম্প্ৰদা, কাঠা আৰু আচাৰ ভেদে চাৰি সংহতিৰ ভাগ হ'ল। এই সংহতি-বিভাগ কৃত্ৰিম আৰু

ভেদ-ভাবৰপৰা সৃষ্টি হোৱা যেন লাগে; তদুপৰি পুৰণি আহোম ৰাজ্যৰ সীমাৰেই ই সীমাবদ্ধ; কামৰূপত সংহতিৰ বৰ লেখ নাই।

চাৰি সংহতি

ঘাইকৈ আই কনকলতাৰ যত্নত শঙ্কৰৰ জীয়াৰী বংশই অসম ৰাজ্যত থিতাপি লোৱাৰপৰাই সংহতি-শ্ৰেণী ওলাইছে। মণিৰাম দেৱানৰ বিশ্লেষণ মতে, বৈদিক আচাৰ-কৰ্ম্ম, নাম-ধৰ্ম্ম দুইটিতে সমানে বিশ্বাস ৰাখি হ'ল ব্ৰহ্ম-সংহতি—উজনি অসমৰ চাৰি-সত্ৰীয়াসকল। অলপ অলপ কৰ্ম্মত প্ৰবৰ্ত্তি নামত কাষ্ঠা থাপি ৰ'ল পুৰুষ-সংহতি—পুৰুষোত্তম ঠাকুৰ, ঠাকুৰ আতা আদি। সৰ্ব্ব-কৰ্ম্ম পৰিত্যাগ কৰি গুৰু-চৰণা কাষ্ঠাৰে হ'ল কাল সংহতি—গোপাল আতাৰ সম্প্ৰদায়। নৈষ্কৰ্ম্ম প্ৰবৰ্ত্তনেৰে আচাৰ-সৰ্ব্বস্ব নিকা, নিষ্ঠা বা নিত্য-সংহতি—বদুলা পদ্ম আতা, মথুৰাদাস বুঢ়া আতা আদি। ইয়াৰ ভিতৰত কাল-সংহতি সদায় চৰম-পন্থী, বিপ্লৱী। এই সম্প্ৰদায়ে সততে ৰজা-ঘৰৰ নিগ্ৰহ ভোগ কৰিছিল; শেহান্তৰত এই সম্প্ৰদায়ৰ মাজৰপৰা বিপ্লৱৰ জুই ভমক কৰি দেশ জুৰি জ্বলি উঠিল। একমতে 'নাম', 'দেৱ', 'ভকত'— এই 'তিনটি বস্তু' শঙ্কৰদেৱে প্ৰকাশ কৰে, অৰ্থাৎ তেওঁ পন্থৰ গুৰু হৈ গুৰু-তত্ত্বক ভক্ত-বস্তুৰপৰা পৃথক কৰি নেদেখুৱাইছিল। 'ৰুদ্ৰযামল আচাৰ্য্য-সংহতি' মতে শঙ্কৰৰপৰা সাতজন ধৰ্ম্মাচাৰ্য্য হয়—ৰামৰাম, হৰিদেৱ, দামোদৰদেৱ, মাধৱদেৱ, নাৰায়ণ ঠাকুৰ আতা, মমু আৰু হৰিহৰ। মাধৱদেৱে শঙ্কৰৰ তিনিটিৰ লগত 'গুৰু'ক যোগ কৰি

চাৰি বস্তু

অৰ্থাৎ গুৰুক ভক্তৰপৰা সুকীয়া কৰি অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ 'চাৰি বস্তু' পূৰ কৰে। বৈষ্ণৱসকলে কয়, মাধৱদেৱ চাৰি সংহতিৰ গুৰু; শঙ্কৰদেৱ মাধৱদেৱৰে গুৰু বাবে তেওঁ হ'ল জগদ্‌গুৰু—গীতাৰ ক্ষৰ ব্ৰহ্ম আৰু অক্ষৰ ব্ৰহ্মৰ

মহাপুৰুষীয়া ধৰ্ম্ম

অতীত 'মহাপুৰুষ'। সাতজন ধৰ্ম্মাচাৰ্য্যই সেই মহাপুৰুষৰে 'মহাপুৰুষীয়া ধৰ্ম্ম' প্ৰচাৰ কৰে অসম-কামৰূপ-বেহাৰত। পিছৰ যুগত হৰিদেৱ দামোদৰদেৱৰ ঠালৰ

শিষ্যসকলে হৰিদেৱী আৰু দামোদৰীয়া দুটা পৃথক পন্থ-ৰূপে দেখুৱাবলৈ যত্ন কৰিছিল। হৰিদেৱে মনেৰিত সত্ৰ পাতে; তেওঁৰপৰাই 'বৈনাকুছি, জাগৰা, চামেৰি, পৰেনা আদি সত্ৰৰ উৎপত্তি হয়। দামোদৰদেৱৰ পিছত বেহাৰৰ সত্ৰ বৈকুণ্ঠপুৰত বলদেৱ অধিকাৰ হয়। বনমালীদেৱৰপৰা দক্ষিণপাট সত্ৰ হয়। ১৭৯৮ শকত বনমালীৰ জন্ম আৰু ১৬০৫ শকৰ আহিনৰ শুক্লা সপ্তমীত হয় বৈকুণ্ঠ-গমন। প্ৰাণনাৰায়ণ ৰজাৰ দিনত এওঁ বেহাৰলৈ গৈছিল আৰু বলদেৱ গোসাঁই ঢুকুৱাত বৈকুণ্ঠপুৰৰ অধিকাৰ হৈছিল। দামোদৰে তেওঁৰ প্ৰধান শিষ্য, অসমীয়া কথা-সাহিত্যৰ ওজা ভট্টদেৱক পাটবাউসীত থাপি থয়। 'পাটবাউসী অৰ্দ্ধেক দামোদৰী হয়।'[১] মাধৱদেৱে শেষ কালত মথুৰাদাস বুঢ়া আতাক দুটি ৰজা-ৰূপ দি তাঁতীকুচি বৰপেটাত অধিকাৰ পাতে। শঙ্কৰ গুৰুৱে নিজ পুত্ৰ-নাতিক মাধৱৰ হাতত গতাই থৈ যায়। পুৰুষোত্তম আৰু চতুৰ্ভুজ ঠাকুৰৰপৰা বৰ়াসকল পিছত শঙ্কৰদেৱৰ আদি থান বৰদোৱাত প্ৰতিষ্ঠিত হয়হি। বৰদোৱাৰ ঘাই সত্ৰ—নৰোৱা, কোৱামৰা (শলগুৰি), দীঘলী, চামগুৰি। এই মধ্য অসমৰ চাৰি সত্ৰক নাতিসত্ৰ বা ঠাকুৰ-নপ্তা সত্ৰও বোলে। চতুৰ্ভুজ ঠাকুৰৰ পত্নী কনকলতা আইৰপৰা আজ্ঞা পোৱা বাৰখন সত্ৰ—কৌপাতী, নাচপাৰ, নেপালী, কণ্টৰী, হাবু' আদি।[২]

হৰিদেৱী-দামোদৰী পন্থ

বৰদোৱা সত্ৰ পুঞ্জ

কনকলতা-বাৰজনীয়া

মাধৱদেৱে বাৰজন ধৰ্ম্মাচাৰ্য্য পাতি থৈ যায়; মথুৰাদাস বুঢ়া আতা—বৰপেটা; ভৱানীপুৰীয়া গোপাল আতা; বদুলা পদ্ম আতা—কমলাবাৰী; বংশীগোপাল বা দেউ গোপাল—দেবেৰাপাৰ; যদুমণিদেৱ—মাহৰা; ভাগিন ৰামচৰণ—সুন্দৰীদিয়া; হৰিদেৱ—লাইআটি; লেচাকনীয়া

ওপৰ বাৰজনীয়া

গোবিন্দ—খটবা ; ৰৱবিষ্ণু আতা—চমৰিয়া ; লক্ষ্মীকান্ত—খোপগুৰি ; কেশৱচৰণ—বৰজহা ; পঢ়িয়া আতৈ—হেৰেমদ'।

ভৱানীপুৰীয়া গোপালে ছজন ব্ৰাহ্মণ আৰু ছজন অব্ৰাহ্মণ আতাক অধিকাৰ পাতি দিয়ে ; ব্ৰাহ্মণ কৃষ্ণানন্দ আতা আৰু বিষ্ণু আতাৰ সত্ৰ নাই ; বৰযদুমণি আতাৰপৰা বাঁহৰাৰী, সৰু যদুমণিৰ গজলা, ভূঞাৰ পো অনিৰুদ্ধৰ মায়ামৰা, নাৰায়ণৰ হালধিআটি, সনাতনৰ নগৰীয়া, এই পাঁচখন অব্ৰাহ্মণ সত্ৰ ; শ্ৰীৰাম আতাৰ আঁহতগুৰি, মুৰাৰি আতাৰ চৰাইবাহী, ৰামচন্দ্ৰ আতাৰ খোৰামোচৰ, পুৰুষোত্তম আতাৰ কাথপাৰ, সন্ন্যাসী ৰামচন্দ্ৰ আতাৰ ইকৰাজান, এই পাঁচখনি ব্ৰাহ্মণ গুৰুৰপৰা বঢ়া। গোপাল আতাৰ বংশৰপৰা হোৱা সত্ৰ—ডোকা-চাপৰি, কলাকটা, ঢোপাবৰ, হেমাৰবৰি আৰু নাচনীপাৰ। ভৱানী-

গোপাল-বাৰজনীয়া

পুৰীয়া আতাৰপৰা উদ্ভূত এই কাল-সংহতিৰ সত্ৰ-সকলে পিছৰ যুগৰ ৰাজনৈতিক বুৰঞ্জীত ভীষণ আলোড়নৰ সৃষ্টি কৰিছিল। ধনে-জনে বিশেষকৈ

কাল-সংহতিৰ প্ৰতিপত্তি

দিহিং আৰু মায়ামৰা সত্ৰৰ প্ৰতিপত্তি অতুল হৈ পৰিছিল। ইয়াৰ ঘাই কাৰণ অৱশ্যে কাল-সংহতিৰ সাম্যবাদী মনোভাৱ। উজনি অসমৰ মটক ৰাজ্য আদি প্ৰাক্-আৰ্য্যসকলৰ অঞ্চলবোৰত ধৰ্ম্ম প্ৰচাৰ কৰিবৰ লগীয়া হোৱা বাবে সত্ৰ-স্থাপকসকলৰ দৃষ্টি হৈছিল উদাৰ ; ব্ৰাহ্মণ-কলিতাৰেপৰা আৰম্ভ কৰি সকলো মৰাণ-কৈৱৰ্ত্ত আদি ব্ৰাহ্মণ্য-ধৰ্ম্মৰ বহিৰ্ভূত লোক পৰ্য্যন্ত কৰি সমভাৱে এওঁলোকৰ শিষ্যৰূপে পৰিগণিত হৈছিল। গতিকে, শঙ্কৰ গুৰুৱে যাৰ বাবে ধৰ্ম্ম প্ৰচাৰ কৰিছিল, অসম ৰাজ্যৰ সেই জনসাধাৰণক লৈ বিশেষকৈ এই ছখনি সত্ৰ শক্তিশালী হৈ উঠিছিল। ৰজাঘৰীয়া সন্তোষ-অসন্তোষত পৰি দিহিং সত্ৰ আৰু মায়ামৰা সত্ৰৰ দেখাদেখিকৈয়ে কাজিয়া হৈছিলগৈ আৰু তৃতীয় মৰাণ-বিদ্ৰোহৰ সময়ত দিহিঙৰ ডাঙৰ গোসাঁই আৰু মায়ামৰীয়া গোসাঁই স্বয়ং যুদ্ধক্ষেত্ৰত নামিছিল।

বহুলা পল্ম আতা হ'ল কমলাবাৰী আৰু কমলাবাৰীৰ অধীন জবাবাৰী প্ৰমুখ্যে দহখন 'মধুপুৰীয়া সম্প্ৰদা'ৰ সত্ৰৰ মূল। বংশী-গোপালদেৱে কুৰুৱাবাহীত সত্ৰ পাতি থাকে। তেওঁৰপৰা মিশ্ৰদেৱ বা মিছিৰ গোসাঁইৰ কুৰুৱা-বাহী, নিৰঞ্জন পাঠকৰ আউনীআটি, লক্ষ্মীকান্তদেৱৰ গড়মূৰ, উজনিৰ 'চাৰি-সত্ৰীয়া'ৰ অন্তৰ্গত এই তিনি সত্ৰ হয়। বনমালীদেৱে থাপন কৰা দক্ষিণপাটো চাৰি সত্ৰৰ এখনি। চাৰি-সত্ৰীয়াসকলে আহোম ৰজা-ঘৰৰপৰা অপৰিমিত সন্মান আৰু ঐশ্বৰ্য্য লাভ কৰিছিল। যদুমণিদেৱৰ মাহৰা সত্ৰৰ ভক্ত-শিষ্যৰ বিভাগ হৈ হ'ল মাহৰা, আধাৰ, পতিয়ৰি, ডোখৰামুখীয়া। তাৰ পিছত মাহৰাৰপৰা এজন ওলাই গৈ ঘাৰমৰা সত্ৰ পাতে। পুৰুষোত্তম আৰু চতুৰ্ভুজ ঠাকুৰ দুয়ো মাধৱদেৱৰ দৰে বাৰজনকৈ ধৰ্ম্মাচাৰ্য্য পাতে। পুৰুষোত্তমে পতা এলেঙি সত্ৰৰ বাপুকৃষ্ণ, বেঙেনাআটিৰ মুৰাৰি, চুপহাৰ কৃষ্ণচৰণ আদি বাৰজনক 'বৰ বাৰে-জনীয়া' আৰু চতুৰ্ভুজে পতা বাৰজনক 'সৰু বাৰেজনীয়া' বোলা হয়। এইদৰেই শঙ্কৰদেৱৰ ধৰ্ম্ম-পৰিয়াল কোচবেহাৰৰ ভেলা, মধুপুৰ, দুৱা মধুপুৰ আদি পৰ্য্যন্ত অসম-কামৰূপ-বেহাৰত বিস্তৃত হৈ পৰে।

মধুপুৰীয়া সম্প্ৰদা

চাৰি-সত্ৰীয়া

বৰ আৰু সৰু বাৰজনীয়া

শঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত বৈষ্ণৱ ধৰ্ম্ম পালন কৰা এই সত্ৰসমূহৰ উপৰিও অসমত অ-শঙ্কৰী গোস্বামীসকলে প্ৰতিষ্ঠা কৰা অনুষ্ঠানৰ চমু বিৱৰণ[৩] এইখিনিতে সংযোগ কৰিব পৰা যায়। কলাবাৰী, তামোলবাৰী আৰু কঁছৰাতলী, এই-কেইখন চৈতন্যপন্থী সত্ৰ মহাপুৰুষীয়া সত্ৰসমূহৰ অনুকৰণত ( বঙালী আখ্ৰাৰ আৰ্হিত নহৈ ) আদি কালতে স্থাপিত হয়। নগাঁও অঞ্চলৰ মিছামৰা আৰু দৈপৰা এই শ্ৰেণীৰে সত্ৰ। মুকলিমূৰীয়া গোসাঁয়ে বিদেশত দীক্ষা গ্ৰহণ কৰি সাধকতা প্ৰকাশ কৰাত কিছু ব্ৰাহ্মণে তেওঁৰপৰা দীক্ষা লয়। কদ্ৰসিংহৰ দিনত

অ-শঙ্কৰী 'আগম মাৰ্গ'

আছি নদিয়াৰ কৃষ্ণৰাম ন্যায়বাগীশ ভট্টাচাৰ্য্য শিৱসিংহৰ দিনত থাপিত হৈ পৰ্ব্বতীয়া গোসাঁই বা ভট্টাচাৰ্য্য গোসাঁইৰূপে জনাজাত হয়। লক্ষ্মীসিংহৰ দিনত ৰামানন্দ আচাৰ্য্যই সত্ৰ পাতি পহুমৰীয়া বা ন গোসাঁই নামে অভিহিত হয়। পঁহুমৰীয়া গোসাঁইৰ তিনি পুত্ৰৰপৰা তিনিটা ঠাল বাঢ়ে—ক্ৰমে -বল্লভ -ধৰ আৰু -ঈশ্বৰ-যুক্ত, নামৰ গোসাঁইসকলৰ। পৰ্ব্বতীয়া গোসাঁইৰ লগতে অহা নাতি গোসাঁইৰপৰা পাণ্ডুনাথত এঘৰ গোসাঁয়ে পোনতে থিতাপি লয়। পৰ্ব্বতীয়া, নাতি আৰু পহুমৰীয়া গোসাঁইসকল ৰজা-ঘৰৰ গুৰু হয়। খ্ৰীষ্টীয় অষ্টাদশ শতিকাৰ আদি ভাগতে মণিপুৰৰ ৰজা গোপালসিংহই শ্ৰীহট্টৰ নৰসিংহ আখৰাৰপৰা সন্তদাস বাবাজী নামে এজন চৈতন্যপন্থী লোক আনি নিজ ৰাজ্যত বৈষ্ণব ধৰ্ম্ম প্ৰতিষ্ঠা কৰে।

অসম ৰাজ্যত ভক্তি আৰু ব্ৰাহ্মণ্য ধৰ্ম্ম

অসমৰ ৰাজনৈতিক সামাজিক বুৰঞ্জী অতি ঘনিষ্ঠভাৱে জড়িত। তাই-বংশীয় আহোম ৰজা-ডাঙৰীয়াসকলে পোনতে দেওধাই, মহন আৰু বাইলুং শ্ৰেণীৰ পুৰোহিত লৈ স্বজাতীয় ধৰ্ম্ম পালন কৰিছিল আৰু হিন্দু ধৰ্ম্মৰ প্ৰতি তেওঁলোকৰ মনোভাৱ আছিল উদাসীন-প্ৰকৃতিৰ। দেওধাই পণ্ডিতে ৰাজকাৰ্য্যতো পৰামৰ্শ যোগাইছিল। কালক্ৰমত ব্ৰাহ্মণ্য ধৰ্ম্ম ৰাজ-কাৰেঙত শিপাবলৈ ধৰিলে। স্বৰ্গদেৱসকলে নিজেই হিন্দু ধৰ্ম্ম গ্ৰহণ কৰিলে, ডা-ডাঙৰীয়াসকলো পিছ পৰি নাথাকিল। সময়ৰ সোঁতত এনে হ'ল, দেওধাই, মহন, বাইলুঙৰ ৰজা-ৰাজেৱাৰৰ ঘৰত মঙল চোৱাৰ বাহিৰে আন প্ৰসঙ্গত প্ৰায় স্থান নোহোৱাত পৰিল। জয়ধ্বজসিংহৰ দিনৰপৰা বৈষ্ণব গোসাঁইসকলে ৰজাঘৰীয়া সহায় প্ৰত্যক্ষভাৱে পাবলৈ ধৰিলে। লগে লগে বহুতো সত্ৰই ৰাজচ'ৰাৰ চাৰিকাৰে ঘূৰিবলৈ লাগিল—ৰজাঘৰীয়া থিতাপ আৰু সুবিধা বিচাৰি। ৰুদ্ৰসিংহই পৰ্ব্বতীয়া গোসাঁইক অসমত থাপি-সাজি আৰু শিৱসিংহই তেওঁতে শৰণ লৈ

অসমৰ বৈষ্ণৱ সম্প্ৰদায়ৰ মাজত এক অমিল-অজীণ সুৰ সুমালে। তাৰ ফলত ধৰ্ম্মনৈতিক, সামাজিক অসমত নানাৰূপ সংঘৰ্ষ ওলাল আৰু সেই সংঘৰ্ষই প্ৰলয়ঙ্কৰী ৰূপ ল'লে। ৰাজধানীত গোসাঁই-মহন্তসকলৰ মৰ্য্যাদা ৰাজ্য-শাসন-সম্বন্ধীয় ৰাজনীতিৰ অন্তৰঙ্গ বিশেষ বিষয় এটা হৈ পৰিল ; গোসাঁইঘৰীয়া বৰুৱা বা সত্ৰীয়া ফুকন এজন লৈ নতুন এটা শাসনবিভাগকে সৃষ্টি কৰিব লগীয়া হ'ল। সত্ৰ-সমূহত অধিকাৰ গোস্বামীৰ অভিষেকৰ সময়তো এজন ফুকন বা বৰুৱা গৈ ৰাজ-আজ্ঞা শুনাব লাগিছিল। চ'ৰাত বহোঁতে আউনীআটি, দক্ষিণপাট, গড়মূৰ, কুৰুৱাবাহী, এই চাৰি সত্ৰৰ হ'ল পহিলা শাৰী। সেই শাৰীৰ মূধলৈ বহে চাৰি-সত্ৰীয়াৰ 'নায়েব'-ৰূপে দিফলু, সৰু গড়মূৰ, ফুটুকীচাপৰি। শলগুৰি, দিহিং, বেঙেনাআটিৰ হ'ল এশাৰী ; মৰাণ-বিদ্ৰোহৰ আগতে মায়ামৰা সত্ৰয়ো এই শাৰী পূৰাইছিল। বৰ বাৰেজনীয়া, এলেঙি, লেটুৰগাওঁ, চুপহা, কৈচুঙীয়া মহন্ত আদিৰ ঠাই তাৰ পিছতে। তাৰ পিছত আকৌ হেমাৰবৰি, সুৰকটা, আঁহতগুৰি, কৰতিপাৰ আদিৰ থান। মধুপুৰীয়া সত্ৰসকলৰ মাজত কমলাবাৰী আদিতে বহে। এইদৰে গোসাঁই-মহন্তসকলৰ থান-মান, চাল-চলনৰ নীতি ৰাজনীতিৰ ভিতৰত পৰিল। ৰজা আৰু ক্ষমতাশালী ডাঙৰীয়াসকলে নিজ নিজ গুৰুক আগ শাৰীত বহুৱাবলৈ যত্ন কৰিছিল। ৰুদ্ৰসিংহৰ দিনত বুঢ়াগোহাঁই, বৰগোহাঁই, পৰ্ব্বতীয়া কুঁৱৰী বাৰেঘৰ মহন্তৰ শিষ্য হৈ সেই মহন্তক কৰতিপাৰৰ মহন্তৰ আগত বহুৱাইছিল।

বামুণৰ ঘৰত ডাঙৰ-দীঘল হোৱা বামুণীকোঁৱৰ চুডাং (১০২৯-৩৮ শক) সিংহাসনত উঠাৰ লগে লগে লক্ষ্মীনাৰায়ণ শালগ্ৰামে কাৰেঙত চোমদেউৰে শাৰী পূৰালে, হিন্দু ধৰ্ম্মৰ বীজ প্ৰথম আহোম ৰজাৰ ঘৰত সোমাল।

চুখামূফা খোৱা ৰজাৰ (১৪৭১-১৫৩৩) দিনত শঙ্কৰ-মাধৱৰ মহাপুৰুষীয়া ধৰ্ম্ম জন-সাধাৰণৰ মাজত বৰকৈ বিয়পে। ৰজায়ো

নতুন ধৰ্ম্মাৱলম্বী লোকক কোনো অত্যাচাৰ কৰা নাছিল। এওঁৰ দিনতে নাৰায়ণপুৰৰ বিষ্ণুবালিকুচিত শঙ্কৰদেৱৰ সমন্ধীয়া আৰু ভৱানীপুৰীয়া গোপালৰ শিষ্য ভুঞাৰ পো অনিৰুদ্ধদেৱে ( জন্ম ১৪৭৫ শক ) ১৫২৩ শকত নাহৰআটিত মায়ামৰা সত্ৰ পাতে ; অনিৰুদ্ধৰ পৰম মিত্ৰ যদুমণি বৰ আতায়ো বাঁহবাৰীত সত্ৰ পাতি থাকে।

চুথাম্‌ফা খোৰা ৰজাৰ দিনত

চুচেংফা প্ৰতাপসিংহ বুঢ়া ৰজাৰ (১৫৩৩-৭১) দিনত মহাপুৰুষীয়া ধৰ্ম্ম দেশত বিশেষকৈ ব্যাপ্ত হ'ল। বুৰঞ্জীত আছে, মুকুন্দ নামে গোসাঁয়ে বিধি এৰি নামত ধৰা বাবে তেওঁক বধ কৰা হয়। বংশীগোপালদেৱে হাবিয়ে হাবিয়ে পলাই ফুৰিছিল ভয়ত। বুঢ়া ৰজাই স্বপ্ন দেখি বিচৰাই আনি দেউগোপালক কুৰুৱাবাহীত মঠ-মণ্ডপ কৰাই থাপিলে। দেউগোপালৰ মৃত্যুত তেওঁৰ ধৰ্ম্মপুত্ৰ মিশ্ৰদেৱ বা মিছিৰ গোসাঁই সত্ৰাধিকাৰ হ'ল। স্বৰ্গমহাৰাজৰ দুই পুত্ৰই তেওঁৰ শিষ্য হৈ কুৰুৱাবাহীত ডাঙৰ সত্ৰ কৰি তেওঁক পাতিলে। পিছে সতাই নামে এক খেদা-খোৱা ভকতে ৰজাৰ ওচৰত লগালেগৈ, মিশ্ৰ গোসাঁয়ে ৰজাৰ খিতাপ ল'বলৈ ধৰিছে। চাওডাং দোলাকাষৰীয়া গৈ তয়নাৎ কৰিলে। গোসাঁইক বধ কৰা হ'ল। বুঢ়া ৰজাৰ দিনতে কৃষ্ণানন্দ মায়ামৰীয়া গোসাঁইৰ শিষ্য লাকু বৰপাত্ৰ, গুইমেলা সোলা বৰগোহাঁই, এজন নেওগ ফুকন আৰু আন এজন মৰাণ বিষয়াই গুৰুৰ বাহিৰে ৰজাকো মূৰ দোঁৱাই সেৱা নকৰোঁ বোলাত ঘোঁৰাত তুলি, ধেঁাৰা চেকুৰাবলৈ দি মূৰৰ সমানে হেংদান পতাই শিৰশ্ছেদ কৰায়।

প্ৰতাপসিংহৰ দিনত

মায়ামৰা সত্ৰৰ গোসাঁইসকলৰ বংশাৱলীমতে চুৰম্‌ফা ভগা ৰজাই ( ১৫৭১-৭৪ ) বেজদলৈৰ ঘৰৰ ভণ্ডাৰী বৰুৱাৰ লগনীয়া কথাত চতুৰ্থ মায়ামৰীয়া গোসাঁই নিত্যানন্দদেৱক চাওডাং বৰুৱাৰ খাণ্ডাধাৰীৰ হতুৱা কুঁজিবালিত বধ কৰায়।[৫] মণিৰাম দেৱানৰ

মতে ১৬২৩ শকত গদাধৰসিংহৰ বছৰেকীয়া শ্ৰাদ্ধৰ দিনত কদ্ৰ-সিংহই সকলো মহন্তক চপাই হৰি-সেৱা কৰা সময়তহে নিত্যা-নন্দক বধ কৰা হয়। নিত্যানন্দৰ মায়ামৰা সত্ৰৰ অধিকাৰ আছিল ১৫৬৬-ৰপৰা ১৫৭২ শকলৈকে। গতিকে ভগা বজাৰ দিনতে তেওঁক হত্যা কৰোঁৱাটো সত্য হয়। নিত্যানন্দই এনে অহঙ্কাৰ কৰিছিল বোলে আউনীআটি, দক্ষিণপাট আদিৰ "এইবোৰ মহাজন মোৰ কটাক্ষ ফুঁইতে উৰি যাব ; মই তুংখুঙীয়া ঘৰেৰেহে সমান।" এই কথাই মায়ামৰীয়া গোসাঁইৰ আৰ্থিক প্ৰতিপত্তি আৰু বজাৰ তুল্য জন-বলৰ কথা প্ৰকাশ কৰে। এওঁক মৰা হ'লত মায়ামৰীয়া ভকতসকলে কাথপাৰত গোটখাই কক্ষা বান্ধিলে, "মাৰি যাওঁ, মৰি যাওঁ, গুৰুৰ ঋণ শুজি যাওঁ।"

চুবফা ভগা বজাৰ দিনত মহন্ত বধ

চুতামলা জয়ধ্বজসিংহই (১৫৭৫-৮৫) কুকুৰাবাহীৰ মিশ্ৰ গোসাঁইক মৰা কথাৰ ভু পাই তেওঁৰ পুত্ৰক সত্ৰাধিকাৰ কৰি শৰণ ল'ব খোজে। মিশ্ৰ গোসাঁইৰ পত্নীয়ে ভয় কৰি নিজ পুত্ৰক নপঠাই সত্ৰৰ পাঠক নিৰঞ্জনদেউক পঠালে। বজাই তেওঁতে শৰণ ল'লে আৰু ১৫৭৫ শকত ভূমি-জমি, দেউৰী-ভাগৱতী, যোগনীয়া-সমগ্ৰীয়া দি মাজুলীত বনৰীয়া আউনী পাণৰ আটি কাটি আউনীআটি সত্ৰ পাতি দিলে 'প্ৰথম নম্বৰী সত্ৰ' কৰি।[৬] মায়ামৰীয়া গোসাঁইৰ বংশাৱলীমতে জয়ধ্বজে মায়ামৰীয়া গোসাঁইত শৰণ ল'ব খুজিছিল ; কিন্তু গোসাঁয়ে "বজোগুণীয়া" কুকুৰাবাহীত শৰণ ল'বলৈ উপদেশ দি নিজে ধৰ্ম্ম নিদিলে। এইজনা বজাই অনেক বামুণ-মহন্তৰ বৃত্তি বিধান কৰে। শঙ্কৰদেৱৰ নাতিৰ জীয়ৰীৰ সন্তানসকল কামৰূপত আৰু ভাটীত আছিল। এওঁলোকক জয়ধ্বজে অনাই অনেক বৃত্তি দান কৰে। 'শৰণীয়া বজা' জয়ধ্বজে বেহাৰৰ প্ৰাণ-নাৰায়ণৰ দেশৰপৰা বংশীগোপালৰ শিষ্য বনমালী গোসাঁইক

জয়ধ্বজসিংহৰ শৰণ

(জন্ম ১৪৯৮ শক, মৃত্যু ১৬০৫ শক, আহিন, শুক্লা সপ্তমী) আনি পোনতে কলিয়াবৰৰ জখলাবন্ধাত "৺দেৱৰ সত্ৰ কলিয়াবৰ" নামে সত্ৰ আৰু পিছত মাজুলীৰ আঁহতগুৰিৰ জতকৰাত সত্ৰ পাতি থোৱাইছিল। ইয়াৰ পিছত এইজনা ৰজায়ে ব্ৰহ্মপুত্ৰৰ দক্ষিণে ধাঙলী বাহৰত দক্ষিণপাট (বৈকুণ্ঠপুৰ) সত্ৰ পাতি বনমালীদেৱক বহুৱায়।"

চুহুংফা উদয়াদিত্য ৰজাই (১৫৯২-৯৪) চামগুৰীয়া আতাত শৰণ লয়। পিছে, এইজন ৰজা বৃন্দাবনৰ গোকুলপুৰীয়া সন্ন্যাসী এজনৰ পাকত বৰ বেছিকৈ পৰে আৰু সন্ন্যাসীক গড়গাঁও নগৰৰ চুণপোৱা দুৱাৰত সত্ৰ দি থয়। এইজনা সন্ন্যাসীতে লাইথেপেনা বৰগোহাঁই, বুঢ়াগোহাঁই আদিও শৰণাপন্ন হয়। তেওঁৰ ওচৰত বাৰজন ঠাকুৰীয়া মহন্তকো শৰণ লগাবলৈ যত্ন কৰাৰ ফলত মকাজানৰ সেৱক লুখুৰাসনীয়া ডেবেৰাই উদয়াদিত্যক চক্ৰান্ত কৰি বধ কৰে।[৮] এইদৰে অসম-বুৰঞ্জীৰ পাতত আমি আৰু দেখা পাম, যেতিয়াই ৰজাসকলে বাহিৰৰপৰা গুৰু আনি শৰণ লয়, তেতিয়াই ৰজা আৰু প্ৰজাৰ বিভেদ-সৃষ্টিৰ উপক্ৰম হয়। অসম বুৰঞ্জীমতে বামধ্বজসিংহ ৰজাই নবোৱা ঠাকুৰত আশা ভৰসা কৰি গজপুৰত সত্ৰ বান্ধি দিয়ায়; আৰু চুজিন্‌ফা দিহিঙীয়া ৰজা আৰু আতন বুঢ়াগোহাঁই ম'ৰামৰাৰ (দিহিং চেঁচা সত্ৰৰ শাখা) সেৱক আছিল।

উদয়াদিত্য আৰু গোকুলপুৰীয়া সন্ন্যাসী

চুলিক্‌ফা ল'ৰা ৰজাৰ (১৬০১-০৩) ৰাজত্বৰ শেষলৈকে ৰজা আৰু ডাঙৰীয়াসকলে ব্ৰাহ্মণ্য বা বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ আৰু পালন কৰিলেও ধৰ্ম্ম-প্ৰচাৰক আৰু পুৰোহিতসকলে ৰাজ-কাৰ্য্যৰ ওপৰত হেতা-ওপৰা কৰিবলৈ নাপাইছিল। চুলিক্‌ফা ল'ৰা ৰজা আৰু তাটীৰ গুৱাহাটীৰ বৰফুকন বন্দৰ আছিল দক্ষিণপাটৰ সেৱক। এই আপাহতে বনমালীদেৱে ৰজা ভঙা-পতা কামত হাত

ল'ৰা ৰজা; ৰাজ-কাৰ্য্যত বনমালী-দেৱৰ হস্তক্ষেপ

দিবলৈ যত্ন কৰা দেখা যায়। নিজ শিষ্য ল'বা ৰজাক পাটত ৰাখিবলৈ তেওঁ অনেকক খাটনি ধৰিছিল; আন কি বন্দৰ বৰফুকনে সেই খাটনি নৰখাত তেওঁক গোসাঁয়ে অভিসম্পাত দিছিল। চুপাৎফা গদাধৰসিংহই ( ১৬০৩-১৭ ) কোঁৱৰালী কালত চুলিকফাৰ ভয়ত দেশান্তৰী হৈ ফুৰোঁতে দক্ষিণপাটৰ চোট বনমালী বাপুৰপৰা সহায় নাপাইছিল; আনফালে আউনীআটি প্ৰমুখ্যে সত্ৰসমূহৰ ঐশ্বৰ্য্য-শক্তি দেখা পাই আহিছিল। পাটত উঠি তেওঁ আউনীআটি, দক্ষিণপাট আদি সত্ৰক লণ্ডভণ্ড কৰে, ঠাকুৰীয়া মেধি কেইবাগৰাকীকো বধ কৰায়। এই সময়তে ৰঙাচৰণ ভণ্ডাৰী বৰুৱাই বহুতো উপদ্ৰৱ কৰে-গোসাঁই-ভকতক। শঙ্কৰ-মাধৱ আদিৰ আজ্ঞাপৰ সত্ৰৰ বাহিৰেও বহুতো সত্ৰ এই সময়ত নতুনকৈ উদ্ভৱ হৈছিল। "বিশেষ দেশত আলি পুখুৰী ইত্যাদি কৰাবলৈ ধৰাত পাইকৰো সংখ্যা বড় কম পালে। অনেকেই মহাজন বা ভকত বুলি কাৰ্য্য নকৰিলে। এইবিলাক কাৰণত থাকি অনেক মহন্তক স্বৰ্গদেৱে ( নামৰূপ ) চেউনী-বচা আদি ঠায়ে ঠায়ে দূৰৈকৈ পাতিলে আৰু অনেক মহাজনে কোৰ লৈ আলিৰ বন কৰিব লগা হইছিল।" এই সময়তে মহন্ত হোৱা অনেক ব্ৰাহ্মণ দেশ এৰি বিদেশলৈ গ'ল। ৰাজশাহী জিলাৰ বড়ল নৈৰ ওচৰত এনে 'কামৰূপী বৈদিক'ৰ সন্তানসকল আছে।[৯] ৰজাঘৰীয়া শাস্তি অনেক ক্ষেত্ৰত অনাহকতে, বিশেষকৈ ভৱানীপুৰীয়া গোপাল আতাৰ পন্থীসকলে ভোগ কৰিব লগীয়া হৈছিল। গদাধৰে এইদৰে বৈষ্ণৱসকলক নিপীড়ন কৰিলেও আৰু হিন্দু-ধৰ্ম্ম-বৰ্জ্জিত আহাৰ ভক্ষণ কৰিলেও তিতবি তেওঁ শাক্ত ধৰ্ম্ম পালন কৰিছিল।[১০] পলায়ন-কালত অলপ দিন আশ্ৰয় পোৱা বাবে গদাধৰে জৰাবাৰী সত্ৰক ( তেতিয়া দিহিঙৰ পাৰত ) মাটি-বৃত্তি দিছিল বুলি বৰ্ত্তমান সত্ৰাধিকাৰে কয়।

গদাধৰসিংহৰ মহন্ত-নিৰ্য্যাতন

চুখাংফা ৰুদ্ৰসিংহ ( ১৬১৭-৩৬ ) পাটত উঠিয়ে পিতৃয়েকৰ

স্বপ্নাদেশ পাই সমস্তে মহাজনসকলক আনি স্বস্থানত থাপিলেহি;

কদ্ৰসিংহৰ ৰাজত্বত শাক্ত প্ৰভাৱ

জয়সাগৰ পুখুৰী খনাই জয়দ'ল উছৰ্গি বিষ্ণু আদি মূৰ্ত্তি সংস্থাপন কৰিলে; ৰৰসভা, হৰি-কীৰ্ত্তনাদি কৰালে, খাওণ্ড-বৈৰাগী নিয়োগ কৰি নদিয়া শান্তিপুৰৰ ওচৰৰ শিমলা মালিপোতা গ্ৰামৰপৰা টিঙ্গৰামৰা ভট্টাচাৰ্য্য গোসাঁই কৃষ্ণৰাম দেৱশৰ্ম্মাক অনাই শৰণ ল'বৰ দিহা কৰিছিল। এইজনা স্বৰ্গদেৱে শূদ্ৰ হৈ ব্ৰাহ্মণক শৰণ লগোৱা অপৰাধত ভৱানীপুৰীয়া গোপালৰ পৰিনাতি ৰমানন্দ আদিক নানা লটিঘটি কৰে।[১১] কোনোৱে কয় যে কদ্ৰসিংহই আউনীআটি গোসাঁইক দীক্ষা-গুৰু ৰূপে লৈছিল। কিন্তু পিছলৈ কদ্ৰসিংহ শাক্ত ধৰ্ম্মৰ পৃষ্ঠপোষক হৈ পৰিল। তেওঁৰ পুত্ৰসকল এজন এজনকৈ ৰাজপাটত উঠে—শিৱ, প্ৰমত্ত, ৰাজেশ্বৰ আৰু লক্ষ্মীসিংহ; তাৰ পিছত তেওঁৰ নাতিয়েক গৌৰীনাথসিংহ ৰজা হয়। এওঁলোক সকলোৱেই ঘোৰ শাক্ত আছিল। গদাধৰসিংহই চেউনী-বচাত বহুওৱা মহন্ত আৰু আনো অনেক মহন্তক কদ্ৰসিংহৰ দিনতে মাজুলীত নি পতা হয়। এই সময়তে অনেকজন মহন্ত মহন্তৰ শাৰীৰপৰা আঁতৰি বৰা-শইকীয়া আদি হ'ল। কদ্ৰসিংহৰ দিনত অসমীয়া সংস্কৃতিয়েও বহুতোখিনি বোল সলাইছিল। তেতিয়াৰপৰা গীত-মাত, সুৰ-সঞ্চাৰ, বাদ্য-নৃত্য আদিত বাহিৰৰ প্ৰভাৱ বেছিকৈ সোমাল। পাখোৱাজ (ঢোলক) বাদ্য এই সময়তে সত্ৰে-সভায় সোমায়। দুৰ্গোৎসৱ পালন এই সময়ৰেপৰা বিশেষতে ডা-ডাঙৰীয়া-সকলৰ মাজত প্ৰবল হ'ল। বৈষ্ণৱ গোসাঁইসকলৰ ভিতৰতো অনেকেই ৰাজানুগ্ৰহ বিচৰা বাবে বৈষ্ণৱ সত্ৰত শাক্ত প্ৰভাৱ বিয়পিল।

চুতন্‌ফা শিৱসিংহই (১৬৩৬-৬৬) ১৪৬০ শকত পিতৃৰ আনীত কৃষ্ণৰাম ভট্টাচাৰ্য্যক গুৰু লয় আৰু গাঁও-ভূঁই ব্ৰহ্মোত্তৰ কৰি দি কামাখ্যা-নীলাচলত থাপনা কৰে। সেই বাবে ভট্টাচাৰ্য্যৰ নাম হ'ল পৰ্ব্বতীয়া গোসাঁই। এইজনা ৰজাৰ দিনতে ৰৰপেটা সত্ৰৰ

বাপুসকলক বৃত্তি দান কৰা হয়। ৰজাই ভট্টাচাৰ্য্য গোসাঁইৰ শিষ্য হৈ গোসাঁইৰ উপাস্য গোসানীৰ মন্ত্ৰ গ্ৰহণ কৰি পূজা-সেৱাতে দিনৰ সৰহখিনি সময় কটাইছিল। তেওঁ আছিল বৰ ধৰ্ম্ম-ভীৰু। জ্যোতিষীয়া

শিৱসিংহ আৰু বৰৰজা ফুলেশ্বৰী

পণ্ডিতে তেওঁৰ ছত্ৰ-ভঙ্গ যোগ পৰিছে বুলি কোৱাতে তেওঁ পৰ্ব্বতীয়া গোসাঁই আদিৰ মন্ত্ৰণাত চিনাতলীয়া নটৰ জীয়ৰী ফুলমতী কুঁৱৰী ফুলেশ্বৰীক ছত্ৰ-হস্তী দি 'বৰৰজা' পাতিলে। ফুলেশ্বৰীয়ে গোপাল আতাৰ পন্থৰ "ঠাকুৰীয়া মহাজনসকলক আনি আউনীআটি, গড়মূৰত সেৱা কৰাই শ্ৰীমূৰ্ত্তি, ভাগৱত, শালগ্ৰাম, দেউৰী, ভাগৱতী দি পূজা-সেৱা কৰিব দিলে।" বৰৰজাই মায়ামৰা মহন্তকে আদি কৰি কিছু মহন্তক বলেৰে দুৰ্গা-মূৰ্ত্তি সেৱা কৰায় আৰু সেন্দুৰ, ৰঙা চন্দন আৰু বলিৰ তেজেৰে ফোঁট দিয়ালে। মায়ামৰীয়া মহন্তয়ে এই কথাত আটাইতকৈ বিষমৰূপে বেজাৰ পালে; শিষ্যসকলক কথাটো কোৱাত সকলো জঁকি উঠিল আৰু বুদ্ধিস্বৰ্গ-

মায়ামৰীয়া মহন্তৰ নিগ্ৰহ

নাৰায়ণৰ আমোলৰ নিত্যানন্দদেৱৰ হত্যাৰ কথা সুঁৱৰিলে। মায়ামৰীয়া সত্ৰৰ বংশাৱলীমতে বৰৰজাই চতুৰ্ভুজ গোসাঁইক কটাবলৈকে ওলাইছিল; পৰ্ব্বতীয়া গোসাঁইৰ হাক শুনিহে নকটাকৈ থাকিল। শিৱসিংহৰ দিনতে ব্ৰাহ্মণ্য ধৰ্ম্ম সম্পূৰ্ণৰূপে ৰজাৰ ধৰ্ম্ম হিছাপে নিগাজী হ'ল। সম্ভ্ৰান্ত আহোমসকলৰ মাজত অহিন্দু হৈ থকাটো বেয়া কথা বুলি গণ্য হ'বলৈ ধৰিলে। চোম-দেউৰ পূজা প্ৰকাৰান্তৰে ভেদ হৈ পৰিল।[১২] এতিয়াবেপৰা শাক্ত পূজা-সেৱা ৰজাঘৰত দেখা-দেখিকৈয়ে হোৱাত দেওধাই-বাইলুং-সকলে আপত্তি তুলিছিল; কিন্তু ৰজাঘৰত ব্ৰাহ্মণ্য প্ৰতিপত্তি বাঢ়িলহে, নকমিল।

চুৰম্ফা ৰাজেশ্বৰসিংহ (১৬৭৩-৯১) "সৰ্গদেও পৰ্য্যন্তেহে পৰ্ব্বতীয়া গোসাঁইৰ শিষ্য আছিলে; এইজনাৰ দিনতে পৰ্ব্বতীয়া

গোসাঁইৰ বংশহ নাতি গোসাঁই বুলি এঘৰ বৃত্তি-বিধানে সহিতে পৃথক হৈ পাণ্ডুনাথত ঘৰ লয়।"১৩ ৰাজেশ্বৰ নাতি গোসাঁই বংশৰ এঘৰৰ শিষ্য হ'ল। শিৱসিংহ, প্ৰমত্তসিংহ আৰু ৰাজেশ্বৰসিংহই বঙ্গদেশীয় আগমী পন্থ ল'লে;

ৰাজেশ্বৰসিংহ

মণিৰাম দেৱানৰ মতে "দেশ বিভ্ৰাটৰো মূদ্দ (মূল) অঙ্কুৰ এই।" প্ৰকৃত পক্ষে, এই হেতুকেই এই সময়ৰেপৰা ৰজা আৰু প্ৰজাৰ মাজত এক জোৰা নোখোৱা বৈষম্যৰ সৃষ্টি হ'ল। ৰজাৰ গুৰু প্ৰজাৰ গুৰু নহয়; ৰজাৰ আচৰণ প্ৰজাৰ আচৰণৰপৰা বেলেগ হ'ল। ডাঙৰীয়া অনেকেই ৰজাৰ গুৰুকে গুৰু ল'লে। আন অনেক ডা-ডাঙৰীয়া, ৰ্কা-ফুকন প্ৰজাৰ ধৰ্ম্মৰে ধৰ্ম্মী হৈ থাকিল। কিন্তু ৰজা-ধৰ্ম্ম আৰু

দেশ-বিভ্ৰাটৰ মূল অঙ্কুৰ

প্ৰজা-ধৰ্ম্মৰ বিভেদৰপৰাই দেশত উপপ্লৱ হ'বৰ সম্ভাৱনা নিৰূপিত হ'ল। প্ৰজাৰ ভিতৰি ভিতৰি উমাই থকা ক্ষোভ আৰু সৰু-বৰ বিষয়াসকলৰ মনৰ অমিলৰপৰা ৰাজ-শক্তি স্বভাৱতে দুৰ্ব্বল হ'বলৈ ধৰিলে। বকতিয়াল কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই ৰাজেশ্বৰসিংহলৈ মগলুকুঁৱৰী কুৰঙ্গ-নয়নীক বিয়া কৈ আনি ৰজাঘৰত তলচা লৈ বৰখুটা হৈ বহিল আৰু আপোনাৰ গুৰু দিহিঙৰ মহন্তক ডাঙৰ কৰি কথায়-কথায় মায়ামৰীয়া গোসাঁইক তুচ্ছ কৰিবলৈ ধৰিলে। এই কথাত বেজাৰ পাই মায়ামৰাৰ শিষ্য মৰাণসকলে বৰবৰুৱাক ধৰিবলৈ ছেগ চাই ফুৰিছিল; কিন্তু স্বৰ্গদেৱেৰে মায়ামৰীয়া গোসাঁইৰ বিশেষ ভাল ভাব থকাত ৰজাই ভয় পায় বুলি অষ্টভুজ গোসাঁয়ে একো কৰিবলৈ হাক দিলে। ইফালে ভকতৰ বল বুজিবলৈ ডেকা মহন্ত গাগিনী ডেকাই যোৰহাটৰ মালোত সত্ৰীয়া গাঁওবুঢ়াৰে মণিকূট কীৰ্ত্তনঘৰ কৰি বৰবেঁটি বান্ধিলে—কোৰোকানিৰ উত্তৰে আঠ লাখ ভকতে ১৬৯০ শকত। স্বৰ্গদেৱে ই কথাৰ ভু পাই মায়ামৰাৰ সমতুল দিহিঙৰ শিলিখাতলীয়া মহন্তক ভিতৰুৱালকৈ ল'লে, সদায় চাওঁলৈ

বজা-ধৰ্ম্ম প্ৰজা-ধৰ্ম্মৰ বিভেদ

আহিবলৈ অনুমতি দিলে।[১৪] মুঠতে, ৰাজেশ্বৰসিংহৰ দিনতে মায়ামৰীয়া বিপ্লৱৰ সকলো সমল সম্পূৰ্ণৰূপে সাজু হৈ ৰ'ল।

চুহেঁউফা লক্ষ্মীসিংহৰ ( ১৬৯১-১৭০১ ) গুৰু হ'বলৈ পৰ্ব্বতীয়া গোসাঁই ৰাজী নোহোৱাত তেওঁ ৰমানন্দ ভট্টাচাৰ্য্য নামে সৰু-কালৰ অধ্যাপকৰ ওচৰত শিৱ-মন্ত্ৰত দীক্ষিত হয়। লক্ষ্মীসিংহ ভট্টাচাৰ্য্যকে পছমৰীয়া বা,ন গোসাঁই বুলি লোকে জানে। লক্ষ্মীসিংহক নিৰ্ম্মালি দিবৰ সময়ত লগৰীয়া অনেক মহন্তই মায়ামৰীয়াক শাৰীত বহিবলৈ নিদিছিল। ৰামানন্দ ভট্টাচাৰ্য্য ৰজাৰ গুৰু হোৱাত তেওঁক যি মৰ্য্যাদা দিয়া হ'ল তাত আন আন মহন্তসকলে বৰ ভাল নাপালে। বিশেষকৈ মোৱামৰাৰ মহন্তে গৰ্ব্বালি বচন বোলাত ৰজা-ঘৰৰপৰা এক প্ৰকাৰে অসন্তোষৰ পাত্ৰ হ'ল। পিছত এদিন অষ্টভুজ মহন্তই এই বাবে স্বৰ্গদেৱত ক্ষমা খোজাত বকতিয়াল বৰবৰুৱাই অনেক বিদ্ৰূপ-বিতণ্ডা কৰিলে। এনেতে ১৬৯২ শকৰ আহিনত মৰাণ বিদ্ৰোহৰ সূত্ৰপাত বেয়া হাতী দিয়া বুলি অপৰাধ ধৰি কীৰ্ত্তিচন্দ্ৰই ৰাঘ' নেওগ আৰু খোৱা শইকীয়াক শাস্তি দিলে। এই ছেগতে উজনিয়াল মায়ামৰীয়াসকল বিদ্ৰোহৰ অভিপ্ৰায়েৰে দলবদ্ধ হ'ল। বুঢ়াগোসাঁয়ে কিন্তু ক'লে, ৰজা হ'বলৈ মন নেমেলি "ইন্দ্ৰবংশীয় তুঙ্গখুঙ্গীয়াৰ নীতিস্থ ভাল এজনা লৈ এই কাম কৰিবি।"

মৰাণ-বিপ্লৱ মায়ামৰীয়া ভকতসকলৰ ধৰ্ম্ম-যুদ্ধ—ক্ৰুছেড্, জেহাদ্। ইয়াৰ মূলতে বহুত কথা থাকিলেও ভূঞাৰ পো অনিৰুদ্ধৰ বংশধৰসকলকৰ উগ্ৰ বিপ্লৱী, অনন্যশৰণ, মৰাণৰ ধৰ্ম্মযুদ্ধ ৰাজসিক-সুখ-বিমুখী ধৰ্ম্মৰ প্ৰতি ৰাজশক্তিৰ তাচ্ছিল্য ভৰা কটাক্ষই ঘাই কাৰণ। মায়ামৰা গোসাঁইৰ অতুল শক্তি-ঐশ্বৰ্য্য—ভুলি পাতি যি সোণ-ৰূপ থৱ, ৰজা এঘৰ সমবিতে অসম ৰাজ্যৰ অৰ্দ্ধেক যাৰ শিষ্য, দহ-বাৰ হেজাৰ ভকত আৰু দহ-বাৰখন খাট যাৰ। ৰাজপাটৰপৰা বঞ্চিত মোহনমালা ৰৰজনা

গোসাঁইক নিমিত্তমাত্র কৰি আগত লৈ মৰাণে দেশ জয় কৰিলে; কিন্তু লক্ষ্মীসিংহক বন্দী কৰি মোহনমালাক মাৰি মৰাণৰে হ'ল ৰজা—বুঢ়াগোসাঁইৰ ইচ্ছাৰ বিৰুদ্ধে। বুঢ়া-বিষয়া আদি পদ-চ্যুত কৰাৰ উপৰিও ৰজানুগ্ৰহত ডাঙৰ হোৱা সত্ৰসমূহৰ ওপৰত মায়ামৰীয়াই উপদ্ৰৱ আৰম্ভ কৰিলে। আউনীআটি-দক্ষিণপাটৰ গোসাঁইৰপৰা চাৰি হেজাৰ, গড়মূৰ-কুৰুৱাবাহীৰপৰা দুহেজাৰকৈ আৰু অন্য সকলৰপৰা যথাবিভৱ হেজাৰ, শ দৰে ধন ল'লে; মহন্ত-সকলক জানুপাত, প্ৰণতি প্ৰভৃতি গৰ্হিত কাম কৰালে; প্ৰণামৰ অন্তত সৰাকে জয়হৰি, গয়াপাণি, সাৰঙ্গপাণি আদি নাম দি গাঁওবুঢ়া পাতি খেদি দিলে; বামুণৰ বৈদিক কৰ্ম্ম ত্যাগ কৰালে।

ৰজাঘৰীয়া লোকে ৰাঘ'ক মাৰিলত লক্ষ্মীসিংহই পুনৰ দেশ ল'লে, মায়ামৰীয়া খুটিয়াপোতা সত্ৰ উছন কৰি সপুত্ৰ-বান্ধৱে অষ্টভুজ গোসাঁইক মাৰিলে। "মটকৰ সংসৰ্গী লোকক দেশে দেশে প্ৰায়শ্চিত্ত মহাজনৰ সত্ৰসকলত কৰাব দিলে।"

গৌৰীনাথসিংহ (১৭০২-১৭) পহুমৰীয়া গোসাঁইৰ পুত্ৰ মধ্যম-জনাৰ শিষ্য হ'ল। এঠাইত কাটিলে সাত ঠাইত গজা মৰাণে

গৌৰীনাথসিংহ—দ্বিতীয় মৰাণ-বিদ্ৰোহ

দ্বিতীয়বাৰ বিদ্ৰোহৰ পতাকা তুলিলে। এইবাৰ বিদ্ৰোহত মায়ামৰীয়াই ন গোসাঁইৰ ঘৰত জুই দিলে, জয়সাগৰৰ পাৰত থকা পৰ্ব্বতীয়া গোসাঁইক বেয়াকৈ গিল শোধালে। বিদ্ৰোহ দমাই ৰজাৰ 'বিহ-বাঁহৰ কঠীয়া' মায়ামৰীয়া-শিষ্য ভকতমাত্ৰকে পোৱা মাত্ৰে বধ কৰিবলৈ ৰাজ্যত আদেশ প্ৰচাৰ কৰিলে। "দেশ সমানে এফাল উৰাৰ হ'ল, তাৰেপৰা দেশ লঘু হ'ল। মেলে মেলে পাইকো ডাগিয়ে ডাগিয়ে পাইকো অৰ্দ্ধখানি হ'ল। হাবিৰ মটক এটা ধৰি আনিলে ধৰি অনাতে বোলে—কুটুম্ব মোক আনিলে। এই বুলিলে তাৰ লগৰ যি দহ-ৰাবেটা থাকে সকলো ওলাই আহি মৰেহি, এই ক্ৰমেও অনেক মৰিল।" কোনোৱে "ৰজা ডকলাত

পশি ৰাখিল শৰীৰ।" তিনি পথৰ মূৰত ৰজাই মৰাণ-বধ-বন্ধৰ হুকুম দিলে; কিন্তু ছমাহ পৰ্য্যন্ত এই ধ্বংস-লীলা চলিল।[১৫]

ৰজাৰ ধৰ্ম্ম আৰু প্ৰজাৰ ধৰ্ম্মৰ সংঘাতত অসম দেশত এই দাবানল জ্বলি উঠিছিল। ৰজাই গাৰ বলেৰে প্ৰজাক দমন কৰিবলৈ চেষ্টা কৰিলে; ধৰ্ম্মৰ অৰ্থে প্ৰাণ দিওঁতা বিদ্ৰোহীসকলেও আদি কক্ষা "মাৰি যাওঁ, মৰি যাওঁ, গুৰুৰ ঋণ শুজি যাওঁ" আগ কৰি মৃত্যুৰ পথলৈহে আগ বাঢ়িল। এতিয়া ৰজাৰ গোসাঁয়েই দেশত সৰ্ব্বেসৰ্ব্বা 'ৰাজাধিৰাজ' হ'ল; তেৱেঁই সকলো বিষয়া পাতিব পৰা হ'ল। ৰুদ্ৰসিংহৰ দিনৰেপৰা পৰ্ব্বতীয়া গোসাঁই জয়সাগৰৰ পাৰত আছিল; পহুমৰীয়া গোসাঁয়ে ৰজাক কৈ বুদ্ধিৰে তাৰপৰা আঁতৰালে; মুকলিমূৰীয়া গোসাঁইকো ৰজাত কৈ খেদালে। গৌৰীনাথৰ দিনতে যেতিয়া মৰাণে তৃতীয়বাৰ মূৰ দাঙি দেশত ঘমঘণ্ট লগালে, দক্ষিণপটীয়া বিষ্ণুদেৱ গোসাঁই পুৰুষে ক'লে, "ন গোসাঞিএ খালে⋯ ⋯; ই দেশ নৰয়, উছন হ'ব, আমিবা মৰোঁ ক'ত!"[১৬] মায়ামৰীয়াৰ চৈধ্য বছৰ গোসাঁই নথকাত ৰজাঘৰৰপৰাই অনিৰুদ্ধদেৱৰ পুত্ৰ সকঞ্জনাৰ ফালৰ পৰিনাতি পীতাম্বৰচন্দ্ৰদেৱক দক্ষিণপাটৰ নামে অগ্নি-চাপৰিত নামঘৰ-মণিকূট সজাই মহাজন পাতি দিছিল আউনী-আটিৰপৰা মূৰ্ত্তি, পূজাৰি ব্ৰাহ্মণ, পুৰোহিত দি।[১৭] এইবাৰ উত্তৰ-পৰীয়া মৰাণে আউনীআটি, গড়মূৰ, দক্ষিণপাটৰ সত্ৰ-গোসাঁই-ভকতৰ বিলৈ কৰি পীতাম্বৰ গোসাঁইকে কেন্দ্ৰ কৰি ৰংপুৰত ৰণ দিলে। "মোৱামৰা, দিহিং সমান সত্ৰ, সি পাৰে, তুমি নোৱাৰানে" বুলি ৰজাই দিহিঙৰ ৰৰজনা বাপক ৰণলৈ পঠালে। বাপেও বীৰৰ দৰে ৰণ কৰি প্ৰাণ এৰিলে। ৰজা-পাত্ৰ পলাল, লগত ন গোসাঁইক লৈ দিহিঙীয়া-মায়ামৰীয়াৰ ৰণ চলিল কিছু দিন। বিদ্ৰোহীসকল জয়ী হৈ ৰংপুৰত ৰজা পাতিলে গোসাঁইৰ ল'ৰা ভৰতসিংহক। শেহাস্তৰত ১৭১৫ শকত চ'তত মায়ামৰীয়া দমন কৰিবলৈ অৱতীৰ্ণ

হ'লহি গৱৰ্ণৰ-জেনেৰেল লৰ্ড কৰ্ণৱালিছৰ সৌজন্যত কাপ্তান ৱেল্‌ছৰ পল্টন। সোণৰ সঁফুৰা অসম দেশ ইতিমধ্যেই ছাৰখাৰ হৈছিল। কাপ্তান ৱেল্‌ছে দেশ ল'বৰ সময়ত হেনো দেশৰ প্ৰজা দহ অনা নষ্ট হৈ ছয় অনাহে মাত্ৰ আছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে দেশত পুনৰ থান-থিত লগালেও তিনিবাৰকৈ মানৰ আক্ৰমণ সহ্য কৰিবলৈ সেইখন দেশে শক্তি পায় ক'ৰপৰা? কিন্তু তিনিবাৰৰ বিদ্ৰোহ মথিমুৰ কৰা সত্বেও মোৱামৰীয়া 'বিহ-বাঁহৰ কঠীয়া' যে নাইকিয়া হ'ল, এনে নহয়; ৰাজ্যত প্ৰজাৰ অসন্তোষৰ বীজৰ জনি নমৰিল।

ঠায়ে ঠায়ে বামাচাৰী তান্ত্ৰিকসকলে বৈষ্ণৱ ধৰ্ম্মৰ নামত ব্যভিচাৰৰ বাট খিচাৰি পালে। গোপীধাৰা ভক্তি, ৰাতি-খোৱা সম্প্ৰদায় আদিৰ উদ্ভৱ হ'ল। কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ (১৭১৭-৩২) দিনত ১৭২৪ শকত ৰজা-দেৱক মাৰিবলৈ যি (ষড়যন্ত্ৰ) পানীমুৱাৰ বা ৰাতিয়াৰ 'খবৰ' ওলায়, সি এনে ব্যভিচাৰী ৰাতিয়া (অৰাতীয়া) সম্পদায়ৰ মাজতে পতা ষড়যন্ত্ৰ বুলি অভিযুক্ত হয়। 'শঙ্কৰে কহন্ত, মাধৱে পুছন্ত', এনে কথা থকা গুপ্তমণি, চিন্তামণি, অন্নাদিবিচাৰ, ৰহস্যামৃত আদি শঙ্কৰ-মাধৱৰ নামত চলোৱা পুথি কেইখনমানেই ৰাতিয়া-সকলৰ মূল শাস্ত্ৰ। পানীমুৱাকে কেন্দ্ৰ কৰি কিছুমান ৰাতিয়াই পূৰ্ণানন্দৰ প্ৰাণ-নাশ আৰু কমলেশ্বৰৰ ছত্ৰ-ভঙ্গৰ অৰ্থে এক ভজনা কৰোঁতেই বুঢ়াগোহাঁয়ে ধৰাই বধ কৰে।[১৮] ৰাতিয়ামতে প্ৰবৰ্ত্তা বুলি গোসাঁই-মহন্তক অভিযোগ কৰি শাস্তি দিয়া হৈছিল।

ৰাতিয়াৰ ষড়যন্ত্ৰ

শ্ৰীমন্ত শঙ্কৰৰ জন্মৰ পাঁচ শতাব্দী পূৰ হ'ল। ইয়াৰ ভিতৰতে অসমৰ ৰাজনৈতিক-সামাজিক বুৰঞ্জীৰ মূৰৰ ওপৰে কত ধুমুহা, চেঁচা আৰু তপত বতাহৰ প্ৰাণ-দাহী সোঁত পাৰ হৈ গৈছে; কিন্তু গুৰুজনাই যি সংস্কৃতিৰ বীজ দেশ জুৰি সিঁচিলে, সি আজিকোপতি জাতিৰ জীৱনৰ তলীলৈকে শিপাই তাক জীপ দি আছে।

আজিৰ কথা

# পৰিশিষ্ট ক—প্ৰসঙ্গীয়া টোকা

## প্ৰথম খণ্ড

১। ভাগৱত, ষষ্ঠ স্কন্ধ, ৫৫৩৪-৩৫, দশম স্কন্ধ, ১২৯০১-০২

২। 'গোয়ালপাড়া জেলার প্রাচীন পুঁথির বিবরণ'—অভয়চন্দ্র চক্রবর্ত্তী।

৩। গৌড়ৰ অৱস্থিতি আৰু বিস্তৃতি সম্বন্ধে সঠিক ধাৰণা কৰা টান। কাশ্মীৰৰ 'ৰাজতৰঙ্গিণী'ত পঞ্চগৌড়ৰ উল্লেখ আছে। কোনো কোনো গ্ৰন্থত বঙ্গদেশীয় গৌড়, সাৰস্বত দেশ (পূৰ্ব্ব পঞ্জাব), কান্যকুব্জ, মিথিলা আৰু উৎকল—এই পাঁচখন দেশক একত্ৰে পঞ্চগৌড় বোলা হৈছে।

৪। This title was often claimed by quite petty chiefs; and in the eighth and ninth centuries there were at times as many as six princelings in North Bengal all calling themselves Gaureswar simultaneously; Gaur was also the ancient name of part of the modern district Sylhet (Gait).

৫। ছাৰ হাৰ্ব্বাট বিছ্‌লিয়ে লিখিছে, যুক্তপ্ৰদেশৰ আৰু বিহাৰৰ ভূঁইহাৰ বা ভূমিহাৰসকল খেতি কৰাত জাত হেৰুৱা বামুণ বুলি প্ৰবাদ আছে। ছোটনাগপুৰৰ ভূমিজ উপজাতিৰ মুখিয়াল মানুহ কিছুমানে নিজকে ভূঁইহাৰ বুলি চিনাকি দিয়ে।

৬। অনিৰ্দ্দিষ্ট অৰ্থত 'বাৰ'—বাৰেমতৰা, বাৰবিলাত, ইত্যাদি।

৭। কোচবিহারের ইতিহাস, প্রথম খণ্ড, ২৭ পৃষ্ঠা।

৮। ছাৰ যদুনাথ সৰকাৰে বঙ্গৰ বাৰভূঞাসকলক সুবিধাবাদী পৰ-ৰাজ্য-হৰণকাৰী আখ্যা দিছে। তেওঁলোকে বঙ্গত আফগান ৰাজত্বৰ অন্তগমন আৰু মোগল সাম্ৰাজ্যৰ উদয়ৰ মাজৰ আন্ধাৰ কালছোৱাত মাত্ৰ খিলাপ কৰিছিল।

৯। কামৰূপৰ বুৰঞ্জী, ছেদ ৮, ১৫, ১৬৬-৬৮, ৰতিকান্ত দ্বিজ, ৰাজ-বংশাৱলী (অসমীয়া সাহিত্যৰ চানেকি)।

১০। বৰ্ত্তমান পুথিৰ ৮০-৮১ পিঠি চাওক।

১১। নকুলচন্দ্ৰ ভূঞা, আসামৰ বুৰঞ্জীৰ এক আখ্যা—বাৰভূঞা; আদি চৰিত—মাধৱদেৱ (?), তাৰকচন্দ্ৰ দাস প্ৰকাশিত, ১৯২৮।

১২। প্ৰাচীন কামৰূপৰ কায়স্থ সমাজৰ ইতিবৃত্ত, ২৭ পিঠি।

১৩। ৰঘুপতিৰ গোমথা বংশাৱলীত আছে ( *Social History of Kamarupa,* ii, pp. 32-33 ).

কনৌজ নগৰ ধাম শস্ত্ৰে শাস্ত্ৰে অনুপাম
বাৰভূঞা আছিল তথাত।
সবে হয়ে মহাতেজী ৰাজাৰ বিশ্বাসভাজী
অসি মসী উভয়ে লগত॥

১৪। Chariar, *Vaishnavite Reformers of India*; Raychaudhuri, *The Early History of the Vaishnava Sect*; গুলাবৰায়, হিন্দী সাহিত্য কা সুবোধ ইতিহাস।

১৫। কালিকা পুৰাণ; কামৰূপ-শাসনাৱলী; Dr. N. K. Bhattasali, "The Badganga Rock Inscription of Maharajadhiraja Bhutivarman", *J. A. R. S.*, VIII, 4; S. Barua, "Some Ancient Relics Found in North Lakhimpur", *J. A. R. S.*, III; (Dr.) B. K. Barua, "Early Vaisnavism in Kamrup", *J. A. R. S*, V.

## দ্বিতীয় খণ্ড

১। "এই সময় অসমৰ ৰাজা চুচেনফা ৰাজ-সিংহাসনত আছিল। হিন্দু নাম হোৱা নাছিল।" ( বৰদোৱা চৰিত )। এইজনা ৰজাদেৱে প্ৰকৃততে হিন্দু নাম পিছতো নলৈছিল। আহোম বুৰঞ্জীমতে চাওফা চুচেন ১৩৬০-ৰ পৰা ১৪১০ শকলৈকে ৰাজপাটত আছিল। কিন্তু 'অসম-বুৰঞ্জী'মতে ( ১৯৪৫ ) ১৩৭১ শকৰ পৰা ১৩৮১-লৈ বাৰ বছৰ, গুণাভিৰামৰ মতে চুচেন্‌ফাই ১৩৬১ শকত ৰাজপাটত উঠি ৪৯ বছৰ ৰাজ্য ভোগ কৰে।

২। "গুৰুজনে তাতে কাপ-কাঠি এৰিছে পয়াণৰ গত-শ্লোক লিখিছে: শ্ৰীশঙ্কৰঃ ক্ষিতি-ভুবন-গুণেন্দু-শাকে: আত্তোগমঞ্চ হৰিপদং খবিলাবিধুচক্ৰে (?)। ইতি। ১৪৯০" ( কথা-গুৰুচৰিত )॥

৩। ৰামচৰণ ( সাঁচিপতীয়া )। তৃতীয় শাৰীৰ পাঠান্তৰ—"তেৰ বছৰ মন্দ আৰু তৈল ছয় কৰি" বা "ৰবিৰেক মন্দ···।"

৪। 'অমূল্য ৰত্ন' পুথিত (১৭৬৮ শক) আছে—"কলিৰবে তিনি শত ৰবিষ প্ৰমাণ। সেইসময়ত যাৰে জন্মিলো হুৰিবি। তাত আসি তত্ত্ব ধৰ্ম কহিলো প্ৰকাশি॥"

৫। ৰামচৰণ ২০৫০, ভূষণ ১৫৬।

৬। বেজবৰুৱাই শঙ্কৰদেৱ গ্ৰন্থত বেলগুৰিত 'কম পক্ষেও ১০ বছৰ' ধৰিছে। ৰামচৰণে চৈধ্য বছৰৰ লেখ দিছে।

৭। বৰদোৱা চৰিত, ৩৪ অধ্যায়।

মহাপুৰুষসকলৰ ইহজীৱনৰ কাল ছকুৰি বছৰ হ'ব লাগে বুলি ভক্ত হিন্দু-সকলৰ এটি ধাৰণাই আছে যেন লাগে। দাক্ষিণাত্যৰ ৰামানুজাচাৰ্য্যও (১০১৭-১১৩৭ খ্ৰীঃ অঃ) সেইদৰে ছকুৰি বছৰ জীয়াই আছিল বুলি কোৱা হয়।

৮। He is said to have been born in 1449 and to have died in 1569. The latter date is probably correct so that the former must be about thirty or forty years too early.

৯। আজি কিছু বছৰ ধৰি হোৱা শঙ্কৰ-জন্মোৎসৱৰ ৰীতি অনুসৰি অসমত বহুল-প্ৰচলিত পি এম্ বাগ্‌চিৰ ডাইৰেক্টৰী পঞ্জিকাত ১৩৭১ শকৰপৰা শঙ্কৰাব্দৰ হিছাপ ধৰা হৈছে। ১৮৪৩ শকত বৰপেটাত আৰু ১৮৪৬ শকত গুৱাহাটীত পোনতে শঙ্কৰদেৱৰ জন্মোৎসৱ হয়। লক্ষ্মীনাথ বেজবৰুৱায়ো এই কাৰ্য্যত আনন্দ প্ৰকাশ কৰিছিল।

১০। বৰদোৱা চৰিত আৰু বেজবৰুৱাই শঙ্কৰৰ দহোটি নাম দিছে—শঙ্কৰ, গঙ্গাধৰ, মহাপুৰুষ, ভেকাগিৰী, অধিকাৰী, সন্ত, মহন্ত, আতা, গোমোস্তা, জগন্নাথ। অন্যমতে—অধিকাৰী, সন্ত, মহন্ত, গোমোস্তা আৰু জগন্নাথৰ পৰিবৰ্ত্তে—ইষ্টদেৱ, গুৰু, হৰি, গৃহস্থ আৰু আচাৰ্য্য।

ৰামানন্দই মাত্ৰ শঙ্কৰদেৱৰ জন্ম-মাহ ফাগুন ধৰিছে। ৰামানন্দৰ চৰিত সম্পৰ্কে দীননাথ বেজবৰুৱাই লিখিছিল, "তেওঁৰ দ্বাৰায় ৰচিত চৰিত্ৰ সম্পূৰ্ণ গ্ৰহণীয় নহয়। কাৰণ তাত বহুত যোৰা দিয়া মিছা কথা আছে।" জ্যোতিষৰ আৰ্য্যামতে শক, মাহ আৰু তাৰিখ লৈ গণনা কৰি চালে দেখা যায়, ১৩৭১ শকৰ কাতি সংক্ৰান্তি, অৰ্থাৎ আহিনৰ শেষ (কাতি বিহু) দিনা শুক্ৰবাৰ শুক্লা দ্বিতীয়া তিথি হয়। ইকালে সোঁৱৰণীৰ নাম গঙ্গাধৰ হ'লে নক্ষত্ৰানুসাৰী সেইদিনা মকৰ ৰাশিত চন্দ্ৰ থকা বুজায়। সূৰ্য্য-যুক্ত ৰাশিৰ পৰৱৰ্ত্তী চন্দ্ৰ থাকিলে সেইদিনা শুক্লা দশমী, একাদশী বা দ্বাদশী তিথি হ'বই লাগিব।

আহিন মাহত সূৰ্য্য কন্যা ৰাশিত থাকে। মকৰ ৰাশিত চন্দ্ৰ থাকিলে কন্যাৰ-পৰা মকৰ পঞ্চম ৰাশি। গদাধৰ আৰু শঙ্কৰ নামৰ ৰাশিগত মিল আছে। গতিকে ১৩৭১ শকৰ আহিন মাহ, শুক্ল দশমী, শুক্ৰবাৰ ধৰিলে জ্যোতিষমতে অমিল নঘটে।

১১। কবীৰ গ্ৰন্থাৱলী—বাবু শ্যামসুন্দৰ দাস; *Indian Chronology*, **Part I—Pillai**; কবীৰ পদাবলী—ৰামকুমাৰ বৰ্ম্মা।

১২। ৰামানন্দৰ মতে কুসুমৰ মৃত্যুৰ আৰু শঙ্কৰ পঢ়াশালিলৈ যোৱাৰ সময়ত সূৰ্য্যবৰ জীৱিত আছিল, শঙ্কৰদেৱ গাংমৌলৈ উজোৱা সময়তহে ঢুকায়।

১৩। "শ্ৰীহৰি শূদ্ৰৰ পুত্ৰ হৃদয়ানন্দ; হৃদয়ানন্দৰ পুত্ৰ অনিৰুদ্ধ ভূঞা" (বৰদোৱা চৰিত)।

১৪। ৰামচৰণৰ মতে, শঙ্কৰৰ ৫-ৰপৰা ৭ বছৰৰ ভিতৰত কুসুম স্বৰ্গী হয়। দৈত্যাৰিত বয়সৰ নিৰ্দ্দেশ নাই। মধুমিশ্ৰ সত্ৰৰ দ্বাৰিকানাথ গোস্বামীৰ মতে ১৩৭৬ শকত (শঙ্কৰৰ ৫ বছৰত) পিতৃয়েক স্বৰ্গী হয়, মাক সতী যায়।

১৫। ৰামচৰণ, বৰদোৱা চৰিত, আচাৰ্য্য-সংহতি অনুসৰি শঙ্কৰৰ শিক্ষা-গুৰুৰ নাম মহেন্দ্ৰ কন্দলি, ৰামানন্দৰ মতে কলাপকেশৰী।

১৬। বৰদোৱা চৰিতমতে কৃষ্ণৰ পুত্ৰ যজ্ঞেশ্বৰ; তেওঁৰ পুত্ৰ নৰোত্তম; তেওঁৰ পুত্ৰ মৃত্যুঞ্জয়; তেওঁৰ পুত্ৰ চতুৰ্ভুজ; তেওঁৰ পুত্ৰ ৰামৰাম। ৰামৰাম শঙ্কৰতকৈ পাঁচ বছৰে ডাঙৰ।

১৭। বৰদোৱা চৰিতত আছে, ৬৪ দিনতে শঙ্কৰৰ শিক্ষা সাং হয়। ৰামানন্দই লিখিছে, শিক্ষা সাং কৰিলত "কিশোৰ বয়স আৰ হৈল শঙ্কৰৰ॥ সেহি সময়ত যোগ অভ্যাসন কৰি।" আমাৰ বোধেৰে ইয়াত "কিশোৰ বয়স পাৰ ভৈল"হে হ'ব লাগিছিল।

১৮। ৰামানন্দৰ চৰিতত আছে, গাংমৌলৈ যোৱাৰ পিছত অৰ্থাৎ পঁচিশ বছৰৰ পিছত শঙ্কৰ শিৰোমণি ভূঞা বা গোমস্তা হয়। ইয়াৰ আগতেই তেওঁ আহোম ৰাজ্যৰ গাজমুখলৈ স্থানান্তৰিত হৈছিল আৰু আহোম ৰজাৰ 'চেউটিয়া'ৰ অধীনত থাকি কাম চলাইছিল। এই আখ্যান-ভাগৰ লগত আন কোনো চৰিত্ৰৰ মিল নাই।

১৯। বৰদোৱা-চৰিতত আছে, বৰদোৱাত চিহ্নযাত্ৰাৰ আয়োজন কৰি শঙ্কৰ আৰু ৰামৰামে মতা-ৰৰ পৰিকাৰ কৰোঁতে শ্যামৰায় মূৰ্ত্তি এখনি পায়।

২০। "এহিমতে তান ( সূৰ্য্যাৱতীৰ ) ক্ৰিয়া যেৱে সাঙ্গ ভৈল। শঙ্কৰেৰ ত্ৰিশ বৎসৰযে গৈল॥" ( ৰামচৰণ )। ছপা পাঠত আছে—"এক দুই কৰি তেৰ বৎসৰযে গৈল॥" সম্ভৱতঃ এই পাঠ ভুল। সূৰ্য্যাৱতীৰ শ্ৰাদ্ধৰপৰা তেৰ বছৰ ধৰিলে মহাপুৰুষ ১৪ বছৰ বয়স ওলায়। কিন্তু শঙ্কৰে কৈছিল "তাক (হৰিক) বিহা দেওঁ কন্যা সাত বৎসৰৰ।" প্ৰকৃততে, এই সময়ত মহাপুৰুষ বয়স ছবছৰ।

২১। আন কথাৰ দৰে এই প্ৰসঙ্গতো চৰিতসমূহৰ সাধাৰণ ধাৰাৰপৰা ৰামানন্দ পৃথক। তেওঁ দিয়া প্ৰায়বোৰ নামৰেই চৰিতসমূহৰ লগত অসম্বন্ধ।

২২। চৈতন্য-শঙ্কৰৰ সাক্ষাতৰ কথা আৰু শঙ্কৰদেৱৰ তীৰ্থযাত্ৰাৰ কথা মাদ্ৰাজৰ *Journal of Oriental Research,* Vol. XIX, কাকতত গ্ৰন্থকাৰৰ এটি প্ৰবন্ধত আলোচনা কৰা হৈছে।

২৩। ভূষণ দ্বিজৰ চৰিতত ভেজা দি 'শ্ৰীচৈতন্যচরিতের উপাদান' গ্ৰন্থত ডক্টৰ বিমানবিহাৰী মজুমদাৰে বৃন্দাবনদাস সম্পৰ্কে লিখিছে, "এই বৃন্দাবনদাস শঙ্করের অপেক্ষা বয়োজ্যেষ্ঠ ও বৃন্দাবনবাসী, সুতরাং ইনি শ্ৰীচৈতন্যভাগবতের লেখক হইতে পারেন না। ঈশ্বরদাসের চৈতন্য-ভাগবতে আছে যে শ্ৰীচৈতন্যের পুরী যাওয়ার পরেই একজন বৃন্দাবনদাস হস্তীকে হরিনাম দিবার জন্য মহন্ত বলরামকে অনুরোধ করিয়াছিলেন।"

২৪। অসম বুৰঞ্জী ( ১৯৪৫ )।

২৫। গঙ্গা বাৰানসী কেসৰি কাবেৰি কাসিমৰ্দ্দ কাসি সিন্ধু।
লোহিত পুষ্কৰ ক্ষেত্ৰ পয়োষ্মিনি কপিল সপত সিন্ধু॥
কৌশিকি সোনাক সৰযূ গণ্ডকি আনো যত তীৰ্থ আছে।

২৬। আমাৰ সম্পাদিত ভক্তি-প্ৰদীপৰ প্ৰস্তাৱনাত কোৱা হৈছিল, গুৰুজনে ৮৭।৮৮ বছৰ বয়সত পুথিখনি ৰচনা কৰা একো আচৰিত নহয়। ই আমাৰ বৰ্ত্তমান মত নহয়। শঙ্কৰদেৱৰ শেষ বয়সত, তেৰাই ধৰ্ম ব্যাখ্যা কৰোঁতে ভক্তি-প্ৰদীপৰ অন্তৰ্গত কাহিনী উল্লেখ কৰিছে ( ৰামচৰণ, ৩৭০২ )।

২৭। অঙ্কীয়া ভাওনাত একধাৰা হস্ত ( মুদ্ৰা ) প্ৰচলিত হৈ আহিছে। কিছু দিন আগতে মাজুলীৰ আউনীআটি সত্ৰত 'শ্ৰীহস্তমুক্তাৱলী' নামে নাচৰ হস্তৰ এখনি পুথি পোৱা গৈছে। পুথিখনিৰ মূল সংস্কৃতৰ লগে লগে প্ৰাঞ্জল অসমীয়া গদ্য ভাঙনিও দিয়া আছে। এই ভাঙনি আঠাৰশ শতিকাৰ পিছৰ নহ'ব। মূল সংস্কৃত পুথিৰ ৰচয়িতা শুভঙ্কৰ কবি। ভাঙনি কোনে কৰিছে,

বুজায় নাথায়। সত্ৰৰ পুথিৰ শেষত আছে—'সুচন্দ ৰাই ওজাৰ পুস্তক।' এই ওজা অনুবাদকজননেকি, ধৰিব নোৱাৰি। শুভঙ্কৰ কবি ক'ৰ আৰু কেতিয়াৰ লোক এই কথা লৈ আলোচনা চলি আছে। সত্ৰৰ পুথিখনি পোৱাৰ পিছত কনকলাল বৰুৱা আৰু ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই শুভঙ্কৰক অসমৰ লোক বুলি মত প্ৰকাশ কৰে। মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়ে নেপাল দৰবাৰৰ পুথি-ভঁৰালত বঙলা হৰফত লিখা এখনি সম্পূৰ্ণ হস্তমুক্তাৱলী পুথি আৰু নেৱাৰী হৰফত লিখা নেপালৰাজ জগজ্জ্যোতিৰ্মল্লৰ (১৬১৭-৩৩ খ্ৰীঃ অঃ) নাতিয়েকৰ আদেশত ঘনশ্যামৰ দ্বাৰা ৰচিত হস্তমুক্তাৱলীৰ টীকা-পুথি পাইছিল। ইয়াৰ উপৰি দাৰভাঙ্গাত হস্তমুক্তাৱলীৰ আৰু নকল পোৱা গৈছে। এইবোৰ আৱিষ্কাৰৰপৰা শুভঙ্কৰৰ স্থান পুৰণি মিথিলাৰ কোনোখিনিত হ'ব যেন লগা হৈছে। হস্তমুক্তাৱলীৰ ৯১২ শ্লোকত কুষিনৰ নগৰৰ হস্ত-পণ্ডিত মহন্তসকলৰ অনুগ্ৰহ প্ৰাৰ্থনা কৰা হৈছে—

যে যে হস্তকপ্ৰজ্ঞাঃ কুষিনৰমহন্তৰাঃ।
তেঽনুগৃহ্ণন্তু পৰয়া মুদা মন্তাৰতীমিমাম্॥

কুষিনৰ বা কুশিনগৰ বুদ্ধদেৱৰ মহাপৰিনিৰ্ব্বাণৰ স্থানৰূপে জনা যায় আৰু বৰ্ত্তমান গোৰখপুৰ নগৰৰ ৩৭ মাইল পূবৰ কাসিয়া নামে সৰু ঠাইডোখৰৰ লগত তাক মিলোৱা হৈছে। এয়ে যদি শুভঙ্কৰৰ নিবাস-স্থল হয়, তেওঁক মিথিলাৰ লোক বুলিয়ে নিৰূপণ কৰা হ'ব। এওঁক বিখ্যাত সঙ্গীত-দামোদৰৰো গ্ৰন্থকৰ্ত্তা বুলি খিৰাং কৰা হৈছে, কাৰণ সঙ্গীত-দামোদৰত হস্তমুক্তাৱলী ৰচনা কৰাৰ উল্লেখ আছে। অধ্যাপক Alain Danielou-ৰ মতে শুভঙ্কৰ খ্ৰীষ্টীয় তেৰ শতিকাৰ মাজভাগ আৰু সপ্তদশৰ মাজভাগৰ ভিতৰৰ লোক।

হস্তমুক্তাৱলী কেতিয়া আমাৰ প্ৰদেশ সোমায়হি, ই চিন্তাৰ বিষয়। শঙ্কৰদেৱৰ সময়তে ই অহাটো সম্ভৱ নহয়; কিন্তু বেছি সম্ভৱপৰ—বৰ্ত্তমান প্ৰাপ্ত তাওনিৰ সময় অষ্টাদশ শতিকামানতহে ই অসম প্ৰৱেশ কৰে। আজিলৈকে অসমত একেখনি পুথিকেইহে পোৱা গৈছে; শঙ্কৰদেৱৰ সময়তে গ্ৰন্থখনি ইয়ালৈ অহা হ'লে ইয়াৰ প্ৰচাৰ অলপ বেছি হ'লহেঁতেন বুলি ভাবিব পাৰি। হস্তমুক্তাৱলীৰ লেখকে নানা নাট্যপণ্ডিতৰ কথা ক'লেও ইয়াৰ হস্ত-ধাৰাৰ ওপৰত ভৰতনাট্যৰ প্ৰভাৱ প্ৰধানৰূপে দেখা দিয়ে। সি যি হওক, অসমৰ ওজাসকল হস্ত বিষয়তো পাৰ্গত হ'ব লাগিছিল—

মুখে গীত, হাতে মুদ্ৰা, পাৱে ধৰে তাল।
গৰুড় সদৃশ ঘূৰে, সেহি ওজা ভাল॥
( আস্যেনালম্বয়েদ্গীতং হস্তেনাৰ্থং প্ৰদৰ্শয়েৎ।
চক্ষুৰ্ভ্যাং দৰ্শয়েদ্ভাৱং পাদাভ্যাং তালমাদিশেৎ॥—অভিনয়দৰ্পণ )

২৮। স্থাপকৰ কাৰ্য্য—"পূৰ্ব্বৰঙ্গং বিধায়াদৌ সূত্ৰধাৰে বিনিৰ্গতে। প্ৰবিশ্য তদ্বৎ অপৰঃ কাব্যমাস্থাপয়েন্নটঃ" ( দশৰূপক )। স্ত্ৰী-পুৰুষৰ অভিনয় সম্পৰ্কে নাট্যশাস্ত্ৰ—"ব্যাজেন ক্ৰীড়য়া বাপি তথা ভূয়শ্চ বঞ্চনাৎ। স্ত্ৰী-পুংসঃ প্ৰকৃতিং কুৰ্য্যাৎ স্ত্ৰীভাৱং পুৰুষোঽপি বা॥"

২৯। ধনঞ্জয়ে নাট্য, নৃত্য আৰু নৃত্তৰ পাৰ্থক্য দেখুৱাইছে—"অৱস্থানু-কৃতিৰ্নাট্যম্", "অন্যদ্ভাৱাশ্ৰয়ং নৃত্যং, নৃত্তং তাললয়াশ্ৰয়ম্।" কলম্বিয়া বিশ্ব-বিদ্যালয়ৰ অধ্যাপক হাছে এই তিনিটা শব্দৰ তৰ্জ্জমা দিছে ক্ৰমে drama, pantomime আৰু dancing.

৩০। ৰামচৰণে কীৰ্ত্তন উদ্ধাৰ কৰা আৰু গীতা হেৰাই পোৱা কথা দুটা ধুঁৱাহাটাতে আহোম ৰজাৰ হাতী ধৰা আৰু ভুঞা ধৰাৰ সময়ৰ বুলি বৰ্ণনা কৰিছে। এই ঘটনাক্ৰম আন চৰিতবিলাকে সমৰ্থন নকৰে। দৈত্যাৰিয়ে এই কছাৰী আক্ৰমণক আসামৰ ( আহোমৰ ) টেঙুৱানী-আক্ৰমণ বুলি বৰ্ণাইছে। কিন্তু এইগৰাকী চৰিত্ৰকাৰেযে কছাৰী যুদ্ধৰ কথাকেহে মনত ভাবিছে, সেইটো তেওঁৰ এশাৰী পদৰপৰা ভালকৈ বুজিব পাৰি: "কছাৰি মুনিষ দুই দুৱাৰত থিত।" বেজবৰুৱাই টেমনি আক্ৰমণ কৰা লোকসকলক 'মেচ' আৰু ৰামানন্দই 'কিৰাত' বুলি উল্লেখ কৰিছে। আৰু এটি কথা,—ৰামানন্দই ওপৰৰ ঘটনাৰ 'কীৰ্ত্তন-ঘোষা'ৰ ঠাইত "ভাগৱত পুথিখান ৰহিল ঘৰত" বুলিহে লিখিছে।

# তৃতীয় খণ্ড

১। অসম বুৰঞ্জী ( ১৯৪৫ ), ৫২। দৰং-ৰাজবংশাৱলীত ব্ৰাহ্মণ ভুঞাৰ উল্লেখ আছে।

২। কামৰূপ-কমতা জয় কৰাৰ চিন-স্বৰূপে হুছেন শাহে মালদহত এটা মাদ্ৰাছা কৰি ৯০৭ হিজৰীত ( ১৫০১-২ খ্ৰীঃ ) খোদিত কৰা ফলি পোৱা গৈছে। অন্য মত অনুসৰি ১৪১৫ শকত হুছেন্ শাহে কমতা বিজয় কৰি আহোম ৰাজ্যত সোমায় আৰু আহোম বৰ্গদেৱ পৰাজয়ে পলাই যায়।

৩। বিয়াজোছ-ছালাতিনমতে কামৰূপ-কমতাৰ ৰজাসকলৰ কেইজনমান: **Rupa Narayana Pala, Kumwar Gosa, Lakhan, and Lachmi Narayana.** অসমৰ বুৰঞ্জীবিলাকত দানিয়ালৰ নাম নাই আৰু ইফালে বুৰঞ্জীত উল্লিখিত কমতা-কছাৰী-আহোম ৰাজ্য আক্ৰমণ কৰা তুৰ্ব্বকৰ কথা মুছলমান বুৰঞ্জীলেখকে উল্লেখ কৰা নাই। সেই বাবে গেইট ছাহাবে দানিয়ালকে তুৰ্ব্বক বুলি ধৰিব খোজে।

৪। পুৰণি অসম বুৰঞ্জী; *Ahom Buranji*; দেওধাই অসম বুৰঞ্জী; গুণাভিৰামৰ বুৰঞ্জী; *Koch Kings of Kamarupa.*

৫। অসম বুৰঞ্জীত কমতা আৰু গৌড়ৰ ৰজাৰ নাম নাই। এওঁলোক ক্ৰমে নীলাম্বৰ আৰু হুছেন শাহনেকি?

৬। ১৪২৭ শকত চুহুম্মুং দিহিঙীয়া ৰজাই বাৰভূঞাসকলক বশঙ্গত কৰিলে, তামূলী পাঁচনি আদি কৰি থ'লে (হৰকান্ত)।

৭। "কাতিৰ দিনত বাৰেভূঞায়ে সেৱা কৰিলেহি।"—দেওধাই বুৰঞ্জী, ৫৬ (*Ahom Buranji*, 57)।

৮। ৰামচৰণ আৰু ভূষণৰ মতে প্ৰতাপ খাঁ বা প্ৰতাপ ৰায় ভূঞা আৰু শ্ৰীৰাম খাঁৰ পুত্ৰ (প্ৰতাপ খাঁৰ ভতিজা) গাভৰু খাঁ বিশ্বসিংহৰ বশ্যতা স্বীকাৰ নকৰাকৈ পলাই সাৰিল। দুয়ো পোনতে দক্ষিণকোলত (ব্ৰহ্মপুত্ৰৰ দক্ষিণৰ অসম ৰাজ্য) কিছুদিন পলাই থাকি পিছত গৌড়েশ্বৰৰ লগ হয়গৈ। "প্ৰতাপ ৰাই মাৰি নিল: দক্ষিণ কূলৰ লোক: নভৈলেক কোননো অৱস্থা" (ভূষণ)॥

৯। 'কোচবিহারের ইতিহাস'মতে আনুমানিক ১৪৯৬ খ্ৰীষ্টাব্দত (১৪১৮ শক) বিশুৱে বিশ্বসিংহ নাম লৈ কমতেশ্বৰ উপাধিৰে অভিষিক্ত হয়। দেওধাই বুৰঞ্জীৰ লগত ছপা হোৱা এখন সৰু বুৰঞ্জীমতে বিশ্বসিংহ ৰজা হয় ১৪৪৯ শকত। বুকানন্-হেমিলটন আৰু গেইটৰ মতে ১৫০৯ খ্ৰীষ্টাব্দত (১৪৩১ শক) বিশ্বসিংহৰ ৰাজত্ব আৰম্ভ। ১৪৩১ শকতে কোচ ৰাজ-শক আৰম্ভ হৈছে। গেইটে তেওঁৰ বুৰঞ্জীত বিশ্বসিংহৰ অভ্যুদয়ৰ সময় দিছে ১৫১৫ খ্ৰীঃ। দৰং ৰাজবংশাৱলীত আছে, "পাচে বিশ্বসিংহ নৰপতি পঞ্চিশ বৎসৰ পৃথিবী পালিলা তথা।" প্ৰসিদ্ধনাৰায়ণৰ বংশাৱলীমতে ২৬ বছৰ ৰাজত্বৰ পিছত ১৫৩৪ খ্ৰীষ্টাব্দত (১৪৫৬ শক) বিশ্বসিংহৰ মৃত্যু হয়। মুঠতে, ১৪৩১-ৰপৰা ১৪৫৬ শকলৈকে এই ২৫ বছৰ বিশ্বসিংহৰ ৰাজত্ব।

১০। 'দেওধাই বুৰঞ্জী'মতে নাক্সি কংমুত শকত (১৪৫৩ শক ?) আহোমক শিও আৰু বিস্তৰে মানুহ পঠাই আহোমৰ বশ্যতা স্বীকাৰ কৰে। 'অসম বুৰঞ্জী'মতে আহোমৰ শক্তি দেখি ভয় খাই বিশ্বসিংহই ধুৰা ছৰ্দাৰক পঠাই চন্থাম গোঁহাই ঘৰসন্দিকৈৰ হাতে ৰজাদেৱলৈ সেৱা পঠায়; আৰু সোণকোষ নৈয়েই দুই ৰাজ্যৰ সীমা ঠিক হয়। যোগিনীতন্ত্ৰ অনুসৰি বিশ্বসিংহই অসম জয় কৰিছিল—"একেন জিতৱান্ কামান্ সৌমাৰান্ গৌড়পকমান্।" সেইটো বিশ্বসিংহৰ পৰাজয় আৰু বশ্যতা-স্বীকাৰকে সত্য বুলি ধৰিছে। ওপৰৰ টোকা অনুসৰি ১৪৩১-ৰপৰা ১৪৫৬ শকৰ ভিতৰত বিশ্বসিংহ আৰু দিহিঙীয়া ৰজাদেৱৰ মিত্ৰতা হোৱা খুব সম্ভৱ। 'গুৰুচৰিত'ৰ কোচ আক্ৰমণৰ লগত এই ঘটনাৰ সম্পৰ্ক থাকিলে ১৪৪৩ শকমানত সি ঘটিছিল বুলি ধৰিব লাগিব।

১১। 'লগুণৰ গুৰি লেকাই (লোকাই) চুতীয়া'ৰ কাহিনী চিলাৰায়ৰ দ্বিতীয় আক্ৰমণৰ সময়ৰ কথা (অসম বুৰঞ্জী, কাশীনাথ ফুকন, হৰকান্ত বৰুৱা; গুণাভিৰাম)। প্ৰথম আক্ৰমণৰ সময়তে শঙ্কৰদেৱ আদিয়ে বেলগুৰি এৰি কামৰূপলৈ ভটীয়ায়। চিন্তামণি গড় চুক্লিন্‌ফাৰ দিনত বাঁহগড়ীয়া বুঢ়াগোঁহায়ে বন্ধায় (পুৰণি অসম বুৰঞ্জী; গুণাভিৰাম)। দলপতি বা দলৈ বংশগত উপাধি। জগতানন্দৰ ককাক জয়ন্ত, বাপেক শতানন্দ, জয়ন্তৰ ভায়েক মাধৱ, তেওঁৰ পুত্ৰ মাধৱি বা হাথীয়া, তেওঁৰ পুত্ৰ ৰতিকান্ত—এই সকলো দলৈ বা দলপতি। সম্ভৱতঃ দলৈ ভূঞাৰ আমোলৰে কোনো বিষয়। "ভূঞাসকলে এশ ঘৰ বন্দী দি (শঙ্কৰক) সকলোৰে ওপৰত গোমোস্তা পাতিলে। ৰায় (জগতানন্দ), বনগঁয়া, হৰি জামাই, এইসকলে প্ৰথমে চৰ্চ্চা কৰিছে" (বৰদোৱা চৰিত)। ৰায় ('খাঁ'ৰ সমান) উপাধি কোনো কোনো ভূঞাই আগবেলৰা ব্যৱহাৰ কৰিছিল—গন্ধৰ্ব্ব ৰায়, প্ৰতাপ ৰায় (প্ৰতাপ খাঁ)। "শতানন্দ নামে পুত্ৰ ভৈল জয়ন্তৰ॥ তান বীৰ্য্যে তনয় জগতানন্দ ভৈলা। অসমৰ ৰাজা ৰামৰায় নাম দিলা॥" (ৰামচৰণ; ভূষণ)। কিন্তু, 'জয়ন্তৰ পুত্ৰ শতানন্দ নাম ভৈল। তাহান পুত্ৰৰ ৰামৰায় নাম থৈল॥" (দৈত্যাৰি)।

১২। "ৰত মানে তাৰ: আছে অধিকাৰ: হাকিম তাৰ উপৰে॥ পাতিলা তাহাক⋯। ⋯লোকৰ হাকিম হই; আছিলা বংসৰ কতিপয়" (দৈত্যাৰি)।

১৩। দৈত্যাৰিৰ মতে টেমনিত উৰ্ব্বশী-গয়াপাণিৰ বিয়া হয়। ৰামানন্দ

আৰু কথাচৰিতত বিয়াৰ আখ্যান বহুত পৃথক। ৰবকণা-গিৰীয়ে "শ্ৰীশঙ্কৰদেৱ ৰটাৰপৰা ধুৱাহাটালৈ আহিছে বুলি শুনিছো ঃ তাতে আমাৰ জাতি ভাই বন্ধু সকলো আছে ; তালৈকে যাব খোজো" বুলি মাজিৰপৰা বিদায় লৈ নাৰায়ণপুৰ-লৈ গ'ল। তাতে ( এক ৰামানন্দৰ মতে ৰবকণা-গিৰীৰ মৃত্যুৰ পিছত ) গয়া-পাণিৰ লগত উৰ্ব্বশীৰ বিয়া হয়। 'মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' গ্ৰন্থত আছে, গোবিন্দগিৰী আদি যাগৰ এৰি বুঢ়ী-লৌহিত্য পালেগৈ। ধুৱাবোল সুঁতিয়েদি কলাকটালৈ গৈ ভণ্ডাৰী ডুবি পাই তাতে নাও বান্ধি ৰ'ল ; ইয়াতেই গয়াপাণিৰ ঘৰ আৰু ইয়াতে উৰ্ব্বশীক তেওঁলৈ বিয়া দিয়া হয়। এই কলাকটা নৈৰ ভৰাৰী, ভণ্ডাৰী, বা ভঁৰালী ডুবি নাৰায়ণপুৰৰ ওচৰত। সম্ভৱতঃ দৈত্যাৰিয়ে উল্লেখ কৰামতে টেমনিৰপৰা আহোম ৰজাৰ হুকুমতহে গয়াপাণিহঁত ধুঁৱাহাটালৈ আহি ভঁৰালী ডুবিৰ ওচৰত ঠাই লয়—শঙ্কৰদেৱৰ ধুঁৱাহাটা আগমনৰ ওচৰা-উচৰি সময়ত। গয়াপাণিৰ উপৰি পুৰুষসকল—সৰস্বতী ভূঞা, তেওঁৰ পুত্ৰ গয়পাল, তেওঁৰ পুত্ৰ ভূপাল, তেওঁৰ পুত্ৰ কৃপাল, তেওঁৰ পুত্ৰ যশপাল, তেওঁৰ পুত্ৰ গয়াপাণি।

১৪। ৰামানন্দত এই ঘটনাবোৰৰ বিৱৰণ আনবিলাক চৰিতৰপৰা বেলেগ। ঘাঘৰি মাজিৰ ঘৰৰপৰা নাৰায়ণপুৰলৈ ভাৰ্য্যা-পুত্ৰ-কন্যা সমে যোৱাৰ পিছতে গোবিন্দগিৰী স্বৰ্গী হয়। বছৰেকীয়া শ্ৰাদ্ধ কৰি গয়াপাণিলৈ উৰ্ব্বশীক বিয়া দি মাধৱ অকলে বাণ্ডকাৰ ককায়েকৰ ( ৰূপচন্দ্ৰগিৰী ) ওচৰলৈ যায়। তাৰপৰা এঘাৰ-সিন্দুৰলৈ বেপাৰ কৰিবলৈ যাওঁতে গ্ৰহণী হৈ ঘূৰি গ'লত ছাগ-মাংস খাই ভাল হ'ল। তাৰপৰা অসম দেশত থকা মাকক চাই, গয়াপাণিক ক'লে, "দেৱীৰ প্ৰসাদত মোৰ গ্ৰহণী ভাল হ'ল। তুমি দুটা বগা ছাগ আনি থ'বা, মই ৰূপৰ শিং বণকাই আনি ছাগ কাটি দেৱী পূজিম।" ইয়াৰ পিছত মাধৱে গড়গাঁৱলৈ উজাই বেহা-বেপাৰ কৰি, ৰূপৰ শিং দুটা গঢ়াই লৈ নাৰায়ণপুৰলৈ ঘূৰিল।

১৫। চৰিতসমূহত বুঢ়াখাঁৰ ঘৰত শঙ্কৰ আৰু পণ্ডিতসকলৰ বাদ, পণ্ডিত-সকলৰ হতুৱাই জগন্নাথ-মূৰ্ত্তি স্থাপন কৰোৱা, চুহুমুঙৰ চাঙত পণ্ডিতসকলৰ গোচৰ আৰু আহোম ৰজাৰ ভূঞা-নিগ্ৰহ, এই চাৰিটা ঘটনাৰ অগা-পিছা দেখা যায়। ৰামচৰণ আৰু দৈত্যাৰিৰ চৰিতত আহোম ৰজাৰ হাতী ধৰা আৰু ফলত ভূঞাসকলক ধৰপাকৰ কৰা ঘটনাৰ পিছতহে ৰজাৰ চাঙত গুৰুজনাৰ

বিচাৰ হোৱাৰ কথা আছে। বেজবৰুৱাৰ মতে হাতী ধৰিবলৈ বন্তা গড়ৰ “দক্ষিণত ব্ৰহ্মপুত্ৰ, উত্তৰে লৌহিত্য।” ৰামানন্দই পিছে লিখিছে, “ডিবুৰুক গৈলা হস্তী ধৰিবাক প্ৰতি॥” ‘অসম বুৰঞ্জী’ত আছে ১৪৬৮-৬৯ শকৰ পিছলা গড়ৰ ৰণৰ সময়ত আহোমে “কাঁহী-কুছিতো মহুগিৰিক কাটি মুণ্ড আনিলে।’ ‘কোচবিহারের ইতিহাস’ত এই কথাৰেপৰা অনুমান কৰি লিখিছে, “উক্ত সময়ে কাহিনগরে অবস্থিত কামতারাজের কর্ম্মচারী এবং শ্ৰীশঙ্করদেবের জামাতা মধু-গিরিকে আহোমেরা বধ করেন।” অনুমানটো কিমান দূৰ সমীচীন ভাবিব লগীয়া। কথিত আছে, শিৱসাগৰৰ নামডাং নৈৰ পাৰত হৰি জোঁৱাইৰ শিৰশ্ছেদ কৰা হয়।

১৬। গন্ধৰ্ব্বনাৰায়ণৰ বংশাৱলীমতে প্ৰতাপৰায়ে নিজৰ কন্যা (?) ভানুমতীক নৰনাৰায়ণলৈ আৰু ভায়েক খেতধানৰ কন্যা চন্দ্ৰপ্ৰভাক শুক্লধ্বজলৈ বিয়া দিয়ে। সেইটো তেওঁৰ অসম বুৰঞ্জীত বিশ্বসিংহৰ মৃত্যু-শক ১৪৬২ (১৫৪০ খ্ৰীঃ) ধৰিলেও *Koch Kings of Kamarupa* পুথিত ১৪৫৬ শক (১৫৩৪ খ্ৰীঃ) দিছিল প্ৰসিদ্ধনাৰায়ণৰ বংশাৱলীৰ ওপৰত নিৰ্ভৰ কৰি।

১৭। “কামৰূপ ৰাজ্যে দূত দিলেক পঠাই। গাভৰু খাঁ নামে এক বৰুৱাৰ ঠাই। ভূঞা সমস্তৰে কথা কহিলেক যাই। তেতিক্ষণে যায়া সিটো ৰাজাত কহিলা। শুনি নৰনাৰায়ণে তাহাকে পাঞ্চিলা। ৰাজাৰ আদেশ সিটো কৰি শিৰোগত। সেনা সমে আসি বৈলা সোলা নগৰত॥” (ৰামানন্দ) “আৰু বাৰেভূঞা কামৰূপ আলিপুখুৰীতে হুদেশ উজাই অহাত নৰনাৰায়ণে শুনি নিৰবৈ যুদ্ধৰে পঠালে চিলাৰাইকে গাভৰুখাঁকে।” (কথাচৰিত)। ৰাজ-বংশাৱলীমতে, যুদ্ধৰ মনে নৰনাৰায়ণে সোণকোষ নৈৰ পাৰৰ গাৰি থানা, টামটুমনি, বৌটাবড়ি, বাবদলাইদি আগ বাঢ়ি ভ্ৰমৰাকুণ্ডৰ ত্ৰিশূলাদেৱীৰ নলথামাৰ থান পাতি শিঙ্গৰিত বাহৰ কৰি বৈছিলহি। ‘অসম বুৰঞ্জী’ত আছে, “নৰনাৰায়ণৰ ভাই ৰামচন্দ্ৰ, দীপসিংহ, হেমধৰ, ৩ কোঁৱৰ ভ্ৰমৰাকুণ্ডত থান কৰি সলাত আছিলহি।” এই সলাগড়তো (ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে) আহোম-কোচৰ যুদ্ধ হৈছিল।

১৮। দৰং-ৰাজবংশাৱলীত ১৪৬৮-৬৯ শকৰ কোচৰ পৰাজয়ৰ কথা নাই। তদুপৰি ১৪৮২ শকৰ পিছৰ যুদ্ধ-ৰাগৰৰো কোনো বিৱৰণ নাই। ৰৰু নৰনাৰায়ণ চিলাৰায়ৰ অসম-অভিযান একেটা ঘটনাৰ দৰে আৰু যুদ্ধ

নোহোৱাকৈয়ে আহোম ৰজা চবাইখোবোঙলৈ পলাই গ'ল বুলি বৰ্ণনা কৰা হৈছে।

১৯। বেজবৰুৱাই 'শঙ্কৰদেৱ' গ্ৰন্থত কামৰূপ-গমনৰ সময়ত গুৰুৰ বয়স ধৰিছে ৮৭ বছৰ ( ১৪৬৮ শক )। কথাচৰিতত ধুঁৱাহাটা এৰাৰ পিছত কপলাত ছমাহ, কুমাৰকুছিত এক বছৰ, পাটবাউসীত ১৪ বছৰ, তীৰ্থত ছমাহ, বেহাৰ বৰপেটাৰ অহা-যোৱাত ছমাহ, চিলাৰায়ৰ ঘৰত ছমাহ; ৰামচৰণৰ চৰিতত গণককুছিত তিনিমাহ, এয়ে-সেয়ে ১৭ বছৰ ৩ মাহ ধৰা হৈছে; ১৪৯০ শকত গুৰুজনাৰ মৃত্যু ঘটে। ১৪৯০-ৰপৰা ১৭ বছৰ ৩ মাহ উজুৱাই ধৰিলে ১৪৭২ শকত গুৰুৱে ধুঁৱাহাটা এৰাটো হয়গৈ। দৈত্যাৰিৰ মতেও নৰনাৰায়ণৰ আক্ৰমণৰ সময়ত গুৰুজনে অসম এৰে। ভূষণ দ্বিজৰ বৰ্ণনা ৰামচৰণৰ অনুৰূপ: "নদীকূলে ৰাতি তাক ( ? ডাক ) দিলে এক নৰ। কোচমাল্লা ( ? কোচ-মাৰ্ণা —কোচ-মাৰণা ) আসিয়া মিলিল এহি ঠাই। আপুনাক ৰাখি সবে যায়ো ভাটিয়াই॥"

২০। পালংদিৰ নাম চৰিতত নানাভাৱে আছে—পালেংদি, পালঙ্গি, পালন্দি, পালঙ্গাদি চুণপৰা, চুণপোৰা পালঙ্গাদি। আজি-কালি 'চুন-পৰা' স্থবুলি 'চিন-পৰা' বোলা দেখা গৈছে।

ৰামানন্দ-লিখিত চৰিতত শঙ্কৰদেৱৰ কামৰূপ-যাত্ৰাৰ বিৱৰণ আন সকলো চৰিতৰপৰা পৃথক। আহোম ৰাজ্য এৰি আহি পোন কোবেই ৰামৰায়ে আৰু ভৃঞাসকলে গাভৰু থাঁৰে দেখা কৰে আৰু গাভৰুথাঁই নৰনাৰায়ণ ৰজাক জনাই "চুনপোড়া নামে হাট অশ্বথ তলত" "সবাকো পাতিলা বড়পেটা থান দিয়া।"

## চতুৰ্থ খণ্ড

১। নাৰায়ণ ঠাকুৰৰ জন্ম-ঠাইৰ নাম—মালৌ ( কথাচৰিত ), মালৱা ( ৰামচৰণ ); মালবৈ ( অসম বুৰঞ্জী ); মালবুই বা মালভুই ( হৰিৰাম মহন্ত )। ভূষণৰ মতে জন্ম-ঠাই মনেদ অৰ্থাৎ মনদিয়া; বৰদোৱা চৰিতমতে মৈলবৰি ( ? মৈনবড়ি, ময়নবড়ি )। শঙ্কৰৰ আগত ভৱানন্দই কৈছে: "আমাৰ ঘৰ বগৰিগুৰি পৰঙ্গনাৰ হালধিআটী গ্ৰামত" (বেজবৰুৱা); "মালৱাত জন্মিলোহো ...থাকোঁ আমি ৰবনগৰত" ( ৰামচৰণ )। ভৱানন্দই ভকতৰ মুখে গুৰুজন

চুণপবাত থকা শুনি কৈছিল "বোলে, হৰো, ধুঁৱাহটা গ্ৰামতহে থাকিবৰ শুনিছিলো।' ভকতে ক'লে, 'বোলে, হয়, সিদেশ এবিবৰ সাত মাহ হ'ল ; অ'ত আজিহে থিত লৈছেহি।"

২। "কালাপাহাৰৰ আক্ৰমণৰ বিবৰণ ভটিমাত আছে" ( গুণাভিৰাম )। সেইটো এই ভটিমাটিত মূৰ্ত্তি ধ্বংস কৰাৰ কোনো উল্লেখ নাই বাবে তাৰ অন্তৰ্বৰ্ত্ত কাহিনীয়ে আন কোনো আক্ৰমণৰহে ইঙ্গিত কৰিছে বুলি সন্দেহ কৰে। কালাপাহাৰ গৌৰৰ নবাব ছুলেমান কৰৰাণিৰ ( ১৪৮৫-১৪৯৪ শক ) সেনাপতি বুলিও জনা যায়। 'ৰিয়াজোছ্ ছালাতিন'ৰ প্ৰামাণামতে কৰৰাণিয়ে ১৪৯০ শকত কোচ ৰাজ্য আক্ৰমণ কৰে, কিন্তু উৰিষ্যাত যুদ্ধ লগা বাবে হঠাতে ইয়াৰ পৰা গুচি যায়।

৩। বেজবৰুৱাই লিখিছে, নৰনাৰায়ণে যৱনগৰ পাতি থাকোঁতেই আসাম ৰজাই কোচৰ বিৰুদ্ধে ফৌজ পঠিয়ায়। আহোম সৈন্যই চিলাৰায়ৰ হাতত মাটি খায় আৰু চামধৰা গড় কোচ-আহোমৰ সীমা নিৰ্দ্ধাৰিত হয়। ৰামানন্দৰ মতে, বেহাৰৰ ৰাজসভাত গুৰুজনাই প্ৰথম পদাৰ্পণ কৰাৰ পিছতে আহোম ৰাজা আক্ৰমণ কৰিবলৈ নৰনাৰায়ণ ওলোৱা কথা আৰু তেৰাৰ লগ ধৰা কথা আছে, বৃদ্ধ বয়সত কষ্ট হ'ব বুলি গুৰুজনা নগৈ বৰপেটালৈ ঘূৰিল। ৰজাই আহোমক আক্ৰমণ কৰোঁ বুলি গড়গাওঁ পালেগৈ। তাতে আহোমে ওল-মাল দি ৰজাক নৰনাৰায়ণ ৰাজ্যলৈ ঘূৰিল। গুণাভিৰামে এবছৰমান ছদ্মবেশ ক'ৰি ঘূৰা কথা লিখিছে। সেইটোও তেওঁৰ বুৰঞ্জীত নৰনাৰায়ণে কিছু দিনৰ বাবে ৰাজা চিলাৰায়ক গতাই দিয়া একো আচৰিত নহয় বুলি কৈছে। ৰব' ৰাজৰ-শাস্ত্ৰীত আছে—"সেই বেলা জম্মত প্ৰবেশ শনীশ্বৰ।"

৪। দেওধাই ; সেইট ; গুণাভিৰাম ; কোচবিহাৰেৰ ইতিহাস।

৫। বেজবৰুৱাই অনুমান কৰে, ১৪৫৫ শকত গুৰুজন দ্বিতীয়বাৰ তীৰ্থলৈ যায় আৰু তাৰ আগতে ১৪৫৪-৫৫ শকত আদ্য দশম ৰচনা কৰে।

৬। ৰামচৰণ ঠাকুৰৰ মতে জয়ন্তী মাধৱ দ্বিতীয় তীৰ্থ-যাত্ৰাত শঙ্কৰৰ লগৰীয়া আছিল।

৭। শ্ৰীশ্ৰীচৈতন্যচৰিতেৰ উপাদান, পৃঃ ৫৫৩-৫৭। বেজবৰুৱাই 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' গ্ৰন্থৰ নিজৰ 'কপি'টোত চৈতন্যৰ অসম-আগমন-সম্পৰ্কীয় পৰিচ্ছেদটো ( ১২৩-২৪ পিঠি ) সম্পূৰ্ণ কাটি থৈছে।

৮। আলিনগৰ (ভূষণ); আলিগড় (বৰদোৱা); আলিপোন নগৰ (কথাচৰিত)।

৯। চৈতন্যচরিতামৃত, আদি খণ্ড, পৰিচ্ছেদ ১৩।

১০। চৰিতত বৰ্ণিত শঙ্কৰ-চৈতন্যৰ সাক্ষাৎ সত্য বুলি ধৰি লৈ বেজবৰুৱাই চৈতন্যৰ মৃত্যুৰ আগতে অৰ্থাৎ ১৪৫৫ শকত ৮৪ বছৰ বয়সত গুৰুজনাই দ্বিতীয়-বাৰ তীৰ্থ-ভ্ৰমণলৈ যোৱা প্ৰতিপন্ন কৰিছে। কিন্তু শঙ্কৰ-চৈতন্যৰ সাক্ষাৎ সত্য বুলি ভাবিবৰ কোনো যুক্তি আমি দেখা নাই।

১১। নীলকণ্ঠ দাসৰ শ্ৰীশ্ৰীদামোদৰদেৱ চৰিত্ৰ, শ্ৰীশ্ৰীচৈতন্যচরিতের উপাদান; দ্বিজ ধনেশ্বৰৰ (হৰিদেৱ-) "গুৰু-বংশাৱলী"।

১২। ভক্তমাল সটীক—সীতাৰামশৰণ ভগৱান প্ৰসাদ সম্পাদিত। কবীৰ-পন্থীৰ দোঁহা—"সম্বৎ পন্দ্ৰহ সৈ পছত্তৰা, কিয়ো মগহৰ কো গৌন। মাঘ সুদী একাদশী, ৰলো পৌনমেঁ পৌন॥"

১৩। "কবীৰ ভক্ত থে, পৰ সাথ্ হী সাথ নিৰাকাৰ ঔৰ সাকাৰ সে পৰে ব্ৰহ্ম কী অনুভূতি কৰনেৱালে ৰহস্যবাদী থে" (ৰামকুমাৰ বৰ্ম্মা)।

১৪। 'অমূল্য ৰত্ন' (সন ১২৫৩॥ শক ১৭৬৮) পুথিত এইকেইটি নাম এনেদৰে একেলগ কৰা আছে।

১৫। (ৰূপ-সনাতন) "আছিলন্ত কতোদিন প্ৰৱৰ্ত্তাই ধৰ্ম্মক। বৈকুণ্ঠক গৈলা ধৰ্ম্ম থৈয়া স্বৰূপত। সন্ন্যাসী কহিলা কথা শঙ্কৰদেৱত॥" (ৰামানন্দ)॥

১৬। ভূষণৰ আৰু বৰদোৱাৰ চৰিতমতে অশ্বত্থৰ মূলত হোৱা কৃষ্ণ-উদ্ধৱ-সংবাদৰ ভক্তিযোগৰ (একাদশ স্কন্ধ) আলোচনা-প্ৰসঙ্গত ৰামানন্দৰ মতে নিমি-নৱসিদ্ধ-সংবাদৰ, কথা-চৰিত আৰু বেজবৰুৱাৰ মতে দশমৰ ব্ৰহ্ম-স্তুতিৰ আলোচনা প্ৰসঙ্গত কণ্ঠভূষণে শঙ্কৰদেৱৰ পদ মাতে। ৰামানন্দৰ চৰিতত ব্ৰহ্মানন্দৰ ঠাইত ৰামভট্টৰ নাম আছে। মন কৰিব লগীয়া, কাশীৰ ব্ৰহ্মানন্দৰ ওচৰত মল্লদেৱ আৰু শুক্লধ্বজেও অধ্যয়ন কৰিছিল।

১৭। বেজবৰুৱাৰ মতে গুৰুজন শেহবাৰ বেহাৰত আঢ়ৈ বছৰ থাকোঁতে মাধৱ 'বুঢ়ী দশম' আনিবলৈ বাণ্ডকালৈ গৈছিল।

কোচবেহাৰৰ বীৰনাৰায়ণ ৰজাৰ দিনত ভেলা থান টোৰোচাই থহাই নিয়াত গুৰুজনাৰ পদ-ধূলি পৰা ভেঁটিৰ মাটি চপৰা-চপৰে খনাই লৈ গৈ মধুপুৰৰ ভেঁটিত দিওৱা হয়। ভেলাৰ এচুকত য'ত একণমান মাটি নৈয়ে

নথনাকৈ আছিল, ত'তে পুনৰ থান পাতি গুৰু-নাতি পুৰুষোত্তম ঠাকুৰ আমৰণ থাকে।

## পঞ্চম খণ্ড

১। তুংখুঙ্গীয়া বুৰঞ্জী, ছেদ ৯৪, ১৮০, ৩২৯, ৩৩২।

২। মাধৱদেৱৰ নামত আদি চৰিত, অমূল্য ৰত্ন, গুণ্ডমণি আদি পুথি চলি আছে। লেখকে ৬৭২ টি শংকৰোত্তৰ যুগৰ গীত, ভটিমা, ঘোষাৰে "ভক্তি-গীত-সঙ্কলন" সংগ্ৰহ আৰু সম্পাদন কৰিছে।

৩। আনন্দৰাম ঢেকিয়াল ফুকনৰ *A Few Remarks on the Assamese Language* ( ১৮৫৫ ) পুথিৰ অসমীয়া নাটৰ তালিকাত এইবোৰ নাম আছে—ৰাজসূয়, বস্ত্ৰহৰণ, কুমৰ-হৰণ, সীতাহৰণ, হৰমোহন, ৰামাশ্বমেধ, গোবৰ্দ্ধন যাত্ৰা, তালভঞ্জন, দুৰ্ব্বাসা-ভোজন, গ্ৰাহ-গজেন্দ্ৰ, পুতনাবধ, চক্ৰবাত-বধ, কেশীবধ, জৰাসন্ধবধ, ব্যাঘবধ, প্ৰলম্ববধ, বকবধ, অঘাসুৰবধ, মহীৰাৱণবধ, ৰাৱণবধ, কুলাচলবধ, ৰাধা-কৃষ্ণ-সংবাদ, কৃষ্ণ-নিৰ্য্যাণ, ভীষ্ম-নিৰ্য্যাণ।

৪। *The Mother Goddess Kamakhya*, pp. 76-88.

৫। J. N. Farquhar, *An Outline of the Religious Literature of India*, p. 297.

## ষষ্ঠ খণ্ড

১। বুৰঞ্জী-বিবেক-ৰত্ন, ১৩ পাত।

২। বিভুনাথ, এটকা মহন্তৰ খুলা।

৩। বুৰঞ্জী-বিবেক-ৰত্ন, ১৫-১৭।

৪। অসম বুৰঞ্জী ( ১৯৪৫ ), ১৪৮ ছেদ, বুৰঞ্জী-বিবেক ৰত্ন, ১৮-১৯; গুণাভিৰাম, ১০৪-৫ পিঠি; অনিৰুদ্ধ-চৰিত, ২৮০-৯৯।

৫। অনিৰুদ্ধ-চৰিত, ৩৪৪-৭০।

৬। অসম বুৰঞ্জী ( ১৯৪৫ ), ১৭৪; বুৰঞ্জী-বিবেক-ৰত্ন, ১৯, কাশীনাথ ফুকন, ৩৮ পিঠি।

৭। অসম বুৰঞ্জী ( ১৯৪৫ ), ১০৬; শ্ৰীশ্ৰীবনমালীদেৱৰ চৰিত ১৭৮, ২০৪-৩৬।

৮। তুংখুঙ্গীয়া বুৰঞ্জী, ৩; অসম বুৰঞ্জী (১৯৪৫), ২৪৪; গুণাভিৰাম, ১১১ পিঠি।

৯। বুৰঞ্জী-বিবেক-ৰত্ন।

১০। বুৰঞ্জী-বিবেক-ৰত্ন, ১৬; গুণাভিৰাম, ১২৭; তামূলী ফুকন, ৩০; অনিৰুদ্ধ-চৰিত, ১২২।

১১। বুৰঞ্জী-বিবেক-ৰত্ন, ১৬।

১২। তামূলী-ফুকন, ৩৩ পিঠি।

১৩। অনিৰুদ্ধ-চৰিত, ৬৬৫-৭৬; বুৰঞ্জী-বিবেক-ৰত্ন, ৮৬-৮৭; তামূলী ফুকন, ৩৩; গুণাভিৰাম, ১৩৯। দেৱানৰ বুৰঞ্জীত অষ্টভুজ আৰু গাগিনী ডেকাক চতুৰ্ভুজ আৰু চন্দৰ ডেকা বুলি ভুল কৰা হৈছে। চতুৰ্ভুজ অষ্টভুজৰ পিতৃ, চন্দৰ কনিষ্ঠ পুত্ৰ। 'গাঁওবুঢ়া'—মায়ামৰা সত্ৰৰ চাউলৰ 'সাজ' তোলোঁতা।

১৪। বুৰঞ্জী-বিবেক-ৰত্ন, ১০৪; অনিৰুদ্ধ-চৰিত, ৭০৯-৮০২।

১৫। বুৰঞ্জী-বিবেক ৰত্ন, ১০৫, ১০৯।

১৬। বুৰঞ্জী-বিবেক-ৰত্ন, ১০৩; অনিৰুদ্ধ-চৰিত, ৮০৩-১৭; তুংখুঙ্গীয়া বুৰঞ্জী, ১৮৬।

১৭। বুৰঞ্জী-বিবেক-ৰত্ন, ১৭২; তুংখুঙ্গীয়া বুৰঞ্জী, ৩০২।

# পৰিশিষ্ট খ—পুথিপঞ্জী (বাছকবলীয়া)

## ক

ৰামচৰণ ঠাকুৰ, শঙ্কৰ-চৰিত, (১) হলিৰাম মহন্ত ঠাকুৰ প্ৰকাশিত, ৪৭৬ শঙ্কৰাব্দ, (২) সাঁচিপতীয়া, ভৱালকুচি, ১৭২৭ শক।

দৈত্যাৰি ঠাকুৰ (১) 'মহাপুৰুষ শঙ্কৰদেৱ ও মাধৱদেৱৰ জীৱন চৰিত। আসাম তেজপুৰ নিবাসী শ্ৰীহৰিবিলাস গুপ্ত দ্বাৰা প্ৰকাশিত। ১৯০০।'

(২) শ্ৰীৰাজমোহন নাথ সম্পাদিত, ১৮৬১ শক।

ভূষণ দ্বিজ, মহাপুৰুষ ৺শঙ্কৰদেৱ, দুৰ্গাধৰ বৰকটকী প্ৰকাশিত, ১৯২৫।

ৰামানন্দ দ্বিজ, গুৰুচৰিত, (১) হৰিবিলাস আগৰৱালা প্ৰকাশিত, (২) সাঁচিপতীয়া, ১৮১২ শক, (৩) তুলাপতীয়া, বাণী, (৪) শ্ৰীমহেশ্বৰ নেওগ সম্পাদিত, ১৯৫৭।

বৈকুণ্ঠ দ্বিজ, সন্তমালা, পুথি। শ্ৰীশ্ৰীমিত্ৰদেৱৰ মহন্তৰপৰা পোৱা।।

গুৰুচৰিত্ৰ (বৰদোৱা চৰিত), তেজপুৰ খটৰা সত্ৰৰ শ্ৰীপূৰাৰাম মহন্তই ছোৱা, বাঁহী, ১৮৩২-৩৬ শক।

কথা-গুৰুচৰিত, (১) সাঁচিপতীয়া, ডক্টৰ বাণীকান্ত কাকতিৰ দ্বাৰা বৰপেটাৰপৰা সংগৃহীত, (২) শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু সম্পাদিত, শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা প্ৰকাশিত, ১৯৫২।

কথা-গুৰু-চৰিত, গোলাঘাটৰ ঔগুৰি সত্ৰৰপৰা পোৱা। (শ্ৰীপ্ৰফুল্লচন্দ্ৰ বেজবৰুৱাৰ সংগ্ৰহ)।

অনিৰুদ্ধ দাস, শ্ৰীগুৰুবৰ্ণনা, সাঁচিপতীয়া, ১৯৫১ শক, অসম বুৰঞ্জী পুথাভঁৰাল বিভাগ।

'[হৰ গৌৰী সম্বাদ সূত সংহিতা ষষ্ঠি পটল] আচাৰ্য্য-সংচৰিত, (১) 'শ্ৰীযুত দীননাথ শৰ্ম্মা বেজবৰুৱা প্ৰণীত। শিৱসাগৰ। শ্ৰীশঙ্কৰাব্দ ৪৪৮।' ১৮১৪ শক।

(২) শ্ৰীমহেশ্বৰ নেওগ সম্পাদিত, শিৱসাগৰ, ১৯৫২।

ৰামৰায় দ্বিজ, গুৰুলীলা, শ্ৰীশৰৎচন্দ্ৰ গোস্বামী সম্পাদিত, ১৮৬১ শক।

শ্ৰীযোগেশ্বৰ মহন্ত, মহাপুৰুষ ভৱানীপুৰীয়া শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ, পূৰ্ণানন্দ আদিৰ দ্বাৰা ৰচিত চৰিতৰপৰা সঙ্কলিত, ১৮৪৬ শক।

ৰামানন্দ দ্বিজ, শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ, শ্ৰীমহেশ্বৰ নেওগ সম্পাদিত, ১৯৫১।

শ্ৰীশ্ৰী৺অনিৰুদ্ধদেৱৰ আৰু মায়ামৰা সত্ৰৰ গোসাঁইসকলৰ চৰিত্ৰ, মায়ামৰা হিতসাধিনী সভা, ৩৮৪৫ শক।

লক্ষ্মীনাথ বেজবৰুৱা, মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ, ১৯১৪।

— — শঙ্কৰদেৱ, তৃতীয় তাঙৰণ ১৯৩৬ (?)।

ডক্টৰ বাণীকান্ত কাকতি, *Sankara Deva*, মাদ্ৰাজ, ১৯২১।

— — *The Mother Goddess Kamakhya*, ১০৪৮।

— — পুৰণি অসমীয়া সাহিত্য, ২য় তাঙৰণ, ১৯৪৯।

কালিৰাম মেধি, অঙ্কাৱলী, প্ৰথম ভাগ, ১৯৪৯।

ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা, ( সম্পাদিত ) অঙ্কীয়া নাট, ১৯৪০।

— — অসমীয়া কথা-সাহিত্য, পুৰণি ভাগ, ১৮৭২ শক।

— — *Early Gecgraphy of Assam*, ১৯৫২।

সূৰ্য্যখৰি দৈৱজ্ঞ, দৰংৰাজবংশাৱলী, হেমচন্দ্ৰ গোস্বামী সম্পাদিত, ১৯১৭।

হেমচন্দ্ৰ গোস্বামী সম্পাদিত, পুৰণি অসম বুৰঞ্জী, ১৯২২।

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা সম্পাদিত, কামৰূপৰ বুৰঞ্জী, ১৯৩০।

— — তুংখুঙ্গীয়া বুৰঞ্জী, ১৯৩২।

— — অসম বুৰঞ্জী, ১৯৪৫।

গুণাভিৰাম বৰুৱা, আসাম বুৰঞ্জী অৰ্থাৎ অসম দেশৰ ইতিহাস, ১৯০০।

ছাৰ এডোৱাৰ্ড গেইট্, *A History of Assam*, ২য় তাঙৰণ, ১৯২৬।

— — *The Koch Kings of Kamarupa*, ১৮৯৫।

খাঁ চৌধুৰী আমানত উল্লা আহ্মদ, কোচবিহাৰের ইতিহাস, প্ৰথম খণ্ড, ১৯৩৬।

মণিৰাম দেৱান বৰভাণ্ডাৰ-বৰুৱা, বুৰঞ্জী-বিবেক-ৰত্ন, ১৮৩৮, হস্তলিপি, অসম বুৰঞ্জী পুৰাতত্ত্ব বিভাগ।

ডক্টৰ জন্ পিটাৰ ৱেড্, *An Account of Assam*, শ্ৰীবেণুধৰ শৰ্ম্মা সম্পাদিত, ১৯২৭।

ডক্টৰ জয়কান্ত মিশ্ৰ, *A History of Maithili Literature.* প্ৰথম খণ্ড, ১৯৪৯।

ইয়াৰ বাহিৰে অনেক পুথিৰ নাম 'প্ৰসঙ্গীয়া টোকা'ত সংবদ্ধ হৈছে।

## খ

## গ্ৰন্থকাৰৰ শঙ্কৰদেৱ-সংশ্লিষ্ট কেইটিমান প্ৰবন্ধ


অঙ্ক আৰু ঝুমুৰা—তাল আৰু মঁচা, পছোৱা, প্ৰথম বছৰ, প্ৰথম সংখ্যা, জুন, ১৯৪৮।

অঙ্কীয়া নাটৰ টেকনিক্, সৌমাৰ-জ্যোতি, প্ৰথম বছৰ, পঞ্চম সংখ্যা, ভাদ, ১৮৭২ শক।

অসমৰ এটি গুপ্ত সম্প্ৰদায়—ৰাতীয়া, সৌমাৰ-জ্যোতি, প্ৰথম বছৰ, দ্বিতীয়, চতুৰ্থ সংখ্যা, শাওণ, আহিন, ১৮৭২ শক।

অসমীয়া নাটৰ জন্ম-কথা, পছোৱা, প্ৰথম বছৰ, পঞ্চম সংখ্যা, অক্টোবৰ, ১৯৪৮।

কথাশিল্পী শঙ্কৰদেৱ, নামধৰ্ম, প্ৰথম বছৰ, একাদশ সংখ্যা, ফাগুন, ৫০৩ শঙ্কৰাব্দ।

গুৰুজনাৰ আশীৰ্ব্বাদ, অসমীয়া, ভাদ, ১৮৭০ শক।

চৰিত ভোলা প্ৰথা আৰু কথা-গুৰুচৰিতৰ বক্তা, নতুন অসমীয়া, ৩০ পুহ, ১৮৭১ ( অসম সাহিত্য সভা পত্ৰিকা, নতুন প্ৰকাশ, প্ৰথম সংখ্যাৰ 'পুথি-পৰিচয়'ত সংশোধিতভাৱে প্ৰকাশিত )।

বৰগীতৰ অনুকূল, পছোৱা, প্ৰথম বছৰ, দশম সংখ্যা, মে, ১৯৪৯।

বাৰকুৰি বৰগীত, সুৰভি, দ্বিতীয় বছৰ, ষষ্ঠ-সপ্তম সংখ্যা, আহিন কাতি, ১৮৬৮।

শঙ্কৰদেৱৰ কাব্য, ৰামধেনু, তৃতীয় বছৰ, দ্বিতীয় সংখ্যা, জেঠ, ১৮৭২ শক।

শঙ্কৰদেৱৰ সাহিত্য-প্ৰতিভা, আৱাহন, ১৮৬১ শক।

The bhakti cycle of Assamese lyrics : Bargits and after. *Journal of the University of Gauhati*, vol. I, 1950.

Itinerary of an early sixteenth century pilgrim from Assam in northern and southern India. *Journal of Oriental Research*, Madras, vol. XIX, part I, September, 1949.

Medieval Assamese dramas and contemporary dance-dramas of other parts of India, *Journal of the University of Gauhati*, vol. VI, 1955.

Classical music in Assam, read at the Music Seminar, Sangeet Natak Akademi, New Delhi, 1957.

Three dance styles of Assam, read at the All-India Oriental Conference, Delhi, 1957.

Dance Tradition in Assam, read at the Dance Seminar, Sangeet Natak Akademi, New Delhi, 1958.